# অন্য যুগ ভিন্ন তীৰ্থ

চৈয়দ আব্দুল মালিক



ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী · ৭৮১০০১ · অসম

# উপহাৰ

আমাৰ নুমলীয়া জীয়াৰী মামা কমৰু নুৰানীক এই সৰু কিতাপখন উপহাৰ দিলো। ইয়াত বহুত মৰম আৰু দোৱা সোমাই আছে।

যোৰহাট আব্বা

১৪।৭।৮৮



# এই উপন্যাসখন সম্পৰ্কে

কোনো উপন্যাসৰ সম্পৰ্কে আগকথা বা পাতনি লিখাটো বৰ দৰকাৰী কথা নহয়। কিন্তু এই উপন্যাসখনৰ সম্পৰ্কে এষাৰ কথা কোৱাৰ প্ৰয়োজন আছে, যদিও বৰ্ণনা কৰা কথাখিনিয়ে তাৰ কিছু আভাস নিদি নেথাকে।

চৌদি আৰব, কুৱেইট, আবু ধাবী, লিবীয়া আদি মধ্য এচিয়াৰ দেশবোৰত অভাৱনীয়ভাবে মূল্যবান খনিজ সম্পদ, বিশেষকৈ পেট্ৰলৰ সমুদ্ৰ, আৱিষ্কাৰ হোৱাৰ ফলত সেইবোৰ দেশৰ আৰ্থিক অৱস্থাৰে কেৱল ৰূপান্তৰ ঘটা নাই, তাৰ বাসিন্দা-সকলৰ ধ্যান-ধাৰণা, মনোবৃত্তি আৰু লাইফ-ষ্টাইলবো চমকপ্ৰদ পৰিবৰ্তন হৈছে। পেট্ৰ'ডলাৰৰ জনজননিয়ে গোটেই পৃথিৱীতে খলকনি তুলিছে। হেজাৰ হেজাৰ বছৰৰ দাৰিদ্ৰ-জৰ্জৰিত এই দেশবোৰ প্ৰাচুৰ্যৰ জোৱাৰত উটি ভাহি ফুৰিবলৈ লৈছে।

এই নতুন প্ৰাচুৰ্যই এহাতে যিদৰে আমেৰিকাৰ নিচিনা ধনী দেশৰ বুকুৰ ধৰফৰণি তুলিছে—আনহাতে এচিয়া, আফ্ৰিকাৰ আজিও দাৰিদ্ৰৰ কবলত পোত গৈ থকা কিছুমান ভাগ্যান্বেষী নানা প্ৰবন্ধ কৰি এইবোৰ দেশলৈ দৌৰিছে—সন্তীয়া আৰু সুলভে ধন আৰ্জন কৰি নিজ নিজ ভাগ্য পৰিবৰ্তন কৰাৰ স্বপ্ন বুকুত বান্ধি। পাকিস্তানৰ, শ্ৰীলংকাৰ, বাংলাদেশৰ, আৰু সুদূৰ প্ৰাচ্যৰ দেশবোৰৰ নিবনুৱা ডেকাবোৰ দৌৰিছে মক্কা-মদিনা আদি ঠাইলৈ, যলৈ পুণ্যাৰ্থী মুছলমান-সকল সমগ্ৰ পৃথিৱীৰ পৰা আহে হজ কৰিবৰ কাৰণে, তীৰ্থ কৰিবৰ কাৰণে, ত্যাগৰ নতুন সংকল্প গ্ৰহণ কৰিবৰ কাৰণে।

মক্কা-মদিনা আজিও মুছলমান পুণ্যাৰ্থীসকলৰ পবিত্ৰ তীৰ্থক্ষেত্ৰ হৈ আছে, আৰু ভৱিষ্যতলৈও হৈ থাকিব। কিন্তু সেই একেবোৰ দেশলৈকে আজিৰ কিছুমান মানুহ দৌৰিছে, পুণ্য আৰ্জন কৰিবৰ কাৰণে নহয়, ধন ঘটিবৰ কাৰণে, পেট্ৰ'ডলাৰৰ মালিক হ'বৰ কাৰণে। অসমৰ পৰাও কিছু ভাগ্যান্বেষী এইবোৰ দেশলৈ গৈছে।

তেওঁলোকৰ কোনো কোনোৱে মক্কা-মদিনালৈ গৈ কেনেবোৰ পৰিস্থিতি আৰু কেনেবোৰ অভাৱনীয় সমস্যাৰ সন্মুখীন হৈছে, তাৰেই আভাস এই উপন্যাসখনত অলপ আছে। হয়তো আমাৰ বহুতে এনেবোৰ কথাৰ ভু নেপায়। এইবোৰ সমস্যাও আজিৰ আমাৰ মানুহৰে সমস্যা। এখন সৰু অসমীয়া উপন্যাসে এইবোৰ কথাৰ আভাস দিয়াৰ প্ৰয়াস কৰা দেখি, পাঠকসকলে আৰু বাইজে মোৰ অপৰাধ নলয় যেন।

যোৰহাট
১৪।৭।৮৮

আব্দুল মালিক

# এক

অৰণ্য। অৰণ্যৰ দেশ অসম। গছ-বন-লতাৰ দেশ। মেঘ, বৰষুণ আৰু সেমেকা কুঁৱলিৰ দেশ অসম। গছ-গছনিৰ শীতল ছাঁই ঢাকি ৰখা সেউজীয়া অসম।

কোটিকলীয়া সাধুৰ মাটি।

আকাশৰ অকৃপণ আশীৰ্বাদ—বগা ৰ'দ, তাপ, উজ্জ্বল পোহৰ আৰু আপোন মনে শূন্যত উৰিফুৰা ডাৱৰ। তাৰ বুকুত মাজে মাজে বিজুলীৰ তিৰবিৰণি, চিক্‌মিকনি।

ৰবনৈ ব্ৰহ্মপুত্ৰ—চিৰী-লুইত। গহীন, গম্ভীৰ, কেতিয়াবা উদ্দাম, উত্তাল, কেতিয়াবা শান্ত। সাগৰ অভিমুখে অব্যাহত নিৰৱচ্ছিন্ন গতি।

নৈ, জান, জুৰি, বিল, খাল, পুখুৰী, মৰিস'তি, এৰা নৈ। সকলোৰে পাৰত হাবি-বননি, অৰণ্য। অৰণ্যৰ বুকুৰ মাজে মাজে নৈ-নিজৰাৰ ছন্দ চপল গতি।

কাতি-আঘোণ, পুহ-মাঘ মাহতো একোজাক জৰজৰীয়া বৰষুণ দিয়ে। শুকান মাটি আকৌ তিতে। গছ-বনবোৰ সজীৱ হৈ উঠে। তৃষ্ণাৰ্ত মাটিয়ে বৰষুণৰ টোপালবোৰক বুকুত সামৰি লয়।

মন ক'ৰবালৈ উৰুৱাই নিয়া ফাগুনৰ বতাহ জাকো নিৰস নহয়। তাৰ বুকুতো গা-মন-শাঁত কৰা, গাত লাগিও নলগা, চকুৰে মনিব নোৱাৰা নিয়ৰ যেন পানীৰ কোমল কণিকা।

ফাগুনৰ বতাহেও গা-মন তিয়ায়।

নল-খিৰিখণা, খাগৰি-ঢেঁকীয়াও অৰণ্যৰে পো-পোৱালি, ভাগিন-ভতিজা। কচুৱনীও হাবি।

তোমাৰ ঘৰ সিপাৰে, মোৰ ঘৰ ইপাৰে।

মাজত কচুৱনী হাবি।

পিৰপীৰ পিঠিত দুবৰি, কেঞাবনৰ সেউজীয়া চামনি।

নল মৰে, গজালি ওলায়। পথাৰৰ বুকু কোনো কাহানিও শুইন পৰি নেথাকে। মাঘমহীয়া ধাননি পথাৰৰ নৰা নৌ-পকোতেই গুৰিৰ মূঢ়াৰ পৰা সেউজীয়া কোমল কোঁহ মূৰ দাঙি উঠে। হাবিৰ মাজৰ গছৰ গুটি পকি তাকে মাটিলৈ সৰে, মাটিৰ বুকুতে পচে, আকৌ তাৰপৰা নতুন পুলি গজে, বাঢ়ে, লহপহীয়া এজোপা নতুন গছৰ জন্ম হয়। গছৰ কোমল শিপা ভুৰুজুৰীয়া কোমল

মাটিৰ বুকেৰে সোমাই যায়—বৰষুণৰ পানী বিচাৰি। আকৌ একোপা নতুন গছ হয়। প্ৰথমে সৰু, অকণমান, তজবজীয়া এটি পুলি, ক্ৰমে বাঢ়ি দেমেছেৰা হয়। কেতিয়াবা ধুমুহা, বৰদৈচিলাই মাজ-ক'কালতে ভাঙে। তাৰপৰা নতুন ডাল মেলে। সিয়ে গৈ এদিন একোপা বিৰাগোম গছ হয়গৈ।

একোপা, দুজোপা, হেজাৰ জোপা, চাপৰ, ওখ, কাকিনী, লেজেৰা, হাতেৰে ধৰামাৰি নোপোৱা শকত একোজোপা বিৰাগোম গছ হয়।

লতা বগায়—ডালৰপৰা ডাললৈ গছৰপৰা গছলৈ বগায়। হাবিৰ সকলো গছক মেৰিয়াই বান্ধি একাকাৰ কৰে। ঘিলা, উৰা-লতা, কাঁইটীয়া বেত—আৰু ক'ত সৰু-ডাঙৰ বনৰীয়া লতা।

গছে লতাই লগ লাগি হাবি হয়, অৰণ্য হয়। ঢেকীয়াপতীয়া, নাহৰফুটুকী শিয়াল, জহামালৰ ৰাজ্য হয়। তাৰ মাজতে ক'ৰবাত একোজোপা আমোলমোলাই গোন্ধোৱা বনৰীয়া ফুলৰ গছ হয়—কলি পেলায়, থোপা ধৰে, ফুলে, তাৰ পিছত মৰহি যায়। তললৈ সৰি যায়।

দিনত বেলিৰ পোহৰে, ৰাতি জোনৰ জোনাকে সেই গছপাতবোৰৰ মাজেদি সৰকি মাটিক চুবলৈ চুচৰি-বাগৰি আহে। পাতবোৰৰ ওপৰত ওপঙি ফুৰে। আন্ধাৰ ৰাতি, গছপাতবোৰৰ মাজে মাজে জোনাকি পৰুৱাবোৰ উৰি ফুৰে চিতৰা-পখৰা, সৰু-ডাঙৰ পখিলাবোৰে কোনোবা নাম-নোহোৱা বনৰীয়া ফুলৰ পাহিৰ লগত কিবা ফুচুফুচীয়া মেল পাতি নাচি ফুৰে। ওখ, শকত গছবোৰৰ ডালত বনৰীয়া ঔটেঙা, নাহৰ, বন-শিলিখা; গছৰ ডালতমৌবোৰে বাঁহ লয়। মৌ-মাখিৰ গুণগুণনিত নিবৰ অৰণ্য জীৱন্ত আৰু সুৰময় হৈ উঠে। বনৰীয়া চৰাইবোৰে আহাৰ বিচাৰি, বাহ সজাৰ ঠাই বিচাৰি উৰি ফুৰে, ঘূৰি ফুৰে, চিঞৰে, কিবা গায়, মনে মনে থাকে।

অৰণ্যৰ লগত মিলি থাকে মানুহ।

মানুহৰ লগত মিলি থাকে অৰণ্য।

মানুহ যলৈকে যায়, তাৰ লগে লগে যায় অৰণ্য। কোনোৱে গুটি নোৰোৱাকৈয়ে চাপত গছ গজে, চৰায়ে খাই পেলোৱা গুটি পৰি গহৰা গছপুলি গজে। বতাহত উৰি আহি মাটিত পৰা একোটা পতনুৱা গুটিৰ পৰাও একোজোপা গছ হয়।

অৰণ্যৰ দেশ অসমত মৰুভূমি নাই, মৰুভূমি হ'ব নোৱাৰে। মাটিৰ বুকুৰ গছ-বনে আকাশৰ মেঘক টানে, মেঘ নামি আহে আকাশৰ বুকুৰ পৰা মাটিলৈ। মাটি শুকাবলৈ নেপায়। ধূলি-বালিৰ কণাবোৰৰ কোঁহে কোঁহে ৰস, কোঁহে-কোঁহে জীপ। দুচপৰা শুকান মাটিৰ ফাকতো একোটা আঁহতৰ পুলি গজি জহপহকৈ বাঢ়ে। বাৰীৰ চাপত, পুখুৰীৰ পাৰত গজে বনৰীয়া খকনৰ-পুলি, মৰিশালীত গজে সউৰা গছ, বগৰী গছ, কঠনা ফুলৰ গছ, কোনেও নোৰোৱাকৈয়ে গজে।

মানুহবোৰে অৰণ্যক ভাল পায়। অৰণ্যৰ পৰা আঁতৰি মানুহ থাকিব নোৱাৰে। তথাপি অৰণ্যৰ বুকুতে থকা মানুহেও ভয় কৰে অৰণ্যলৈ।

হাবিত—বাঘ থাকে, ভালুক থাকে; অজগৰ থাকে, ফেঁটী, মৰোবাগোম থাকে। শংখচূড় থাকে, গঁৰই থাকে, জালে-পাতে কাৰ্শলা সাপ বগাই ফুৰে। গছপাতৰ আঁৰত লুকাই হুদুৰে অমঙ্গলীয়া মাত মাতে, দিনতে হাবিয়ে গমগমাই থাকে। সিপাৰে ক'ৰবাৰ পৰা যেন কোনোবাই কাৰোবাক উকিয়াই মাতিছে। হাবিৰ গছপাতত ঠেকা খাই খাই সেই উকি ক'ৰবাৰ পৰা ক'ৰবালৈ উটি গৈছে। সেইটো যেন হাবিৰ নিজৰে মাত—বুজিব নোৱাৰা, তথাপি চিনাকি চিনাকি লগা।

কিছুমান ডাঙৰ হাবিত আক বনৰীয়া হাতী, আক বনৰীয়া ম'হ, গড়, ভালুকে আক বান্দৰ, আক শিয়ালৰ বাহ। নৰ মনিষলৈ সিঁহতে কেৰেপকে নকৰে। বাঘৰ ভয়ত পহুবোৰ নিলগে-নিলগে পলাই ফুৰে।

হাবিত কাঠ কাটিবলৈ যোৱা মানুহে, খৰিকটীয়াহঁতে হাতত জোৰ লৈ বাতি মৌ-পাৰিবলৈ যোৱা মৌ-পৰীয়াহঁতে, হাতত একনলী, দুইনলী বন্দুক লৈ, চিকাৰ কৰিবলৈ পিণ্ডপিণ্ডাই ফুৰা চিকাৰীহঁতে হাবি চিনি পায়। সিহঁতে হাবিলৈ ভয় নকৰে। হাবিক সিহঁতে ভাল পায়। অৱশ্যেই সিহঁতক দূৰৰ পৰাই হাত বাউলি দি মাতে।

হাবিত শান্তি আছে, আপোন কৰি মানুহক বুকুলৈ চপাই লোৱাৰ আহ্বান আছে। হাবি এৰি সিহঁত থাকিব নোৱাৰে।

মানুহৰ নিজৰ ল'ৰা-ছোৱালীৰ যিদৰে একোটা নাম থাকে, গোহালিৰ গৰু গাইকেটাৰ যেনেকৈ একোটা নাম থাকে, পথাৰৰ ধানবোৰৰ যেনেকৈ একোটা নাম থাকে, তেনেকৈ গছবো বেলেগ বেলেগ নাম থাকে। কোনে কেতিয়া সেইবোৰ নাম দিলে, কোনেও ক'ব নোৱাৰে। শাল, সোণাৰু, কহিৰ, কৰৈ, নাহৰ, চতিয়ান, আহঁত, জৰী, ঠেকেৰা, টেপৰ, ধুনা, গোন্ধকৰৈ, বনচোম, বনশিলিখা—আৰু আৰু সাঁচি।

সকলো হাবিত সকলো কাঠ-গছ নেথাকে।

চম্পা, তিতাচম্পা, (তিতা চেপা), ভেলু, এজাৰ, আম, চাম, উৰি আম, শলখ শিঙৰী, ঔটেঙা, নিম, মহানিম, বোঁৱানিম, কঁঠাল, চামকঁঠাল, পাতকঁঠাল, লেতেকু, পনীয়ল, খেৰেজু, বনপিঠা, শিমলু, বগৰী —আৰু আৰু সাঁচি!

পুটি পৰি পৰি, একেঠাইতে একেবিধৰ গছৰ পুলি গজে। তেনেকৈয়ে হয় শালনী, নাহৰনি, কৰৈয়নী, চোমনি, যেনেকৈ হয় ইকৰানি, বৰতানি, নলনি, বিৰিঙানি।

কোনো জোপা গছ বৰ্জাদিনীয়া—দুশ-তিনিশ বছৰীয়া পুৰণি। ডাল ভাগি গৈছে, গাত খোন্দ ওলাইছে, সেই খোন্দত বাহ লৈছে ভাটৌৰে, মইনাই, ঢুটিয়া শালিকাই আৰু অন্যান্য কিবা চৰায়ে। কিছুমান খোন্দত থাকে গঁৰই,

কিছুমানত থাকে মাণ। একোজোপা কিমানোম, বঢ়া আমলখীৰ গছ, ওপৰত পৰা ডালপাত বাঁৰ আহিছে, পা-গছ সকোই আহিছে, তথাপি থিয় দি আছে। কিছুমান দুটি বাই শিৰাৰ বঢ়া গছ, উঁখাল বাই একচীৰাহে হাবিৰ মাজতে শীৰ আছে। কিছুমান গছৰ গুটিৰ পৰা নতুন গুটি ওলাই, একোজোপা গছ হৈছে। বনশিলিখা, শিমলু, কদম, বট, বৰজামুৰ গছ—পাত ডোট সৰি লঠঙা হৈ, লঠঙা, যোগ্য ওলোৱা পা-গছ ডাল থিয় দি আছে।

আগৰু সেই জোপা সাঁচি গছ নহয়নে? বাকলি এখাই আছে। দা বা কুঠাৰে ঘপিয়াই কাটি চালে বুজা যাব, সেইজোপা সাঁচি গছ হয়নে নহয়। যদিহে বঢ়া সাঁচিগছ হয়, তেন্তেতো কথা সুকীয়া। সাঁচি কাঠ মানে আগৰ কাঠ—আগৰু-চন্দন। আগৰ মানেই সোণ। এজোপা বঢ়া সাঁচি গছত—ক'বতো নোৱাৰি—গছ হেজাৰ টকাৰ কলা সোণ 'আগৰু'ও সোমাই থাকিব পাৰে।

শালকাঠৰ দাম আছে। নাহৰ কাঠৰ দাম আছে। বনচোম তিতাচম্পাৰ দাম আছে, আনকি আজাৰ, সোণাৰু, কৰৈৰো দাম আছে। চেগুণ, ধুনা, গোন্ধ কৰৈৰতো কথাই বেলেগ। অসমৰ হাবিত চন্দনৰ গছ বৰকৈ পাবলৈ নাই। ক'ৰবাত ক'ৰবাত দালচেনিৰ গছো আছে। কোনোবাই কৌতিয়াবা হেনো চীন দেশৰ পৰা আনি অসমত ৰুইছিলহি—ঔষধৰ গছ বুলি। চীন দেশৰপৰা অনাৰ কাৰণে তাৰ নাম হ'ল দাৰুচীনি—চীন দেশৰপৰা অনা ঔষধৰ গছ। অসমত দালচেনি।

বহ'তৰ গছৰ ছালো কোনো কোনোৱে তামোলৰ লগত খায়—সেয়ে তামোল-ছালি বোলা কথাষাৰ চলি আছে। দালচেনি পিছে তামোল পাণৰ লগতে নহয়, এনেয়ো চোবাই খাব পাৰি; পোলাওত দিব পাৰি, হালোৱাত দিব পাৰি, তৰকাৰীতো দিব পাৰি দিয়ে।

আছে, দালচেনিৰো দাম আছে।

কিন্তু সাঁচি গছৰ সমান নহয়। সাঁচিগছ দেওঁলগা গছ। কোনোবা জোপা ডেকা গছতে 'আগৰ কাঠ' ওলায়, কোনোবা জোপা বুঢ়া গছতো নোলায়।

ভাগ্যৰ কথা। সাঁচি গছে ভাগ্যৰ গঢ় দিয়ে। সেয়ে অসমৰ অৰণ্যত সাঁচিগছৰ অক্লান্ত সন্ধান। তাৰ কাহিনীও মনোৰম।

# দুই

'সদায় হয়'।

আবেলি বেলি বহুৰো বহুৰো সময়ত সদায় হয়। পশ্চিমত ক'লা মেঘ নেথাকিলে শৰৎ কালত, বসন্ত কালত, আনকি বাৰিষা কালতো হয়।

পূবৰপৰা বেলিটো পশ্চিমৰ ফালে গৈ থাকে, গৈ থাকে। বাতিপুৱা বঙামুৱা বেলিটো পূব ফালৰ পাতল হাবিডৰাৰ মাজৰপৰা ওলাই আহে। তেজাল, ৰঙা, তজবজীয়া। ভলুকা বাঁহজোপাৰ বাঁহবোৰৰ মাজেদি ব'দবোৰ সৰকি আহে। লাহে লাহে আহি আহি কোনোবা সময়ত মূৰৰ ওপৰ পায়হি। দুপৰ হয়, গৰমকালি ৰ'দটো টান লাগে। জাৰ কালি মিঠা লাগে।

তাৰ পিছত লাহে লাহে কাটি হয়। তেজ-বল তেতিয়াও নকমে। তাৰ পিছত পশ্চিমৰ ফালে ঢলি পৰিবলৈ আৰম্ভ কৰে, গতি ধীৰ হয়, ভাগৰে ধৰে, ডাৱৰৰ গাতে ভেজা দি অকণমান জিৰায়, তাৰ পিছত সদায় যোৱা আকাশৰ বুকুৰ চিনাকি বাটটোৰেদি তলমূৰে কৰি লাহে লাহে দূৰলৈ, আৰু দূৰলৈ গৈ থাকে বেলিটো।

দিনটো শেষ হৈ আহে।

ৰাতিটো আগবাঢ়ি আহে।

তৰাবোৰে গা-দেখা দিয়ে।

বেলিটোৱে দিনটোক নিজৰ লগতে ৰাতিৰ দেশলৈ লৈ যায়। বেলিটো গৈ যেতিয়াই ৰাতিৰ পদূলিমূৰ পায়গৈ, তেতিয়াই, এৰা, তেতিয়াই হয়। সদায় হয়।

পশ্চিমৰ আকাশখনৰ বুকুত মেঘৰ আঁৰত লুকাই থকা চপৰা চপৰে সোণবোৰ ওলাই আহে—জলমলাই উঠে। সোণবোৰ ওপঙি ফুৰে, বাগৰি ফুৰে; সেই সোণৰ ৰংবোৰ আকাশত লাগে, ডাৱৰত লাগে, গছৰ আগত লাগে, আৰু সেই ফালে চাওঁতাৰ চকুত লাগে। গোটেই পৃথিবীখনৰ ৰং সোণালী হৈ পৰে। এবাৰ সেইফালে চাই গাঁৱলীয়া বাম্ধনীহঁত ভিতৰ সোমায়। এইয়া বাম্ধনী ব'দ, তাৰ পিছত ৰাতি হ'ব।

তাৰ পিছত বেলিটো নোহোৱা হ'ব, আকাশৰ বুকুৰ সোণবোৰ নোহোৱা হ'ব, গোটেই পৃথিবীখন কোমল আন্ধাৰৰ বুকুত সোমাই পৰিব। তাৰ পিছত হ'ব—ৰাতিৰ দখল, সদায় হয়।

গাঁৱৰ বাম্ধনীহঁত ভিতৰ সোমায়। সিহঁতৰ মুখত, গালত, চকুত, চুলিত বাম্ধনী ৰ'দৰ সোণালী পোহৰবোৰৰ বাবেহোৱা সোণালী অৱশেষ। বাম্ধনী ব'দবোৰ সোমাই যায় জীয়ৰী-বোৱাৰীহঁতৰ মনৰ মাজলৈ—নিৰবে, গোপনে, ওঁঠৰ হাঁহি ওঁঠৰ মাজলৈ সোমাই যোৱাৰ নিচিনাকৈ।

ঘৰৰ পশ্চিম ফালৰ পিছ চোতালত থিয় হৈ গুলেজাই থৰ লাগি আকাশৰ সেই সোণবোৰৰ ফালেই চাই আছিল।

আকাশখন ৰাঙলী হৈছে। সোণালী হৈছে। অকাৰণত উটি-ওপঙি ফুৰা ডাৱৰবোৰো সোণবৰণীয়া হৈছে। গুলেজাৰ মনটোৰ মাজলৈও সেই সন্ধিয়াৰ আন্ধাৰ-পোহৰমিহলি, ৰহস্যময় সোণালীবোৰ সোমাই গৈছে—তাইৰ অজানিতেই। নিজেই নজনাকৈ, তাই মানুহজনী এখন অপাৰ্থিৱ ৰূপৰ জগতত সোমাই পৰিছে। গুলেজা আৰু সন্ধিয়াৰ আকাশখন এক হৈ পৰিছে।

ঘৰটোৰ ভিতৰত এতিয়া আৰু কোনো নাই। গুলেজা অকলশৰে আছে। আগফালৰ দুৱাৰ মেলাই আছে। মাক ওলাই গৈছে, আহি পাবহি। দুৱাৰ বন্ধ কৰাৰ দৰকাৰ নাই। এতিয়া সিহঁতৰ ঘৰলৈ কোনো নাহে, কোননো আহিব ?

আকাশলৈ চাবলৈ শিকাৰ দিন ধৰি গুলেজাই সন্ধিয়াৰ সোণালী আকাশখন দেখিছে, নীলা আকাশখন সোণালী হোৱা দেখিছে, বগা মেঘবোৰ সোণালী হোৱা দেখিছে। তাই মুগ্ধ হৈছে, বিস্মিত হৈছে, অভিভূত হৈছে, চাই চাই তাই তন্ময় হৈ ৰৈ গৈছে! সদায় দেখা তাইৰ চিনাকি আকাশখনেই, চিনাকি পৃথিৱীখনেই ইমান ধুনীয়া। ইমান বিচিত্ৰ, ইমান মোহনীয়া।

আগে, সূৰ্যাস্তৰ সময়ত তাই এখন সোণালী আকাশৰ ফালে চায়েই মুগ্ধ হৈছিল। সেই আকাশখনৰ কথাকে ভাবিছিল।

কিন্তু কামালে এদিন তাইক বুজাই কৈছিল, সেই পশ্চিমৰ সোণালী মেঘৰ দেশখনৰ ফালেই এখন সোণালী মাটিৰ দেশো আছে। সেই সোণালী দেশখন ইয়াত থিয় দি তাই চকুৰে দেখা নেপায়। কিন্তু তাই দেখা পোৱা মেঘবোৰ হয়তো সেই চকুৰে দেখা-নোপোৱা মাটিৰ দেশখনৰ ওপৰতে ওপঙি ফুৰিছে।

সোণালী মেঘৰ দেশৰ কোনো নাম নাই। কিন্তু সেই সোণেভৰা মাটিৰ দেশখনৰ এটা নাম আছে।

সেই দেশখনৰ নাম আৰব দেশ।

গুলেজাই ভূগোলত পঢ়িছে। কামালেও কৈছে: ভাৰতৰ পশ্চিমে আৰব দেশ! ভাৰতৰ পশ্চিম সীমাত আৰব সাগৰ। সেই সাগৰেদি পশ্চিমলৈ গৈ থাকিলেই পোৱা যায় আৰব দেশ। কামালে তাইক কৈছে আজিকালিৰ আৰব দেশখন এখন সোণৰ দেশ। সেয়েহে আৰবৰ ওপৰৰ ডাৱৰবোৰো সোণ-বৰণীয়া।

আজিকালি সন্ধিয়া পশ্চিমৰ আকাশখনৰ ফালে চালেই গুলেজাৰ মনৰ পটত ভাহি উঠে কামালে কোৱা আৰব দেশখনৰ কথা, যাৰ বহুত সাধুকথা তাই আগেয়েও শুনিছে। সকলোৱে জানে।

তন্ময় হৈ একেথৰে চাই চোতালত ৰৈ থকা গুলেজাৰ তন্ময়তা ভঙ্গ হ'ল, যেতিয়া তাইৰ পিছফালৰ পৰা কোনোবাই মতা যেন শুনিলে: "গুলেজা",

সপোনৰ দেশৰপৰা গুলেজা বাহিৰ ওলাই আহিল।

সেইটো কামালৰ মাত, তাই বুজি পাইছে। গুলেজা বুলিল। ধুনীচুনীৰ গোহৰৰ মাজেৰে চাই দেখিলে—বাৰান্দাত থিয় দি সেইটো কামাল। তাইৰ কাষেই চাই বৈ আছে। তাই এখোজ-দুখোজকৈ ঘৰৰ ফালে আগ বাঢ়িল।

"তাত বৈ, অকলে-অকলে কালৈ বাট চাই আছিলি, গুলেজা ?"

"বৌতিলৈ।"

"মাহী সেইপিনে ক'বপৰা আহিব ? ঘৰৰ পদূলি মই অহা পিনেদিহে আছে হ'বলা ?"

"বৌতি ঘৰত নাই কাৰণে, পিছফালে এনেয়ে বৈ আছিলো।"

"তই চাই থাকিলেই মাৰ-খাব-খোজা বেলিটো বৈ যাবনেকি, বাতি হ'ল। ভিতৰত লেম চাকি নজ্বলাই পিছ চোতালত এনেকৈ অকলে বৈ থকা ভাল নহয়। মই ইয়াত বৈ অধানৰে পৰা তোলৈকে চাই আছো, তই ক'বই নোৱাৰ। তই আম্মানৰ ফালে চাই চাই একেবাৰে মচ্গুল।"

"আজি আকাশখন বৰ ধুনীয়া হৈছিল—"

"ও', ধুনীয়া মানুহে সকলো ধুনীয়া দেখে।" একো উত্তৰ নিদি গুলেজা ভিতৰলৈ আহিল। আৰু লেম জ্বলাবলৈ ভিতৰত জুইশলা বিচাৰি নেপাই ক'লে, "জেপত জুইচলা আছেনে দিয়াচোন।.বৌতিয়ে জানো জুইচলাটো ক'ত থৈ গ'ল।"

হাতত লেমটো লৈ গুলেজা পিছ ফালৰ বাৰান্দালৈ ওলাই আহিল।

জুইচলা কাঠি মাৰি লেমটো জ্বলাই দি কামালে সুধিলে "মাহীনো কলৈ গৈছে ?"

"গধূলিৰ সাজলৈ চাউল নাই, দোকানলৈ গৈছে।"

"দুপৰীয়া ভাত খালিনে নাই ?"

"খালো", সৰুকৈ গুলেজাই ক'লে।

তাই লেমটো মাজৰ কোঠালিত থলে। তাৰ পিছত দুয়োটা আগ ফালৰ চোতাললৈ ওলাই আহিল।

কামালে ক'লে, "তই কৈছিলি নহয়, চিগাৰেট খোৱা বেয়া। পিছে মই চিগাৰেট নোখোৱা হলে, আজি তোৰ লেম জ্বলাবলৈ মোৰ জেপত জুইচলা ওলালহেঁতেন নেকি ?"

"সদায় আমি চিগাৰেট খোৱা জুইচলাৰে লেম নজ্বলাও—"গুলেজাই ক'লে।

"বুজিছো, মাৰ খোৱা বেলিৰ জুইৰে লেম চাকি জ্বলাব। অ' সউৱা মাহী আহিছে হ'বলা।"

গুলেজাৰ মাক আইকণ হাতত টোপোলা এটা লৈ পদুলিয়েদি সোমাই আহিল।

মূৰ তুলি তাৰ মুখৰ ফালে চাই আইকণে সুধিলে, "কামালনো কেতিয়া আহিলি ?"

অলপ গহীন হোৱা যেন মাতেৰে কামালে ক'লে, "এই পিনে একামে যাবলৈ

আহিছিলো। তোমালোকৰ ঘৰৰ ভিতৰত কোনোবাই বাউচি জুৰি কথা শুনি, ভিতৰ সোমাই আহিছিলো, দেখিলো গুলেজাই কান্দি আছে। তাৰ পিছত আৰু কি কৰিম ? তাইক নিচুকাই, নেকান্দিবলৈ কৈ থৈ আহিলো।"

আইকণ ভিতৰলৈ সোমাই গ'ল।

"তুমি আহি পালাহি যেতিয়া মই এতিয়া যাও মাহী। এই আকৌ কান্দিব চাবা", কামালে ক'লে আৰু বাৰলৈ ওলাল।

"কোনোবাই কন্দাকটা কৰিলে নিচুকাবলৈ মোৰ আজৰি নাই। কন্দাকটা কৰাবোৰক লগতে লৈ নেযায় কেলেই", আইকণে কাৰো ফালে নোচোৱাকৈয়ে ক'লে।

"বাবলৈ নেপাও বুলি কান্দিছে নে যাব লগীয়া হয় বুলি কান্দিছে, কোনে জানে।" কামালে ক'লে।

আইকণে ক'লে, "কিজানিবা ভাত খাবলৈ নেপায়হে কান্দিছে খবৰ কৰিবিচোন। বহ, কলৈনো যাব ? চাহপ্যাত আনিছো, গুলেজা, দেচোন কামালক চাহ এপিয়লা খাকি।"

"পিছে, আবৰ নে মক্কা ক'ৰবালৈ যাও বুলিছিল নহয়, কিবা হৈছেগৈনে ;"

গুলেজায়ো এইবাৰ কামালৰ মুখলৈ চালে।

"আমাৰ ইয়াৰপৰা আৰবলৈ যাবলৈ বৰ বেছি দিন নেলাগে। পিছে যোৱাৰ দিহা কৰোতেই তাৰ দহ গুণ সময় লাগিছে। মোৰ যোৱাটো যেনেতেনে হ'বগৈ যেন লাগিছে, পিছে গুলেজাৰ কাৰণেহে জাহাজত ঠাই নাই বুলি কৈছে। কিজানি সাগৰৰ ওপৰেদি খোজ কাঢ়িহে যাব লাগিব হ'বলা।"

'সাগৰৰ জাহাজতহে ঠাই নাই। আকাশী জাহাজতো ঠাই নোহোৱা হ'লনে", গুলেজাই ক'লে।

"মাহী, গুলেজাৰ পাখী গজিছেই। কোন দিনা ভুৰুং কৰে উৰা মাৰে ক'ব নোৱাৰি। পিছে তাত গৈ কাৰ চোতালত পৰেগৈ বা।"

"আৰবৰ বজাৰ কোঁৱৰ, ছাহজাদা তাত মোৰ কাৰণে, গলিচা পাৰি বৈ আছে। বৌতি চাউল পালিনে নাই ? নহ'লে শুদা পেটে থাকি গা ইমান পাতল লাগিছে, এনেয়ে উৰি যাব পাৰিম যেন লাগিছে।"

আইকণে ক'লে, "কি চপৰটি মাৰিছ ! কামাল, মকানে আৰবলৈ যে যাবলৈ ওলাইছ, নামাজ-চামাজ নপঢ় কেলেই ? এতিয়া নামাজৰ সময়ত মগৰীবৰ নামাজ নপঢ়িল কেলেই ?"

"এই আৰবলৈ হজ কৰিবলৈ যাবলৈ ওলোৱা নাই নহয়, মাহী, ধন ঘটিবলৈহে যাবলৈ ওলাইছো। তালৈ এবাৰ গৈ লব পাৰিলেই হল, ধন-সোণো হ'ব, লগতে হজো কৰি আহিব পাৰিম। তাত হোটেলৰ বান্ধনীয়েও হাজাৰ হাজাৰ টকা দৰমহা পায়।" কামালে ক'লে।

গুলেজাই মাকে আন টোপোলাটো মেলিলে। তাত দুখিলো চাউল, কেইটামান পিয়াজ, দুটামান আলুগুটি, আৰু কাগজৰ ঠোঙাত অলপ চেনি আৰু অলপ নিমখ।

কামালে সেই ফালে চাই ক'লে, "আও, মাহীয়ে গোটেই বজাৰ উঠাই আনিলা।"

"নানিলে কাবোবাৰ ঘৰত লঘোণীয়া পেটেৰে আলহী হলেগৈছে হ'ব।" গুলেজাই ক'লে।

"এ মাহী, কথা এটা ক'বলৈ পাহৰিয়ে আছিলো। এইবাৰ মই বোম্বাইলৈ যাওঁতে আৰবৰ ছাহজাদা এজনক লগ পাইছিলো। তেওঁ গুলেজাৰ খবৰ সুধিছিল, বোলে ছোৱালীজনী কেনেকুৱা, ভাত কিমান খায়, মেট্রিক যে পাছ কৰিলে, তাৰ পিছত আৰু কলেজত পঢ়িবনে নাই, ছোৱালীজনী পঢ়া শুনাতো চোকা, মুখখনো চোকা, হয়নে বাৰু? কামালে ক'লে।

গুলেজাই ক'লে, "সেইজন ছাহজাদাই মোক লগ পাই গৈছে। গৰৈ মাছ খৰিচাৰে বান্ধি খুৱাই পঠিয়াইছো। পিছে ভাত খাবলৈ দিলো, খাব নেজানি ভেবা লাগি মোৰ মুখলৈহে চাই থাকে, লাজো নেপায়।" গুলেজাই ক'লে।

খৰিছাৰ সোৱাদ পাহৰিব নোৱাৰি সেই ছাহজাদাই মোৰ হাততে গুলেজালৈ প্ৰেজেণ্ট এটা দি পঠিয়াইছে। তাকে দি যাবলৈহে মই তোমালোকৰ ঘৰলৈ আহিছিলো। ক'ক দিম, তোমাক নে গুলেজাক?"

গুলেজাই ক'লে, "আৰবৰ ৰাজ কোঁৱৰৰ প্ৰেজেণ্ট বৌতিৰ কাৰণেহে ভাল হ'ব।"

তাই ভিতৰলৈ যাব খুজিছিল। কামালে জেপৰপৰা উলিয়াই দহটকীয়া ন'ট কুখন গুলেজাৰ হাতত গুজি দিলে আৰু ক'লে, 'কাৰোবাৰ ঘৰত ভাতৰ কাৰণে আলহী হ'বলৈ যাবৰ কাৰণে সেইয়া টেক্সীভাড়া দি পঠিয়াইছে। গাড়ীখন মতাই দিমনেকি? সিহ'তৰে ফালে চাই আইকণে এইবাৰ ক'লে, "তইনো সদায় আমাক এনেকৈ টকা পইচা কেলেই দিয় বোপাই? শুকান বালিক কিমান তিয়াবি!"

"এইয়া গুলেজাৰ মটৰ ভাড়াহে। আৰু কাৰবাৰত অলপ লাভ হৈছে কাৰণেহে দিব পাৰিছো। গুলেজাই আকৌ সোধৰ চপৰা আকাশৰ পৰা সৰি পৰিব বুলি সদায় গধুলি পৰত আস্মানৰ ফালে চাই থাকে।"

"আল্লাই আৰু দিয়ক বোপাই। আমাৰ নিচিনা গৰীব-দুখীয়াক যি পাৰ দিবি, আল্লাই আৰু দিব। বহ, চাহ খাই যাবি।"

তুমি যোৱা জাহাজখনততো ঠাই নহ'ব। এই কিছু টকাৰে মই আৰবলৈ যাবলৈ এখন জাহাজকে কিনিম। পিছে তোমাৰ জাহাজখন কেতিয়াকৈ যাব।

"কলৈ?"

"আৰবলৈ—"

'সোণ ভৰাই আনিবলৈ মোনা সাঁয়াইছো। এক জাহাজ মোনা সাঁয়াই হৈ গলেই, মোনা লৈ জাহাজত উঠিম।"

"তোমাৰ সোনাবোৰেই জাহাজ তৰি গলে, অন্য মানুহবোৰ পিছে কিহত যাব ?" —গুলেজা।

"সোনাবোৰত সোমাই যাব—"কামাল।

"সেইখন জাহাজ বুৰিব—" গুলেজা।

"তই ভাতকে এমুঠি খাই যাবি কামাল !"

আইকণে ৰান্ধনীশালৰ পৰা চিঞৰি ক'লে।

মোৰ জাহাজ বুৰো বুৰো। ভাত নেখাও মাহী। যাও। ইয়াতে কথা চোবাই থাকিলে জাহাজৰ নেগুৰে ভালহে পাম গৈ।" কামাল যাবলৈ উঠিল।

"নেগুৰে নে মাস্তুল ?" গুলেজাই ক'লে।

"গুলেজাৰ চুলিৰ টিকনি—" কৈ কৈ "মাহী যাও" বুলি কামাল ওলাই গ'ল। অলপ পৰৰ পিছত আইকণ ভিতৰৰপৰা ওলাই আহিল।

"এ' সি গলেই হ'বলা ? নেখাখিলি কেলেই ? ভাত নেখায় যদি, চাহকে এপিয়ালা খাই গলহেতেন। সদায় আমাক সহায় কৰে। আমাৰনো কিহৰ কিটো হয় ? মাহী বুলিলেই মই তাৰ মাহীয়েকজনী হৈ গলোনে ?"

"আগৰৰ কাৰবাৰত তাৰ সদায় ভাল লাভ হয়। এনেই দুটাকৈ ডেগ লৰ পাঁৰহে নে ? আমাৰ আজি টকা-পইচা নাই, কেতিয়াবা যদি হয়, আমিও সুদে-মূলে ধাৰ শুজিম। মই কাৰো ওচৰত ধৰুৱা হৈ থাকিবলৈ নিবিচাৰো।" গুলেজাই ক'লে।

"সি আমাৰ মৰমত সহায় কৰে, টকা-পইচা দিয়ে। মৰমৰ ধাৰ টকা-পইচা দি শুজিব নোৱাৰি। তাকো মৰম কৰিব লাগে।" আইকণে ক'লে।

"তয়ে তাক মৰম কৰিবি—" গুলেজাই ক'লে. আৰু ভিতৰ সোমাই গ'ল।

## তিনি

শালনী গাঁৱৰ সৰহভাগ মানুহেই খেতিয়ক। পৰিশ্ৰমী, খাটি-খোৱা মানুহ। কাম কৰিবলৈ কোনোৱে ভয় নকৰে, লাজো নকৰে। ল'ৰাবুঢ়া, মতা-তিৰোতা সকলোৱেই কাম কৰে মেহনত কৰে। আগেয়ে মাটি সৰহ আছিল, মানুহ তাকৰ আছিল। খেতিৰ আৰ্জনেৰেই আৰ্থিক-পুৰ্বৰ্ণিকৈ খাব মেলিবলৈ জুৰিছিল। লাহে লাহে মানুহ বেছি হৈ আহিল। খেতিৰ মাটি বাৰী মাটি ভাগ হ'ব ধৰিলে। মানুহমূৰী, গাই পতি মাটি কম পৰিব ধৰিলে। অভাৱ-অনাটন বাঢ়িব ধৰিলে। আনহাতে নগৰৰ দৰে গাঁৱতো উপভুৰা বিলাসৰ সামগ্ৰীৰ আমদানি হ'ব ধৰিলে। নতুন নতুন প্ৰয়োজন সৃষ্টি হ'ব ধৰিলে।

আগে শালনী গাঁৱৰ ল'ৰা-ছোৱালীবোৰে গৈ দুৰৱৰ স্কুলত পঢ়িছিলগৈ। কিছু বছৰৰ আগতে গাঁৱতে এটা হাইস্কুল বহুৱাইছে পাতিলে, ল'ৰা-ছোৱালীবোৰে তাতে পঢ়া হ'ল। গাঁৱৰ প্ৰায় সকলো মানুহেই ল'ৰা-ছোৱালীক স্কুলত নাম লগাই দিব ধৰিলে। আগে গাঁৱৰ সৰহভাগ ল'ৰা-ছোৱালীয়ে স্থানীয় মাইনৰ স্কুলটোৰ পৰা পাছ বা ফেল কৰি পঢ়িবলৈ এৰি দিয়ে। কিন্তু আজিকালি ওচৰতেই হাইস্কুলতো পঢ়ে। পিছে হাইস্কুলত পঢ়া ল'ৰাবিলাক খেতি পথাৰৰ প্ৰতি অমনোযোগী হ'ব ধৰিলে। সিহঁত সকলোৱে চাকৰি বিচাৰে, দুই চাৰিয়ে চাকৰি পায়ো। বেছিভাগে চাকৰি নেপায়। চাকৰি বিচাৰি বিচাৰি ভাগৰে। তাৰ পিছত ধৰো নধৰোকৈ খেতিত ধৰে।

শালনী গাঁৱত খেতিয়কৰ অভাৱ নহয়। ভাগ হৈ হৈ খেতিৰ মাটি কমহে অহাৰ কাৰণে, একোটা পৰিয়ালত চাৰিপাঁচোটা পথাৰলৈ যাবপৰা ল'ৰা থাকিলে তাৰে দুটা-মানে খেতিত ধৰিলে, বাকী কেটা এনেয়ে থাকে। কিছু টকা জোগাৰ কৰিব পাৰিলে কোনোবাই তেল-নিমখৰ দোকান দিয়ে, কোনোবাই গৰু বেপাৰ, ছাগলী বেপাৰত ধৰে, কোনোবাই ওচৰৰ কোনোবা চহৰলৈ গৈ দিন হাজিৰা কাম কৰেগৈ। বহি কোনো নেথাকে।

মাটিয়েই ধন। যাৰে মাটি আছে সিয়ে ধনী, যাৰ বেছি মাটি আছে সি বেছি ধনী, জমিদাৰ, মহাজন, গাঁৱৰ মাতব্বৰ। মাটি নোহোৱাবোৰে মাটি থকাবোৰৰ মাটিত খেতি কৰি দিয়ে—আধিকৈ, খন্দুৱাকৈ, দৰমহা বা দিন হাজিৰা লৈ খেতিৰ গৰু কিনিবলৈ ধন নথকাবোৰে নিজে খেতি কৰিবলৈ এৰি দিয়ে, নিজ মাটি অইনক আধি দিয়ে, নাইবা ধনীৰ ওচৰত বন্ধকত ৰাখে। বন্ধকৰ মাটি সহজে মোকলাব নোৱাৰে। ফলত ধনী মাটি গিৰিয়াৰ মাটি বাঢ়ি যায়। অৱশেষত কেতিয়াবা ধনীৰ ওচৰত বন্ধকত ৰখা নিজৰ মাটিতে একালৰ মাটিৰ গিৰিহঁত খেতি কৰিবলৈ হালোৱা সোমায়। দুখীয়া আৰু দুখীয়া হয়। এনেদৰে গতানুগতিকভাৱে গাঁওবোৰ চলি থাকে।

শালনী গাঁৱত মানুহ দুশ ঘৰবো বেছি। তাৰ ভিতৰত লেখৰ ধনী মানুহ ছয়ৰ পৰা আঠাইকেঘৰেই মাটিৰ ধনী। এওঁলোকৰ নিজ গাঁৱত মাটি থকাৰ উপৰিও নৈৰ সিপাৰৰ চাপৰিতো মাটি আছে। খেতিৰ কাৰণে কেইবা হালোকৈ হালৰ বলধ গৰু আছে, ম'হ আছে, খীৰতী ম'হ আৰু খীৰতী গাই আছে, গড়াল ভৰা কুকুৰা হাঁহ-পাৰ-ছাগলী আছে। এফালে হলে কেউফালে হয়। নৈ পৰীয়া মাটিত আলু সৰিয়হ, বেঙেনা-জলকীয়া, ধনীয়া, জিৰাৰ খেতি হয়। সেইবোৰৰ পৰাও ধন আহে। এওঁ-লোকে মৰাপাট আৰু কুঁহিয়াৰৰ খেতিও কৰায়। ধন আছে। ধন নোহোৱা বোৰে নিজে ধন আৰ্জন কৰিব নোৱাৰাবোৰে গাঁৱৰ ধনীকেঘৰৰ ধনৰ ছিচাপ কৰি সময় কটায়।

গাঁৱত বেংক নাই। দুই এজে নাবোৱাৰী মহাজনৰ ঘৰত মনে মনে টকা জমা থাকে।

মহাজন বৰ কম, যোকিজাই কিমান হিচাবে সিমানে টকা দিয়ে। জমা থোৱা টকাবে ব্যৱসায় কৰি মাৰোৱাৰী মহাজনে কিমান লাভ কৰে তাৰ যোখ কোনেও নজনে। সুদ খাব নেপায়, সুদ হাৰাম। জমা থোৱা টকাখিনি নিৰাপদে থাকিলেই হয়।

খেতিৰ উৎপাদনৰপৰাই হওক, বা হাঁহ-কুকুৰা-ছাগলীৰ পৰাই হওক বা গৰু-ম'হৰ পাখীৰৰ পৰাই হওক, হাতলৈ ধন অহাৰ কাৰণে তেওঁলোকে আল্লাৰ হুকুমৰ আদায় কৰে আল্লাক কৃতজ্ঞতা জনায়। ধনীৰ হাতলৈ সাঁচিব পৰাকৈ ধন আহিলে কিবাকৈ সেই ধন নোহোৱা হয় বুলি ভয়তে নামাজ ৰোজাৰ ফালে মন দিয়াৰ প্ৰয়োজন অনুভৱ কৰে ধনীসকলে। আৰু দোৱা প্ৰাৰ্থনা কৰে যাতে আল্লাই সেই ধন পইচা ৰক্ষা কৰে। আৰু বুজি ৰোজগাৰত 'বৰকত' বা উন্নতি দিয়ে। দুখীয়া দৰিদ্ৰকো দান-খয়ৰাত দিয়ে, যাতে সিবিলাকৰ দোৱাত আৰু ধন সম্পত্তি হয়। তাৰ ভিতৰতে কোনো কোনোৱে 'দুনীয়াদাৰী' সকলো কাম সমাধা কৰাৰ পিছত আৰু দায় দায়িত্ব পুত্ৰ পৰিজনক নিশ্চিন্ত মনে গটাই দিব পৰা হোৱাৰ পিছত বয়স যথেষ্ট হ'লে মক্কাত হজ কৰিবলৈ যাবলৈ সাজু হয়।

হজ কৰাটো ধনীৰ কাৰণে ফৰজ—অৱশ্য-কৰ্তব্য। আৰু হাজী বা হজী বুলিলে সকলোৱে ধাৰ্মিক বুলি, সৎলোক বুলি শ্ৰদ্ধা ভক্তিও কৰে। হজ কৰি হাজী হৈ মক্কাৰ পৰা ঘূৰি অহাৰ পিছত, সেই ধনী মানুহজন সমাজৰ গণ্যমান্য লোকৰ মানুহ হৈ পৰে। পাক পবিত্ৰ ঠাইলৈ গৈ পুণ্যৰ কাম, ছাৱাবৰ কাম কৰি আল্লাৰ হুকুম, ফৰজ পালন কৰি অহাৰ পিছত হাজীসকল আৰু বেয়া বা অবাঞ্ছনীয় কামত লিপ্ত নহয়। হাজীসকল ধনৰো অধিকাৰী আৰু পুণ্যৰো অধিকাৰী হৈ পৰে। গাঁৱৰ মাজত দুই এজন হাজী থকাটো গাঁওখনৰে গৰ্বৰ কথা।

কোনো কোনো গাঁৱৰ দুখীয়া মানুহেও কেতিয়াবা বহু কষ্ট কৰি হজ কৰি আহেগৈ। হাঁহ-কুকুৰা, বাঁহ-কাঠ বেচি, কষ্ট কৰি আৰ্জন কৰা টকাৰ পৰা চান কাঢ়ি এপইচা দুপইচাকৈ সাঁচি এনেলোকে আপোন পৰিয়ালৰ পৰাও খুজিমেলি লৈ হজ কৰিবলৈ যায়। এইটোৱেই তেওঁলোকৰ জীৱনৰ চৰম আৰু শেষলক্ষ্য। জীৱনৰ সমগ্ৰ সঞ্চয়ৰ বিনিময়ত এবাৰ গৈ মক্কাত 'বয়তোল্লাহ' বা 'আল্লাৰ ঘৰ' কা'বাত দুই ৰকাত নামাজ পঢ়ি আল্লাৰ দৰগাহত নিজৰ অন্তৰতম প্ৰাৰ্থনা জনাই মানৱী জীৱন সাৰ্থক হোৱা বুলি অনুভৱ কৰে।

এনে হাজীকো সমাজে শ্ৰদ্ধা নজনাই নেথাকে। এনে গৰীব আৰু সৰল হাজীক সৰ্বসাধাৰণে ধৰ্মাত্মা আৰু পুণ্যাত্মা বা নেঁথকাৰ বুলি গণ্য কৰে।

অৱশ্যে ধনী হাজীজনক অলপ বেলেগ চকুৰে চায়, তেওঁৰ হজ কৰিবলৈ যাওতে হোৱা খৰছাখিনি যেন ত্যাগৰ এক জীৱন্ত নিদৰ্শন। কাৰ ধন কেনেকৈ ক'ৰপৰা আহে তেতিয়া সেইকথাৰ বিচাৰ ৰখকৈ নহয়।

হাজী কবিৰ আলি গাওঁবুঢ়া শালনী গাঁৱৰ এজন লেখৰ মানুহ—চৰ্বাৰ—বৰমুৰীয়া। তেওঁৰ বাপেকো গাওঁবুঢ়া আছিল, ১৭ পুৰা দুশিহ মাটিৰ গৰাকী

আছিল। গৰুম্বে-ম'হে, ধনে-ধানে ৰুজন-জনা আছিল। দুজন পুতেক—হামিদ আৰু আৰু ফৰিদ। হামিদ অলপ অসুখীয়া আছিল। পৈতৃক সম্পত্তি যি পাইছিল, তাতকৈ বঢ়াব নোৱাৰিলে। ফৰিদ কিন্তু বৰ কাজুৱা আছিল, পঢ়াশুনাও অলপ কৰিছিল—পাঠশালাত পঢ়িছিল, মক্তব-মাদ্ৰাছাতো পঢ়িছিল। সেই হিচাবেৰে ফৰিদ গাওঁখনৰ তেওঁৰ চামৰ মানুহৰ মাজৰ এজন শিক্ষিত মানুহেই আছিল। তেওঁ বুধিয়কো আছিল।

শালনী গাঁৱৰ মুছলমান ৰাইজে ফৰিদ হাজীৰ মুখৰ পৰাও মক্কা, মদিনা, আৰফাতৰ ময়দান, জম্‌জমৰ কুঁৱা, হেৰা পৰ্বতৰ গুহা আৰু কা'বা ঘৰটোৰ বহুত কাহিনী শুনিছিল। শুনি তৃপ্ত মানিছিল। ফৰিদৰ সৌভাগ্যক অভিনন্দন জনাইছিল। ধন হলে এনেকুৱা নেকীৰ কামত খৰছ কৰিব লাগে। ধন হলেই নহয় মনো থাকিব লাগে। নচীবত নেথাকিলে লাখ টকাৰ মালিকেও হজ কৰিবলৈ যাব নোৱাৰিব পাৰে।...

—এইবোৰ গাঁৱৰ ৰাইজৰ আলচ-বিলচৰ কথা।

মুছলমানৰ কাৰণে মক্কাৰ লগত মিহলি হৈ আছে আদম-ইব্ৰাহীম-মুছা-ঈছা-মোহম্মদৰ বহুত প্ৰাচীন কাহিনী। সেইবোৰ কাহিনী শুনিলেও পুণ্য হয়। হাজীসকলে হজ কৰি ঘূৰি আহি নানান কাহিনী বৰ্ণাইছি। মুখেমুখে সেইবোৰ নানা ঠাইলৈ বিয়পি যায়। ধৰ্মক্ষেত্ৰৰ কাহিনী শুনিলেও পুণ্য হয়। মানুহৰ মন পৱিত্ৰ হয়।

## চাৰি

অসমৰ হাবিত সাঁচি গছ আছিল।

যেনেকৈ আছিল শালগছ, চম্পা গছ, ধুনা গছ, নাহৰ গছ, চেগুন গছ, বনচোম গছ। এইবোৰ গছেৰেই অসমৰ বনভূমি ঐশ্বৰ্যময়।

কাঠনিৰ লগতে অসমত আছিল বাঁহনি। অসমৰ অৰণ্য কাঠ আৰু বাঁহৰ অৰণ্য। কাঠ অলপ অভিজাত, বাঁহ অলপ সাধাৰণ। তথাপি বাঁহনহলে অসমৰ মানুহৰ নচলে—জন্মৰপৰা মৃত্যু পৰ্যন্ত। সদ্যজাত কেঁচুৱাৰ নাই কটাৰ মুহূৰ্তৰ পৰা, সেই বাঁহৰ চেঁচুভাজৰপৰা, মৰিশালীৰ চাঙীখনলৈকে বাঁহৰ লগত অসমৰ মানুহৰ সম্পৰ্ক।

বাৰীৰে ৰুকৰে জাতি বাঁহ এজুপি,
সিও মোৰ সোদৰৰ ভাই।

জীয়াই থাকো মানে কৰো কাজিকামি,
মৰিলেও জগতে যায়।

এইয়া অসমৰে কথা নহয়, সমগ্ৰ পূৰ্ব ভাৰত তথা পূৰ্ব এচিয়াৰ কথা—চীন, জাপান থাইলেণ্ড, ব্ৰহ্মদেশ সকলোৰে।

বাঁহৰ বিলৰে দীৰ্ঘদিনীয়া ইতিহাস আছে কাঠৰো তেনেকৈ বহুত পুৰণি ইতিহাস আছে। সকলো কাঠৰে আছে।

তাৰ ভিতৰত কেইবিধমান কাঠৰ কাহিনী বিচিত্ৰ। তুলসীও গছ, চন্দনো গছ, দেৱদাৰুও গছ, ধুনাও গছ—আৰু সাঁচিও গছ।

অসমৰ হাবিত সাঁচি গছ আছিল।

অসমত সাঁচিগছৰ হাবি আছিল।

সাঁচি গছ হাবিত আছিল।

সাঁচিগছ মানুহৰ বাৰীত, বাৰীৰ চাপতো আছিল।

অসমৰ সাঁচি গছ ইয়াৰ শিক্ষা-সংস্কৃতি, বিদ্যামনীষা, ৰাজনীতিৰ লগতো জড়িত আছিল। সাঁচি গছৰ ছালে, সাঁচিপাতে, বহন কৰি আহিছে অসমৰ ৰাজনীতিৰ ইতিহাস, ধৰ্মৰ কথা, চিন্তা-চৰ্চা, জ্ঞান সাধনা, কল্পনা সৃজনী—সকলোৰে স্বাক্ষৰ বহন কৰিছিল—সাঁচিপাতে। সাঁচি গছৰ বাকলিয়েই হৈছিল—পুথি, ধৰ্ম গ্ৰন্থ, এই অসমীয়া জাতিটোৰ সভ্যতা সংস্কৃতিৰ সমগ্ৰ ইতিহাস জীয়াই আছে—সাঁচিপাতৰ পুথিত।

আৰু সাঁচি গছডাল।

কাঠ হিচাপে অকামিলা গছ। নাহৰৰ দৰে সাহ নাই—গোটেইডাল গছ পলস, ভীমকল যেন কোমল। কোনোবাই ঘৰৰ চাঁটি লগায়, পানীত নিতিতিলে দিন যায়। তিতিলে পচি যায়। গাঁৱৰ মানুহে খৰি পোৰে। তুলাপাত বা কাগজ ওলোৱাৰ পিছত সাঁচিৰ ছাল বখলিয়াই কোনোৱে কিবা লেখিবৰ কাৰণে সাঁচিপাত ব্যৱহাৰ নকৰা হ'ল।

তাহানি কালত, বুঢ়া সাঁচি গছৰ গা-গছ ডালৰ মাজত ওলোৱা ক'লা ক'লা আগৰ বা অগৰু চন্দন সুগন্ধি হিচাপে ৰজাঘৰ আৰু অভিজাত সকলে ব্যৱহাৰ কৰিছিল। আগৰ কালৰ কোনো কোনো অসমৰ ৰজাই সোণৰ জোখেৰে সুগন্ধী আগৰ কাঠ দিল্লীৰ বাদছাহলৈ বন্ধুত্বৰ চিনস্বৰূপে উপহাৰ পঠোৱাৰ কথা বুৰঞ্জীত আছে। মাজে মাজে সাঁচি গছ কাটিলৈ ওলোৱা আগৰ কাঠ জুইত দি পুৰি গোন্ধ লোৱাৰ কথাও জনা যায়। কেতিয়াবা দিল্লী, লক্ষ্ণৌ, কলিকতা, ঢাকাৰ ফালৰ বেপাৰী আহি আগৰ কাঠ কিনি নাও বোজাই কৰি নিছিলহি বুলি জনা যায়। নিছিল নবাব-জমিদাৰ সকলে আগৰৰ পৰা ওলোৱা আতৰ ব্যৱহাৰ কৰিবৰ কাৰণে। সাঁচি গছ দুৰ্লভ নাছিল, 'আগৰ' আৰু 'আতৰ' ব্যৱহাৰ হৈছিল বাইকৈ অসমৰ বাহিৰত। অসমৰ ধনী মুছলমান সকলে

ঈদে-বকৰিদে, বিয়াই-সবাহিয়ে গাত পিন্ধা কাপোৰত আতৰ একন ঘঁহিছিল। সুগন্ধী বস্তু হজৰত মোহম্মদৰ অতি প্ৰিয় বস্তু আছিল যদিও আৰু ঈদ-বকৰিদত আতৰ লোৱাটো চলত যদিও সাধাৰণ মানুহে কাচিৎহে আতৰ ব্যৱহাৰ কৰিছিল। বিশেষকৈ নগৰ চহৰৰ ধনী মানুহৰ ঘৰৰ বিয়াত দৰাক আদৰোতে আতৰ ব্যৱহাৰ কৰা হৈছিল, এতিয়াও হয়।

হয়তো অসমৰ পৰা নিয়া সাঁচিৰ বুকৰ আগৰৰ পৰা তৈয়াৰ কৰা আতৰকে বজাৰৰ পৰা কিনি আনি অসমৰ মুছলমান সকলে ঈদে-বিয়াই ব্যৱহাৰ কৰিছিল। অসমৰ মানুহে সাঁচি গছৰ বুকৰ পৰা আগৰ কাঠ উলিয়াব জানিছিল। কিন্তু আগৰৰ পৰা আতৰ তেল উলিয়াব নেজানিছিল। জানিছিল তেতিয়া ভাৰতৰ ভিতৰতে থকা চিলেট, ঢাকা আদি ঠাইৰ মানুহে।

নগৰ-চহৰৰ গণ্যমান্য মুছলমান উকিল হাকিমৰ ঘৰ, গাঁৱৰ দুই চাৰি ধনী মানুহ—ইয়াৰ মাজতেই আতৰৰ নিচিনা সুগন্ধী তেলৰ ব্যৱহাৰ সীমাবদ্ধ আছিল। সিও সদায় নহয়, বিয়া মৌলুদ ঈদ উৎসৱ আদিতহে। গাত আতৰ ঘহোঁতে অৱশ্যে তাৰ মূল সাঁচি গছৰ কথা বা আগৰ কাঠৰ কথা, কাৰো মনত নপৰিছিল।

সাধাৰণতে সাঁচি গছৰ খৰি কৰা হৈছিল। কেতিয়াবাহে ঘৰৰ চটি কৰা হৈছিল। সাঁচি গছ কটাত ক'তো বাধা নিষেধ নাছিল। ডাঙৰ ডাঙৰ হাবিৰ মাজত সাঁচি গছ গজিছিল, ডাঙৰ হৈছিল আৰু তাতেই শুকাই মৰি পচিছিল। গা-গছডালৰ লগতে তাৰ বুকুৰ মহামূল্য আগৰ কাঠো মাটিতে জহিপমি গৈছিল। তেনে অটব্য হাবিৰ মাজলৈ আগৰৰ গোন্ধ লবলৈ যাও'তা কোনো নাছিল।

## পাঁচ

শলনী গাঁৱৰ মানুহৰ বাৰীৰ ঢাপত আৰু গাঁৱৰ মাজৰ কাঠনি-বাঁহনিতো সাঁচি গছ এনেয়ে গজিছিল। গাঁৱৰ ল'ৰা-বুঢ়াই অন্য সাধাৰণ কাঠগছৰ নিচিনাই সাঁচি গছকো এবিধ সাধাৰণ খৰি পোৱা কাঠগছ বুলিয়ে ধৰিছিল। কোনোবা বুঢ়া সাঁচি গছৰ বুকত কেতিয়াবা শকত ডুখৰীয়া আগৰ কাঠ কোনোবাই পালেও ঘৰতে জুইত দি জ্বলাই গোন্ধ লোৱাৰ বাহিৰে তাৰ অন্য কোনো ব্যৱহাৰ জনা নাছিল।

জুইত পুৰিলে নাহৰ খৰি গোন্ধায়, ধুনা গোন্ধায়, গোন্ধ কৰৈ গোন্ধায়, তেলীঐ গোন্ধায়। কিন্তু সাঁচিৰ বুকৰ আগৰ কাঠ জুইত নিদিলেও মলমলাই গোন্ধাই থাকে।

আগৰ কাঠ সেঁজালা বিহিজী বস্তু। মূল্যবান সুগন্ধী কাঠ। কিন্তু তাৰ যে দাম থাকিব পাৰে বহুতেই নেজানিছিল।

১৯১৭-১৮ চনৰ কথা।

চিলেট জিলা তেতিয়া অসমৰ ভিতৰৰ এখন ৰাজ্য। তাৰপৰা মানুহ আহে আচামলৈ—ব্ৰহ্মপুত্ৰ উপত্যকালৈ। ইয়াৰ মানুহো যায়—ঢাকালৈ, চিলেটলৈ, বিখ্যাত ছাহজালাল পীৰৰ দৰগাহত জিয়াৰত কৰিবলৈ। ঢাকাত পঢ়িবলৈ।

তেতিয়া ভাৰতত চলি আছিল ব্ৰিটিছৰ শাসন। চিলেটীয়া, অসমীয়া একেখন দেশৰ প্ৰজা। অবাধ অহাযোৱা।

এজন মানুহ আহিছিল চিলেট জিলাৰ পৰা। ৰেলেৰে আহি আহি লামডিং ডিমাপুৰ পাৰহৈ ফৰকাটিং পাইছিলহি। তাৰ পিছত অ'ত ত'ত বৈ বৈ আহি এদিন ওলাইছিলহি শালনী গাঁও—১৯১৭-১৮ চন মানত।

এঁৱেই এনেকৈ সুৰমা উপত্যকাৰ পৰা অহা প্ৰথম মানুহ নহয়, মানুহ আহে কিছুদিন থাকে, ঘূৰি যায়। মানুহে পাহৰি যায়। কোনোবাই কাৰোবাৰ ঘৰত খেতি কৰিবৈ যায়গৈ, কোনোবাই মাছ মাৰি দি দুপইচা ঘটি যায়গৈ, কোনোবাই ক'ৰবাত মক্তবত ল'ৰা পঢ়ায়, কোনোবাই ক'ৰবাৰ মছজিদত ইমামতি কৰে, নামাজ পঢ়ায়। কেইমাহমান বা কেইবছৰমান থাকি নিজৰ ঠাইলৈ ঘূৰি যায়। প্ৰথমে নিজ নিজ চিলেটী বা ঢাকায়া ভাষা কয়, তাৰ পিছত ভগা ভগা অসমীয়া ক'বলৈ লয়, তাৰ পিছত মলমলীয়াকৈ অসমীয়া ক'ব পৰা হয়।

অসমৰো কোনো কোনোৱে ঢাকাত বা চিলেটত পঢ়িবলৈ যায় আৰু বঙলা ভাষা শিকি আহে।

চিলেট জিলাৰপৰা অহা সেই মানুহজন আছিল এজন স্বাস্থ্যবান ডেকা, সুশ্ৰী আৰু সৰবৰহী। তেওঁ আৰবী-উৰ্দু-ফাৰ্চীত কিছু শিক্ষিত আছিল, আৰু আছিল এজন সৰল ধৰ্মপ্ৰাণ মানুহ, তেওঁ আছিল এজন সুকণ্ঠ গায়ক। তেওঁ গাইছিল, পূৰ্ব বঙৰ জনপ্ৰিয় বাউল গীত। তেওঁৰ গীতে শ্ৰোতাক মুগ্ধ কৰিছিল। লালন ফকীৰৰ বাউলগীতৰ সহজ কথা আৰু সহজ সুৰ তেওঁৰ কণ্ঠত জীৱন্ত হৈ উঠিছিল।

বাউল গীত গাব জনাৰ উপৰিও তেওঁ জানিছিল আৰু এটা অসাধাৰণ বিদ্যা: সাঁচি গছৰ পৰা আগৰ কাঠ আৰু আগৰ কাঠৰ পৰা আঁতৰ তেল কেনেকৈ উলিয়াব পাৰে তেওঁ জানিছিল। শালনী গাঁৱৰ মানুহৰ বাৰীৰ ঢাপে ঢাপে হাবিয়ে বননিয়ে প্ৰকাণ্ড প্ৰকাণ্ড সাঁচি গছবোৰ দেখি তেওঁ স্তম্ভিত হৈছিল। ইমান মূল্যবান সম্পদ এনেদৰে অৱহেলিত হৈ পৰি থকা আৰু সেইবোৰ-সাধাৰণ খৰিৰ কাঠৰ দৰে জুইত পুৰি ছাই কৰি পেলোৱা দেখি তেওঁ দুঃখীত হৈছিল। শালনী গাঁৱৰ মানুহে সাঁচি গছৰ মূল্য বুজা নাই। আগৰকাঠ আৰু আঁতৰতেল কৰিবৰ কাৰণে কোনো বিশেষ বিদ্যা-বুদ্ধি নেলাগে, সাধাৰণ খেতিয়ক মানুহেই কৰিব পাৰে। এই কথা

নজনাৰ কাৰণেই এই মানুহখিনিয়ে সোণ পুৰি ছাই কৰিছে, শাঁচি গছৰ খৰি পুৰিছে।

গাঁৱৰ কিছু ডেকা ল'ৰাক লগত লৈ তেওঁ য'তে ত'তে সহজে পোৱা শাঁচি গছ কাটি 'আগৰ কাঠ' উলিওৱাত ধৰিলে। নতুনকৈ এটা উদ্যোগ, এটা ব্যৱসায় আৰম্ভ কৰিলে—শালনী গাঁৱতে। গাঁৱৰ কিছুসংখ্যক মানুহে খেতিৰ উপৰিও 'আগৰ কাঠ' কটা ব্যৱসায়ত ধৰিলে। কাঠবোৰ নি বেচাগৈ হয় চিলেটৰ আগৰ বেপাৰীক। সিহঁতে নি ভাটিৰ ক'ৰবাত বেচেগৈ। গাঁওখনলৈ অলপ টকা অহাৰ এটা বাট ওলাল।

এইয়া প্ৰথম মহাসমৰৰ সময়ৰ কথা।

চিলেটৰ সেই ডেকা আৰু ঘূৰি নগ'ল। শালনী গাঁৱৰে এজনী খেতিয়কৰ ছোৱালী বিয়া কৰাই তেওঁ তাতেই নিগাজীকৈ ৰৈ গ'ল। ক্ৰমে আগৰ কাঠ আৰু 'আতৰ তেল' উলিওৱাৰ জনাৰ কাৰণে গাঁৱৰ মানুহে তেওঁক আতৰ আলি বুলি মাতিব ধৰিলে। বাউল ধৰ্মচৰ্চা গোৱা আৰু কিছু সংখ্যক ভকত লৈ, পূৰ্ববঙ্গৰ বাউল সম্প্ৰদায়ৰ নিচিনাকৈ বাউল গাই 'হাল্‌কা' কৰাৰ কাৰণে তেওঁক ভকতসকলে পীড় চাহেব বুলিও মানিব ধৰিলে। আৰু তেওঁৰ বাউল সম্প্ৰদায়ৰ ভকতসকলে বুলিব ধৰিলে হাল্‌কা জামাত।

অঞ্চলটোত শাঁচি গছ য'তে ত'তে পোৱা যায়। তাৰ পৰা আগৰ কাঠ উলিয়াই, চিলেটৰ আগৰ বেপাৰীক বেচি কিছুমান মানুহে জীৱিকা উলিওৱাত ধৰিছিল। ই আছিল এটা অগতানুগতিক আৰু আন যি কোনোৱে সহজে হাত দিব নোৱাৰা ব্যৱসায়। ই হৈ পৰিছিল শালনী গাঁৱৰ কিছুমান মানুহৰ অচ্ছুতীয়া আৰু একচেতীয়া ব্যৱসায়। তেতিয়া যদিও আগৰ কাঠৰ দাম অতি কম আছিল তথাপি খেতি-বাতিৰ লগতে আগৰ কাঠ কাটিও কিছু মানুহে দুপইচা ওপৰঞ্চি আৰ্জন কৰিছিল। কিন্তু অন্য ঠাইৰ মানুহে এই বিষয়ে বিশেষ একো জানিবৰ সুযোগ পোৱা নাছিল। এক প্ৰকাৰ গোপনে চলাদিয়ে এই কাৰবাৰ চলিছিল।

ইতিমধ্যে দেশৰ ৰাজনৈতিক বাতাবৰণ সলনি হৈছিল। আৰম্ভ হৈছিল অসহযোগ আন্দোলন, আৰু ভাৰতৰ স্বাধীনতাৰ যুদ্ধ। মানুহবোৰৰ গতি-বিধি, কাৰ্যকলাপ আৰু চিন্তাভাবনা অন্য ফালে ঢাল খাইছিল। শালনী গাঁও অসহযোগ আন্দোলনৰ ঘাটি হৈ পৰিছিল। দলে দলে গাঁৱৰ ডেকা ল'ৰাই স্বৰাজৰ গীত গাই গাই বৃটিছ-বিৰোধী আন্দোলনত জঁপিয়াই পৰিছিল।

ইতিমধ্যে আতৰ আলি পীড়ৰ মৃত্যু হৈছিল। আগৰ কাঠৰ যিখন বজাৰৰ লগত তেওঁৰ যোগাযোগ আছিল, তেওঁৰ মৃত্যুৰ লগে লগে সেই যোগাযোগ নোহোৱা হৈ আহিল। ক্ৰমে আগৰ কাঠৰ কাৰবাৰ নোহোৱা হৈ আহিল। শালনী গাঁৱৰ খেতিয়ক ৰাইজে আকৌ খেতিত ধৰিলে।

লাহে লাহে আগৰ ব্যৱসায়ৰ কথা তাৰ মানুহে পাহৰি গ'ল।…

দ্বিতীয় মহাযুদ্ধৰ আৰম্ভ হ'ল।

শালনী গাঁৱৰ ল'ৰাবোৰে ওচৰে-পাজৰে এৱাৰপ'ৰ্ট আৰু মিলিটাৰী কেম্পত চাকৰি বিচাৰি ফুৰিব ধৰিলে। কোনোৱা মিলিটাৰী ঠিকাদাৰৰ লগত বন্দুৱা সোমাল। কোনোবাই অন্য কিবাকিবি কৰাত ধৰিলে। দেশৰ, গাঁৱৰ পৰিস্থিতি সম্পূৰ্ণ সলনি হৈ গ'ল।

যুদ্ধ চলি থকা কালছোৱাত, অন্য গাঁৱৰ ল'ৰাৰ দৰেই শালনী গাঁৱৰ ল'ৰাবোৰেও যুদ্ধ ক্ষেত্ৰত কাম কৰি কিছু টকা আৰ্জন কৰিছিল। যুদ্ধখন শেষ হলত, গাঁৱৰ এই ল'ৰাবোৰ নিবনুৱা হৈ পৰিল। ইতিমধ্যে টকাৰ মূল্য বহুত কমি গ'ল। বস্তুৰ দাম বাঢ়ি গ'ল। নিবনুৱা সমস্যাই ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে। শালনী গাঁৱকো এই পৰিস্থিতিৰ ভাপে চুলেহি। গাঁৱৰ নিবনুৱা ডেকাবোৰ কিংকৰ্তব্য-বিমূঢ় হৈ পৰিল।

সকলোৰে চকুমুখত একেটা প্ৰশ্ন: আমি এতিয়া কি কৰিম? আমি কি কৰি খাম? আমি কলৈ যাম? আমি ক'ত চাকৰি পাম? ক'ত আমি আমাৰ শ্ৰম বিক্ৰী কৰিম? কিহেৰে আমাৰ জীৱিকা আৰ্জন কৰিম?

আমি এতিয়া কি কৰিম?

এতিয়া আমি কি কৰিম?

কোনো সমাধান নাই।

কোনো সমাধান নাই।

উত্তৰ-বিহীন প্ৰশ্নৰ অৰণ্যৰ মাজত ককবকাই ঘূৰি ফুৰোতে কাৰোবাৰ হঠাৎ চকুত পৰিল কাৰোবাৰ বাৰীৰ চাপত, কাৰোবাৰ ঘৰৰ কাষৰ হাবিত থিয় হৈ থকা বুঢ়া, ডেমেহুৱা সাঁচি গছবোৰ। বিশেষকৈ শালনী গাঁৱত আগৰ কাঠৰ ব্যৱসায়ৰ সূত্ৰপাত কৰোতা আঁতৰ আলি পীড়ৰ পুত্ৰ আৰু আত্মীয়হঁতৰ হঠাৎ চকু মেল খালে—এইবোৰ দেখোন জীৱন্ত সোণৰ গছ—ক'লা সোণৰ চেকুৰা বুকুত লৈ শান্ত-শিষ্টভাৱে থিয় দি আছে—এইবোৰ অসমৰ ক'লা চন্দন, সাঁচি গছ আমাৰ কাষণেই বুকুত সোণৰ সঁফুৰা লৈ থিয় দি আছে।

শালনী গাঁৱৰ আগৰ কাঠ উলিয়াৰ জনা ডেকাহঁত হাতত কুঠাৰ-দা লৈ ঘৰৰ বাহিৰ ওলাল। গাঁওখনৰ ডেকাহঁতৰ মাজত খদমদম লাগিল। এক নতুন ব্যস্ততা আহিল।

ওচৰ-পাজৰৰ গাঁওবোৰত সাঁচি গছ বিচাৰি ডেকাহঁতে পিংপিঙাই ফুৰিব ধৰিলে। ক্ৰমে যেতিয়া ওচৰত সাঁচি গছ পাবলৈ নোহোৱা হৈ আহিল, তেতিয়া ডেকাহঁত হাতত দা-কুঠাৰ লৈ, যেনেৰে, যাহেৰে, চাইকেলেৰে অন্য ঠাইত সাঁচি গছ বিচাৰি ফুৰিব ধৰিলে। লাহে লাহে সাঁচি গছৰ দাম দিনক দিনে বাঢ়ি যাব ধৰিলে। একোজোপা ডাঙৰ বুঢ়া সাঁচি গছৰ দাম পাঁচ শ, সাত শ, হেজাৰ-বাৰশ

পৰ্যন্ত হ'ল। আনহাতে আগৰ কাঠ আৰু আতৰ তেলৰ দামো বাঢ়িব ধৰিলে দিনে দিনে।

শালনী গাঁৱৰ আগৰ কাঠৰ কাৰবাৰ কথা ডেকাহঁতে প্ৰথম অৱস্থাত কেৱল সাঁচি গছ কাটি আনি, হেও দি ডোখৰ-ডোখৰ কৰি, সেই হেওবোৰ কুঠাৰেৰে কালি, তাৰ পৰা দা আৰু বটালিৰে, কাঠৰ মাজত সোমাই থকা ক'লা, সুগন্ধি, তেলযুক্ত, টান আৰু আঁহ-সৰুকা সৰু-ডাঙৰ টুকুৰাবোৰ কাটি উলিয়াইছিল। তাক ঘঁহি পিহি মিহি আৰু নিমজ কৰি, প্ৰথম শ্ৰেণী ( চেম ), দ্বিতীয় শ্ৰেণী, তৃতীয় শ্ৰেণী আদিত ভাগ কৰি, বেলেগে বেলেগে 'আগৰ কাঠ' বিক্ৰী কৰাৰ ব্যৱস্থা কৰিছিল। ক্ৰমে গাঁওখনৰ ভিতৰত 'আগৰৰ' মহাজন আৰু আগৰ কাঠ কটা বনুৱা আৰু আগৰ কাঠৰ বেপাৰী আদি কেইবা শ্ৰেণীৰো মানুহ ওলাল। সাঁচি গছ হৈ পৰিল এক দুৰ্লভ, দুমূ'ল্য আৰু আপুৰুগীয়া পণ্য দ্ৰব্য। ভাৰতৰ ভিতৰত আগৰ কাঠৰ বজাৰ হ'ল বোম্বাই চহৰ। অসমৰ ভিতৰত প্ৰধান উৎপাদন কেন্দ্ৰ হ'ল শালনী গাঁও আৰু মধ্যৱৰ্তী বজাৰখন হ'ল নগাঁও জিলাৰ হোজাই অঞ্চল।

ইতিমধ্যে আগৰ কাঠৰ ব্যৱসায়ৰ গতিবিধি লক্ষ্য কৰি চৰকাৰে সাঁচি গছ কটা বন্ধ কৰিবৰ কাৰণে, লগতে সাঁচিৰ নিচনা বনজ সম্পদৰ পৰা চৰকাৰী আয় কৰিবৰ কাৰণে 'আগৰ মহল'ৰ কাৰণে নিবিদা আহ্বান কৰাৰ ব্যৱস্থা কৰিলে। আন মানুহে সাঁচি গছৰ বিষয়ে বা আগৰ কাঠৰ ব্যৱসায়ৰ বিষয়ে বিশেষ একো নেজানিছিল, গতিকে আগৰ মহলবোৰ অধিক সংখ্যক শালনী গাঁৱৰ আগৰ বেপাৰীয়েই ডাকি লৈছিল। চৰকাৰী আগৰ মহলৰ পৰা সাঁচিগছ কটা আৰম্ভ হ'লত কিছু নিয়ম মানি চলিব লগীয়া হ'ল। 'আগৰ' মহলদাৰে সাঁচিগছ কাটিবলৈ যোৱা মানুহবোৰক কাটিবলৈ পাছ দিবলগীয়া হ'ল, আৰু 'আগৰ' কাঠ এঠাইৰ পৰা অন্য ঠাইত বেচিবলৈ নিবৰ কাৰণে চৰকাৰৰ বন বিভাগৰ পৰা ট্ৰেন্‌জিত পাছ ল'বলগীয়া হ'ল।

এনেকৈ আগৰ কাঠৰ ব্যৱসায়ৰ লগত চৰকাৰো জড়িত হৈ পৰিল। হোজাই আৰু বোম্বাইৰ যোগেদি আগৰ কাঠৰ ব্যৱসায়ৰ পৰা বছৰি কেইবালাখো টকা শালনী গাঁৱলৈ, তথা অসমলৈ আহিব ধৰিলে।

তেতিয়ালৈকে এই উদ্যোগ মুছলমানৰ মাজতে সীমাবদ্ধ আছিল। লাভজনক দেখি আৰু ব্যৱসায়টো কঠিন শ্ৰমসাধ্য নহয় দেখি, ক্ৰমে অন্যান্য মানুহে এই ব্যৱসায়ত নামি পৰিল। অসমলৈ বোম্বাইৰ আগৰ বেপাৰীৰ আৰু হোজাইৰ পৰা শালনী গাঁৱলৈ হোজাইৰ আগৰ বেপাৰীৰ অহা-যোৱা ঘন হ'ব ধৰিলে।

শালনী গাঁৱৰ ৰূপো কিছু সলনি হ'ব ধৰিলে। মাজে মাজে খেৰ-বাঁহৰ ঘৰৰ ঠাইত টিনৰ ঘৰ আৰু পকীঘৰ উঠিব ধৰিলে। ডেকাল'ৰাহঁতৰ হাতত হাত ঘড়ী হ'ল, বহুতৰে মজিয়াত-ৰেডিঅ' হ'ল, আৰু কিছু ডেকা ল'ৰাই আগৰ কাঠ বেচিবলৈ বাকচত মাল ভৰাই লৈ নিজেই বোম্বাইলৈ অহা-যোৱা কৰিব ধৰিলে। ক্ৰমে শালনী গাঁৱৰ কিছুমান ডেকা ল'ৰাৰ কাৰণে বোম্বাই ভাতঘৰ যেন হৈ পৰিল।

এনেকৈয়ে কিছুদিন শালনী গাঁৱত 'আগৰ কাঠৰ' ব্যৱসায় বৰ ধুন্ধুমাৰেকে চলিল। বহুতে খেতিবাতি অন্যলৈ এৰি একমাত্ৰ 'আগৰ কাঠ'ৰ কাৰবাৰত ধৰিলে। আন কিছুৱে খেতিবাতিৰ মাজে মাজে আজৰি সময়ত, আগৰৰ কাৰবাৰ কৰি কিছু ওপৰঞ্চি ধন আৰ্জন কৰিব ধৰিলে।

আনহাতে আৰৱৰ ফালেও আগৰ কাঠ আৰু আগৰৰ পৰা উলিওৱা আতৰৰ চাহিদা আশাতীতভাৱে বাঢ়ি গ'ল। আৰৱত দিনে দিনে লাখ লাখ বেৰেল পেট্ৰল মাটিৰ বুকুৰ পৰা ওলাব ধৰিলে, অসমৰ হাবিৰ বুকুৰ পৰাও মোনে মোনে 'আগৰ কাঠ' আৰবলৈ যাব ধৰিলে। লগে লগে 'আঁতৰ তেলো' যাব ধৰিলে। হাজীসকলৰ কাৰণে আৰবৰ চুককোণ যেনেকৈ চিনাকি হয়, তেনেকৈ আৰবলৈ নোযোৱাকৈয়ে শালনী গাঁৱৰ 'আগৰ' বেপাৰী ডেকাল'ৰাহঁতৰ কাৰণে আৰবখন নেদেখাকৈয়ে বৰ চিনাকি হৈ পৰিল। 'আগৰ', 'আঁতৰ' কিনিবলৈ অহা আৰবৰ কিছুমান বেপাৰীক বহুতে লগো পালে। সাঁচি গছৰ বুকুৰ সাহ হ'ল আৰব আৰু অসমৰ যোগসূত্ৰ সোণালী সেতু। অসমৰ আগৰ আঁতৰে মক্কা-মদিনাৰ বাট-পথ সুৰভিৰে ভৰাই তুলিলে।

সাঁচি গছৰ বুকুৰ পৰা 'আগৰ কাঠ' উলিয়াবলৈ সিমান টান নহয়; কুঠাৰ, দা, বটালি, কটাৰীৰ কাম। কিন্তু আঁতৰ তেল উলিওৱাটো বৰ ব্যয়সাধ্য আৰু কষ্ট-সাধ্য কথা। এতোলা আঁতৰ উলিয়াবৰ কাৰণেও বহুত যা-যোগাৰ কৰিব লাগে, বহুত মেহনত কৰিব লাগে।

সাঁচি গছৰ গা-গছৰ পৰা বগা পলসবোৰ পেলাই দিলে, মাজে মাজে ওলোৱা ক'লা সাৰ অংশৰ পৰা ওলায় 'আগৰ কাঠ'। আগৰ উলিয়াওতে বটালিৰে চঁচি উলিওৱা চোঁচনিবোৰ আৰু আগৰ কাঠলৈ ৰাখিব নোৱাৰা পলসৰ মাজৰ ক'লা ক'লা আঁহবোৰ কুটি সৰু কৰা হয়। প্ৰকাণ্ড কাঠৰ ঢেঁকী ঠোৰাত ৰবৰৰ দাঁত লগা গুল, আৰু কাঠৰ প্ৰকাণ্ড গাৰি-শলি, দুটা শকত-আৱত মজবুত মানুহ নহলে ঢেকীটো দাঙিবই নোৱাৰে। সেই ঢেকীৰে পানীত তিয়াই থোৱা আঁহ থকা কাঠৰ গুৰিবোৰ খুন্দি সৰু কৰা হয়। তাৰ পিছত প্ৰকাণ্ড প্ৰকাণ্ড তামৰ ডেকচিত এই কাঠৰ গুৰিবোৰ টান খৰিৰ জাল দি কেইবাদণ্টাও সিজোৱা হয়। ডেকচিৰ সাফখন বাহিৰলৈ ভাপ যাব নোৱাৰাকৈ বন্ধ কৰা হয়। সাফৰ ওপৰলৈ থকা নলীডালৰ মাজেদি ভাপ যায়। সেই ভাপ চেঁচাপানীৰ পাত্ৰৰ মাজেদি পাৰ কৰা হয়। তাৰ পিছত ভাপে ৰূপ লয় আঁতৰৰ টোপালৰ—নিয়ৰৰ টোপালৰ নিচিনা সৰু সৰু। সেই আঁতৰৰ নিয়ৰ কণাবোৰ ধৰি, টুকি, অন্য তামৰ পাত্ৰত চেকি ভৰাই আঁতৰ উলিওৱা হয়। কেতিয়াবা এক ডেগ 'মাল' সিজাই এতোলামান আঁতৰ পোৱা যায়, কেতিয়াবা আধাতোলা, কেতিয়াবা চাৰি আনা।

সাঁচি কাঠৰ পেলনীয়া গুৰিৰ পৰা এনেকৈ আঁতৰ উলিওৱা কামটোৰ কাৰণে দক্ষতা আৰু অভিজ্ঞতাৰ প্ৰয়োজন। 'মাল' খুন্দাৰ পৰা আৰম্ভ কৰি ডেগত জ্বালি

নিয়েয়া আৰু আলতত্‌-ভাপ হৈ উঠি বোৱা আঁতৰৰ ধোঁৱা ধৰি পীতলাই আঁতৰ তেল উলিওৱাটোৰ কাৰণে যথেষ্ট ধৈৰ্যৰো প্ৰয়োজন। একোটা তামৰ ডেকচিৰ দামো সেই দিনতে আছিল দুহেজাৰ তিনি হেজাৰ টকা।

'আঁতৰ তেলৰ' দামো কিন্তু তেতিয়াই আছিল তোলাত পাঁচ শ, ছশ টকা।

শালনী গাঁৱৰ মতা-তিৰোতা, ল'ৰা-বুঢ়া সকলোৱে এই দামী ধৰুৱা উদ্যোগটোত কাম কৰি জীৱিকা আৰ্জন কৰিছিল। কেইবা হেজাৰো পুৰুষ-তিৰোতাই নিজ নিজ ঘৰতে বা 'আগৰৰ' কাৰবাৰৰ মহাজনৰ ঘৰত কাম কৰিছিল। শালনী গাঁওখন আগৰ কাঠ আৰু আঁতৰ তেলৰ গাঁও বুলি ওচৰে-পাজৰে জনাজাত হৈ পৰিছিল।

এনেকৈয়ে প্ৰায় ত্ৰিশ পয়ত্ৰিশ বছৰ এই ব্যৱসায়ত লাগি থাকিল শালনী গাঁৱৰ প্ৰায়বোৰ মানুহ। কিছু মানুহে ওচৰতে হোৱা চেনিকলটোত কাম কৰে, কোনোৱে পাঠশালা, এম. ই. বা হাইস্কুলত কাম কৰে, কোনোৱে কেৰাণি, মণ্ডল কাম কৰে। সেইবোৰৰ পৰা আয়-আৰ্জন হয় সীমিত আৰু নিয়মীয়া। কিন্তু 'আগৰৰ' কাৰবাৰ ভাগ্যৰ কথা। কোনোবাই একোজোপা সাঁচি গছতে হেজাৰ হেজাৰ টকাৰ 'মাল' পায়। ঈদ বক্‌ৰিদৰ সময়ত আৰবৰ আগৰ বেপাৰী শকত গধুৰ ধনৰ টোপোলা লৈ বোম্বাইলৈ আহে। তেতিয়া 'আগৰ', 'আঁতৰৰ' দাম বাঢ়ি যায়। গোটাই থোৱা 'আগৰ কাঠ' আৰু 'আঁতৰৰ' বটল লৈ শালনী গাঁৱৰ আৰু হোজাইৰ 'আগৰ' বেপাৰী বোম্বাইলৈ দৌৰে।

কিন্তু সকলোৱেই সৰহীয়া মাল লৈ সদায় বোম্বাইলৈ যাব নোৱাৰে। ইয়াৰ মাজতে এদল মহাজন ওলাল। এওঁলোকে স্থানীয়ভাৱে এটা বিশেষ দামত অন্য সৰু বেপাৰীৰ পৰা 'মাল' কিনি লয়। এওঁলোকেই সাঁচি গছ কিনিবলৈকো ল'ৰাবোৰক আগধন দিয়ে। ইয়াৰ পৰা মাল নি বোম্বাইৰ পৰা শ টকীয়া ন'টৰ শকত, ওফন্দি থকা খাম ইন্সওৰ কৰি ঘৰলৈ পঠিয়ায়। গাঁওখনলৈ টকা আহে— হেজাৰেৰে।

ব্যৱসায় চলি থাকে। তাৰ মাজতে কেতিয়াবা কাৰোবাৰ ডেগৰ পৰা আঁতৰ চুৰি হয়। ক'ৰবাত আগৰ কাঠ চুৰি হয়। কোনোবাই 'আঁতৰত' হোৱাইট অইল মিহলাই ভেজাল কৰে। কোনোবাই সাঁচিৰ বগা পলস কাঠত ৰং সানি আগৰৰ পানীত তিয়াই 'আগৰ কাঠ' বুলি বেচিবলৈ যাওতে ধৰা পৰে। কাৰোবাৰ ব্যৱসায় পণ্ড হয়। আগৰ কাঠৰ ব্যৱসায়ত বেছি লাভ হোৱা দেখি কিছু দূৰৈত থকা মাৰোৱাৰী ব্যৱসায়ীয়েও আগৰ-আঁতৰৰ ব্যৱসায় কৰিবলৈ ললে।

অসমৰ অৰণ্য আৰু বাৰীৰ সাঁচি গছে আৰবক কাষ চপাই আনিলে—ভাৰতবো অসমবো, আনকি শালনী গাঁৱবো। আৰবত অজস্ৰ টকা আছে, পেট্ৰলৰ সমুদ্ৰ আছে, সোণৰ পাহাৰ আছে। অসমৰ হাবিত আছে দুৰ্লভ সাঁচি গছ, তাৰ বুকুত আছে অফুৰন্ত সৌৰভৰ ভাণ্ডাৰ।

ধন ঘটাৰ এইয়া এক অভাৱনীয় সুযোগ, কিমান দিন এই সুযোগ থাকিব কোনে

জানে ? আৰবৰ টকা হয়তো থাকিব, কিন্তু অসমত আৰু কিমান সাঁচি গছ ওলাব ?' আজি ত্ৰিশ-পঁয়ত্ৰিশ বছৰ সাঁচি গছ কেৱল কাটিহে থকা হৈছে। আঠ-দহ বছৰীয়া পুলি গছবোৰো কাটি খালাং কৰিছে। 'আগৰ', 'আতৰবোৰ' মাটিৰ তলৰ পেট্ৰল নহয় যে সদায় ওলায় থাকিব। তেতিয়া কি হ'ব ? এই কাৰবাৰটো নোহোৱা হৈ গলে শালনী গাঁৱৰ গোটেই মানুহবোৰ নিবনুৱা হৈ পৰিব, সম্বলহীন হৈ পৰিব। যোৱা কুৰি পঁচিশ বছৰৰ ভিতৰত 'আগৰ' কাঠৰ কাৰবাৰ কৰিয়ে শালনী গাঁৱৰ বাহিৰৰ যেনেকুৱা ৰজনজনা অৱস্থা হৈছিল, তাক দেখি অন্য ঠাইৰ মানুহৰ ইয়াৰ মানুহৰ প্ৰতি হিংসা, ঈৰ্ষাহে হৈছিল।

ভাল সাঁচি গছ ওচৰে-পাজৰে পাবলৈ নোহোৱা হৈ আহিছে। একোজোপা ডাঙৰ শকত সাঁচি গছৰ দাম উঠিল হেজাৰ ডেৰ হেজাৰ টকালৈ। বাৰীৰ চাপত পৰি থকা একোটা পচা সাঁচিকাঠৰ মূঢ়াত পালে এক-দুই কেজি এক নম্বৰ 'চেম' মাল, যাৰ দাম হ'ল কেজিতে দুই-তিনি হেজাৰ টকা। 'আগৰ', 'আতৰ' বিক্ৰী হয় আৰবত, ফ্ৰান্সত, ইটালিত, ইজিপ্তত। অসমৰ কাঠৰ বুকুৰ সৌৰভেৰে ইউৰোপ, আফ্ৰিকা, মধ্যপ্ৰাচ্য সুৰভিত হৈ উঠিল। দলে দলে গন্ধ বণিকৰ অভিযান চলিল সুগন্ধি, সৌৰভ কিনিবৰ কাৰণে।

এই 'আগৰ' কাঠৰ কাৰবাৰ কৰিয়ে গাঁৱৰ দুই-চাৰি বুঢ়া মানুহে মক্কাত হজ্জো কৰি আহিলগৈ। সাঁচি গছৰ টকাৰে মক্কা-মদিনা চাই আহিল গৈ। হজৰত মোহম্মদৰ জন্ম ঠাই মক্কাত, সমাধি ক্ষেত্ৰ মদিনাত চালাম জনাই আহিলগৈ। তাৰ সমস্ত খৰছৰ টকা ওলাল সাঁচি গছৰ বুকুৰ ক'লা 'আগৰ' কাঠ আৰু তাৰ পৰাই ওলোৱা 'আতৰ' তেলৰ পৰা।

শালনী গাঁৱৰ কাৰণে এইটো যেন আছিল এটা সোণালী যুগ, সমৃদ্ধিৰ যুগ, উন্নতিৰ যুগ, সম্পদ আহৰণৰ যুগ।

কিন্তু ওচৰে-পাজৰে যেতিয়া বুঢ়া সাঁচি গছ পাবলৈ নোহোৱা হৈ আহিল, দূৰ দূৰণিৰ পৰা— মণিপুৰ, নাগালেণ্ডৰ পৰা, কাৰ্বি আংলং, অৰুণাচলৰ পৰা আৰু আনকি বাৰ্মাৰ পৰাও 'আগৰ' কাঠ বিচাৰি আনি আনি কোনোমতে কাৰবাৰ টিকাই ৰাখিবৰ চেষ্টা কৰিবলগীয়া হ'ল, তেতিয়া বহুতেই লাহে লাহে 'আগৰৰ' কাৰবাৰ এৰি দিব লগীয়া হ'ল। এনে সময়তে বনজ-সম্পদ সংৰক্ষণৰ নতুন চৰকাৰী নীতি প্ৰৱৰ্তন কৰিবলৈ লোৱাৰ ফলস্বৰূপে, আৰু হাবিতো সাঁচি গছ পাবলৈ নোহোৱা হোৱাৰ হেতু দেখুৱাই, চৰকাৰে আগৰ মহল বিক্ৰী কৰা বন্ধ কৰি দিলে। হঠাৎ এই লাভজনক উদ্যোগটো, এই বহু হেজাৰ মানুহৰ জীৱিকাৰ পথ উলিয়াই দিয়া কাৰবাৰটো প্ৰায় বন্ধ হৈ গ'ল। 'আগৰ' খুন্দা ৰখচে'কীৰ মাত নোহোৱা হৈ আহিল, 'তেলৰ বৰৰ' ছালৰ পৰা বাহিৰে দিনে যোৱা নোলোৱা হৈ আহিল, ঘৰে ঘৰে, মজিয়াই মজিয়াই অত বছৰে চলি থকা 'ঘটাকিৰ কাম' বন্ধ হৈ গ'ল। আৰু শালনী গাঁৱৰ ভেকাহুঁৰো বনাই বোম্বাই লৈ যোৱা বন্ধ হৈ গ'ল। যি কেৱল

তাওৰ মহাজনৰ ওচৰত 'আগৰ কাঠ' আৰু 'আতৰৰ' ষ্টক আছিল, তেওঁলোকেও সেই মাল বেচিবৰ কাৰণে বনবিভাগৰ বিষয়াক খোচ-খাচালি দিহে একোখন প্লেন্‌জিত পাছ উলিয়াব পৰা হ'ল। 'আগৰ কাঠ' আৰু 'আতৰৰ' গোন্ধেৰে মলমলাই থকা শালনী গাঁওৰ বতাহত আগৰ সুগন্ধ সৌৰভ নোহোৱা হৈ আছিল। প্ৰকাণ্ড প্ৰকাণ্ড ভামৰ ডেগবোৰৰ তলতে জুই নোবোৱা হ'ল। গাঁওখনৰ উথল-মাথল, ব্যস্ততা ক্ৰমে চেঁচা পৰি আছিল।

গাঁৱৰ ডেকাহঁতৰ মাজত হতাশা বিয়পি পৰিল। সকলোৰে চকুৱে-মুখে একেটাই প্ৰশ্ন—'আগৰৰ' কাৰবাৰ বন্ধ হৈ গ'ল যেতিয়া, আমি এতিয়া কি কৰি খাম? আমাৰ এতিয়া কি হ'ব? আগৰ মহলো বন্ধ। ক'ৰবাৰ পৰা বিচাৰি-খোচাৰি আনি দুই এক কেজি 'আগৰ' গোটালেও, দেখদেখকৈ ক'তো বেচাৰ উপায় নাই। চৰকাৰে প্লেন্‌জিত পাছ নিদিয়ে। বোম্বাইৰ বেপাৰীয়ে চোৰাং মাল ৰিমান সস্তাত কিনিবলৈ বিচাৰে, সেই দামত বেচিলে মূলটোও নোলায়।

হঠাৎ শালনী আৰু আশপাশৰ গাঁৱৰ কেইবা শও ডেকাল'ৰা নিবনুৱা হৈ পৰিল। তেনেই কাষ চাপি অহা আৰৱ, বোম্বাই ক্ৰমে দূৰলৈ—আৰু দূৰলৈ আঁতৰি যাব ধৰিলে। ডেকাহঁতে কেউফালে ধূঁৱলি-কুঁৱলি দেখিব ধৰিলে। 'আগৰ', 'আতৰ' বেচি বেচি সৰহকৈ ধন গোটাই, এবাৰ আৰব দেশখন চাই অহাৰ আৰু মক্কাত হজ কৰি অহাৰ স্বপ্ন যিবোৰ ডেকাল'ৰাই গোপনে দেখিছিল, সেই ডেকাবোৰে সেই স্বপ্ন বিসৰ্জন দিবলগীয়া অৱস্থা হ'ল।

অৱশ্যে কেইটামান উদ্যমী ডেকাল'ৰাই তেতিয়াও নানা প্ৰবন্ধে আগৰ কাঠৰ কাৰবাৰ চলাই গ'ল। কিন্তু এনেকৈ যে আৰু সৰহ দিন নচলিব, আৰু জীৱিকাৰ কাৰণে অন্য পথ লব লাগিব, সেই বিষয়েও সিহঁত নিশ্চিত। সিহঁতৰ মনৰ মাজত সোণৰ দেশ আৰবৰ ছবি। 'আগৰ', 'আতৰ' বেচিবলৈ নহলেও, কিবাকিবি কৰি জীৱিকা আৰ্জন কৰিবৰ কাৰণেই সিহঁত আৰবৰ ফালে যাবগৈ, এইয়ে সিহঁত কিছুমানৰ নতুন প্ৰয়াস। অন্য ব্যৱসায় কৰিবলৈ সৰহীয়া মূলধন নাই, তেনে ব্যৱসায় সিহঁতে নেজানেও, কিবা ভাল চাকৰি কৰিবৰ কাৰণে সিহঁতৰ বেছি শিক্ষাও নাই। আৰু কিবা এটা কৰি জীৱিকা আৰ্জন নকৰিলে সিহঁতৰ না-জল, না-থল অৱস্থা হ'ব। কিন্তু সিহঁতৰ দৃঢ় ধাৰণা যে যি আৰবে, 'আগৰ', 'আতৰ' কিনি সিহঁতক তৰাইছিল, এতিয়াও আৰবেই সিহঁতক ৰক্ষা কৰিব।

## ছয়

শালনী গাঁৱৰ আটাইতকৈ ধুনীয়া ছোৱালী জনী কোন?

পদুমোনা।

শালনী গাঁৱৰ আটাইতকৈ [illegible] ছোৱালীজনী কোন?

গুলেজা।

শালনী গাঁৱৰ পঞ্চাহ্নোত চোকা, বোৱা-কটাত চোকা, বোৱা-তোলাত্ চোকা, আৰু মনকৰা ছোৱালীজনী কোন ? সাহসী অথচ নম্র, দুখীয়া অথচ দৃঢ়তা থকা ছোৱালীজনী কোন ?

গুলেজা।

গাঁওখনৰ এটা মূৰে, সৰু পুৰণি ঘৰটোত মাকৰ লগত অকলৈ থকা, অকলে থাকিবলৈ ভয় নকৰা, অভাৱ-অনাটন, সংঘাত-দুৰ্যোগৰ লগত চিনাকি ছোৱালীজনী কোন ?

—গুলেজাহে খান।

ওচৰৰ গাঁৱৰ কোনোবা স্কুলীয়া ছোৱালীয়ে যদি শালনী গাঁৱক গুলেজাহঁতৰ গাঁও বুলি কাৰোবাক চিনাকি কৰি দিয়ে তাতো কোনোৱে বেয়া নেপায়।

যথেষ্ট কষ্ট কৰি গুলেজাই ঘৰৰ পৰা কিছু নিলগৰ হাইস্কুলটোলৈ খোজ কাঢ়ি গৈ গৈ, প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিলে। বৰ ইচ্ছা থকা সত্ত্বেও, কলেজত নাম লগাই পঢ়িবৰ যোগাৰ কৰিব নোৱাৰিলে। কলেজ টাউনত—সিহঁতৰ ঘৰৰ পৰা কেইবা মাইলো নিলগত। তাঁত-সূত নবʼলে নহয়, খেতি-বাতিত নেলাগিলে নহয়, ঘৰুৱা কামত মাকক সহায় কৰি নিদিলে নহয়, আকৌ গাঁওখনৰ, বিশেষকৈ তিৰোতা আৰু ছোৱালীবিলাকৰ থলুৱা অভাৱ-অনাটনৰ সমস্যাত চকু নিদিলেও নহয়, এনে এটা ব্যস্ততাৰ মাজেদিয়ে গুলেজাৰ দিনবোৰ কাটে। সিহঁতৰ নিজৰ খেতিৰ মাটি কম, সেইয়া আধি দিয়ে। খীৰতী গাইজনীয়ে যেতিয়া পোৱালি দিয়ে তেতিয়া সাধাৰণতে মাকেই গাখীৰ খীৰাই যদিও, মাজে মাজে গুলেজায়ো খীৰায়। সৰহ ওলালে কিছু বেচেও। হাঁহ-কুকুৰা-ছাগলী পুহি, কণী-কুকুৰা আদি বেচিও মাজে মাজে কিছু পইচা উলিয়ায়। মাকে মুগা, কপাহী মেখেলা চাদৰ বয়, গুলেজায়ো বয়। সেইয়া বেচিও যি পাৰে পইচা উলিয়ায়। অভাৱৰ অন্ত নাই, কিন্তু মাকৰ থাকিলেও, সেই বাবে গুলেজাৰ বৰ দুশ্চিন্তা নাই। বিপদত ভাগি পৰ বিধৰ ছোৱালী তাই নহয়। মাজে মাজে তাই আগৰ কাঠৰ কাৰবাৰতো লাগি দিছিল। তাৰ পৰাও কিছু আৰ্জন হৈছিল—কিন্তু বৰ বেছি নহয়। আৰু সদায় 'আগৰৰ' কামত লাগিবলৈ তাইৰ সময়ো নহয়।

হাইস্কুল পাছ কৰিবৰ চাৰি বছৰ হৈ গʼল। অʼত তʼত চাকৰি বিচাৰিছে পোৱা নাই। চাকৰি পাবৰ কাৰণে যি টকা খৰছ কৰিব লাগে, সেই টকা সিহঁতৰ নাই, আৰু গুলেজা যোচ দি চাকৰি লোৱাৰ বিৰোধী। ফলত তাই পʼব পৰা চাকৰিও পাব পৰা নাই। তাই ঘৰৰ ওচৰতে দুটামান সৰু সৰু লʼৰা-ছোৱালীক ঘৰতে এনেয়ে পঢ়ায়। সৰু লʼৰা-ছোৱালীলৈ তাইৰ বৰ মৰম। সিহঁতৰ সকলোৰে কাৰণেই তাই সময় খৰছ কৰিও পুৰা বেলা কিছু সময় পঢ়া-মেলা চাই দিয়ে।

কাৰিক শ্ৰম আৰু অভাৱ অনাটনে গুলেজাক অকণো ক্লান বা বিবৰ্ণ কৰিব পৰা নাই। ২১ বছৰ হʼল যদিও, তাইৰ বিয়া দিব নোৱাৰাৰ কাৰণে মাকৰ

মুখিয়কৈ নোহোৱা নহয়। অৱশ্যে গাঁৱৰ কেইঘৰমানৰ লোকৰ যে গুলেজাৰক বিয়া কৰাবৰ মন আছে সেই কথা গাঁওখনৰ প্ৰায় সকলোৱেই জানে। কিন্তু কাৰো ৰ ঘৰত এতিয়ালৈকে বিয়াৰ পকা বন্দোবস্ত হোৱা নাই।

হয়তো অকলে অকলে থাকে কাৰণেই, আৰু সংগ্ৰাম কৰি কঠোৰ জীৱন-যাপন কৰিব লগা হোৱাৰ কাৰণেই তাই কিছু ভাব-প্ৰৱণ আৰু অন্তৰ্মুখী। হাজাৰ দুখৰ মাজতো হাঁহি-মাতি, ৰং-ধেমালি কৰি থাকিব পৰাৰ কাৰণে বহুতে তাইৰ কথা-বতৰাৰ পৰা গুলেজাৰৰ মনৰ কথা সহজে বুজিব নোৱাৰে। কলেজত পঢ়িবৰ কাৰণে থকা তাইৰ প্ৰবল ইচ্ছাৰ কথা বহুতে জানে। কিন্তু পঢ়িবৰ সুবিধা কৰিব নোৱাৰাৰ কাৰণে তাই বেজাৰ কৰি থাকেনেকি বুলি কোনোবাই সুধিলে হাঁহি গুলেজাই কয়, "ইমান দামী আৰু ইমান দুৰ্লভ জ্ঞান লাভ কৰিলে মযো কিজানিবা দামী আৰু দুৰ্লভ হৈ যাও। মই কাৰে পৰা আঁতৰি যাবলৈ নিবিচাৰো। অৱশ্যে তোমালোকে যদি খেদাই পঠিওৱা সেই কথা সুকীয়া।"

"স'চা কথা কৈছনেকি? কাৰোবাৰ লগত বোলে মক্কানে মদীনা ক'ৰবালৈ উধাও হ'বলৈ পাখী দাঙি আছে?"

"কাৰোবাৰ লগত কেলেই যাম? গলে মই অকলে যাম।"

"আজিকালি বোলে সদায় এটুলাছত মক্কা-মদিনাৰ ছবি চাই থাক. হয়নেকি!"

"একেবাৰে স'চা। অকল এটুলাছত মেপ চোৱাই নহয়, মক্কাৰ ছবি বেৰতো আঁৰি থৈছো, মাজে মাজে চাই থাকো। কুকুৰা, কেইজনীয়ে যদি দিনে দুটা তিনটাকৈ কণী পাৰিবলৈ লয়, মই কিজানি তাকে বেচি দুবছৰ মানৰ মূৰত মক্কালৈ যোৱা বেল-জাহাজৰ ভাড়া উলিয়াবই পাৰিম। প্লাষ্টিকৰ সৰু ফণি এখনত বাৰু কিমান লয়?"

"প্লাষ্টিকৰ ফণি, কেলেই?"

"মোৰ ফণিখনৰ দাঁতবোৰ ভাগি শেষেই হ'ল। এখন নতুন ফণি নিকিনিলে আৰু নচলিব। দাম জানো কিমান লয়—"

নতুন ফণি কিনাতকৈ তই দেখোন তোৰ চুলিখিনি চুটিকৈ কটাই পেলাব পাৰ। তেতিয়া ফণি নোহোৱাকৈয়ে চলিব।"

"এৰা, সেইটোও বেয়া নহ'ব। আজিকালি ল'ৰাইহে ছোৱালীৰ নিচিনা দীঘল চুলি ৰাখে আৰু ছোৱালীবোৰেহে চুলি চুটিকৈ কটায়। পিছে এবাৰ চুলি কটালে সেলুনত বোলে চাৰি টকা নে পাঁচ টকা লয়। তাৰে জানো দুই তিনিখন ফণি পোৱা নেযাব?"

"তোৰ দেখিছো চুলি কোচাতো বৰ মৰম।"

"অকল চুলি কোচাটোকে নহয়, নখটোলৈ পৰ্যন্ত মোৰ মৰম।"

"কাবাৰ দেখোন বোম্বাইয়ে ঘৈয়ে থাকে, তাকে কে নপঠিয়াব কেলেই, আৰু ৰ জাগৰ সে সৰ সুন্দৰ কাপি দুখনমান লৈ আহিবলৈ কাৰণে।"

"সোণৰ কাঁচিৰে আকবৰ মতো মানুহে যেতে হাঁহিহে কাঁচিয়ায়, চুলি কাঁচিয়াকে যেতে চুলি গঁথি যায়।"

"আকবৰ কালৰ টুপি পান্দৰি অনাই লৰি। পিন্ধি থাকিব। তেতিয়া হেক মূৰত চুলি আছেনে নাই কোনোৱে নেদেখে।"

—এইবোৰ নিৰ্দোষ কথা ফটাকটি। গুলেজাৰ কামালৰ লগত আকবলৈ যোৱা বৈ লগৰ অন্য ছোৱালীবোৰে জোকাই ভাল পায়। গুলেজাও বেয়া নেপায়।

গাঁওখনৰ একেবাৰে ওমূৰে সিহঁতৰ ঘৰ যদিও, অবলম্বীয়া আৰু ওমূৰীয়া হোৱাৰ কাৰণেই গাঁওখনৰ মানুহে সিহঁত মাক-জীয়েকক সদায় লেখত লয়, হিয়া ভোজ একোৱে পৰা সিহঁতক বাদ দি নথয়। আজিলৈকে গুলেজা সম্পৰ্কে গাঁৱৰ মানুহৰ কোনো অবাঞ্ছনীয় বা প্ৰতিকূল মন্তব্য কৰিব লগীয়া হোৱা নাই। নিজৰ মান ইজ্জত ৰক্ষা কৰি চলিবৰ কাৰণে গুলেজা সদায় সাৱধান। দুখীয়া মানুহৰ সম্মান ইজ্জতেই সম্পত্তি।

শালনী গাঁৱৰ দক্ষিণে বৰচোৱা বৰ গাঁও। তাৰ দক্ষিণে কবৈয়নি আহোম গাঁও, তাৰ সিপাৰে ৰূপহী চাহ বাগিচা। তাৰ পৰা নগৰলৈ দহ মাইল মান দূৰ। গাঁৱৰ দুই চাৰি ঘৰ ধনী মানুহৰ ল'ৰা-ছোৱালীয়ে নগৰত থাকি কলেজত পঢ়া-শুনা কৰে। দুই একে পঢ়িবৰ কাৰণে ল'ৰা আলিগড়, দিল্লী আদিলৈও পঠিয়াইছে। শিক্ষিত চাকৰিয়ালবোৰ গাঁৱত থাকিবলৈ নেপায়। চাকৰিৰ লৈ দূৰে দূৰে থাকে। থলুৱা চাকৰিয়ালৰ ভিতৰত স্কুলৰ শিক্ষকেই সৰহ। শালনী-কবৈয়নি-ৰূপহী চাহ বাগিচাৰ মানুহবোৰ আঠ দহ মাইলৰ ভিতৰতে থুপ খাই, এটা পৰিয়ালৰ ভাই-ককাই একাদিয়ে থাকে, টানে আপদে সকলোৱে সকলোৰে খবৰ ৰাখে, শালনী গাঁৱৰে সিটো মূৰত, বৰচোৱা বৰ গাঁৱৰ সীমাত কামালহঁতৰ ঘৰ। গুলেজাৰ মাক আইকণক কামালে 'মাহী' বুলি মাতে যদিও আইকণ কামালৰ বিশেষ সম্বন্ধীয়া নহয়। দুয়োঘৰৰে আগৰে পৰা বৰ মিল। সিহঁত একেটা মছজিদৰে জামাতৰ মানুহ।

কামাল কৰ্মঠ আৰু স্বাস্থ্যবান ল'ৰা। এলাহ কাক বোলে সি নেজানে। সি খেতি কৰিবলৈকো বেয়া নেপায়, ইটো-সিটো বেহা-বেপাৰো কৰে। পঢ়াশুনা বেছি কৰিব নোৱাৰিলে কাৰণে চাকৰি নিবিচাৰি কাৰবাৰ কৰাই তাৰ কাৰণে সুগম হ'ব বুলি সি ধৰি লৈছিল, মন পূতি ভালকৈ কৰিব পাৰিলে চাকৰিতকৈ ব্যৱসায়ত আৰ্জন বেছি হয়।

শালনী গাঁৱৰ 'আগৰ' কাঠৰ কাৰবাৰত ধৰি উন্নতি কৰা ল'ৰাবিলাকৰ ভিতৰত সিও লেখৰ এটা ডেকা। সি খাটিব পাৰে, মেহনত কৰিব পাৰে, ব্যৱসায় বুদ্ধিও আছে তাৰ। সেই কাৰণে আগৰৰ কাৰবাৰত গাঁৱৰ অন্যান্য ল'ৰাতকৈ সি বেছি লাভ কৰিছিল। সি এই কাৰবাৰত ক্ৰমে এক প্ৰকাৰ মহাজন হৈ উঠিছিল। গাঁৱৰ আন মানুহৰ পৰা আগৰ আঁতৰ লৈ সি বছৰত তিনি চাৰি বাৰ বোম্বাইলৈ যায়—'মাল' বেচিবৰ কাৰণে। কেতিয়াবা তাতে গোটেই কুৰি দিন বা এমাহ ডেৰমাহো থাকে,

'মাল' সকলো বেচি একেবাৰে টকা লৈ আছে। যাৰ যাৰ পৰা বেচিবৰ কাৰণে 'মাল' নিয়ে, তাক দিবলগা টকা আদায় দিও, তাৰ হাতত যথেষ্ট লাভ থাকে, সি কাহানিও টকা-পইচাৰ লেনদেনত কাৰো অন্যায় নকৰে।

বোম্বাইৰ পৰা ঘূৰি আহোঁতে প্ৰত্যেক বাৰতে সি কিবা নহয় কিবা নতুন বস্তু দুই এপদ সদায় লগত লৈ আছে। সি এইকালে সহজে, সস্তাত পাবলৈ নথকা দামী বস্তুকে আনে—জাপানী কেমেৰা, বিদেশী হাত ঘড়ী, জাৰ্মান টু-ইন্-ৱান্, ৰেডিঅ', টেপ-ৰেকৰ্ডাৰ, বিদেশী ফাউণ্টেন পেন, ফুলদানী, হাইন'কুলাৰ বা তেনে ধৰণৰ বস্তু। যেতিয়াই সি বোম্বাইৰ পৰা ঘূৰি আহে, তেতিয়াই গাঁৱৰ ল'ৰা-ছোৱালীবে সিহঁতৰ ঘৰ ভৰি পৰে, লগৰ সমানীয়াও গোট খায়। সি যাক যি পাকে উপহাৰ দিয়ে। ল'ৰা-ছোৱালীৰ মাজত সেই কাৰণে কামাল প্ৰিয় আৰু সৰবৰহী।

কম বয়সতে বহুত ধন আৰ্জন কৰা ডেকা ল'ৰা হোৱা কাৰণে আৰু যেতিয়াই তেতিয়াই যাকে তাকে টকা-পইচা, উপহাৰ বখছিছ দিয়াৰ কাৰণে আৰু অলপ বেপৰোৱা যেন হোৱাৰ কাৰণে কোনো কোনোৱে তাক খৰছী আৰু বে-হিচাবী বুলিও ভাবে। কাৰোবা-কাৰোবাৰ মাজত কিছু সমালোচনাও হয়। সি বেয়া নেপায়, গাঁৱৰ মানুহৰ মাজত যে তাৰ এটা গুৰুত্ব আছে, সেইটো উপলব্ধি কৰি সি আনন্দহে পায়।

সি কয়, "গছত গুটি লাগিলে, সেই গুটি গছজোপাই খায় নে আইন মানুহে খায় ?"

"বাৰু আমাক খুৱা আমি বেয়া নেপাও। পিছে বাপেৰৰ দিনৰ পুৰণি ঘৰটোতে যে সোমাই আছ, ভাল, নতুন, ডাঙৰ পকাঘৰ এটা টকা থাকোতেই সজাই নলক কেলেই ? তোতকৈ কম ধন ঘটা আগৰ বেপাৰীয়েও বৰ বৰ পকা ঘৰ সজাইছে, দেখা নাই জানো ?"

"তেতিয়াও হাঁহি হাঁহিয়ে কামালে কয়, "নিজৰ ভাল ঘৰ এটা সজালে ঘৰটোতে সোমাই থাকিবৰ মন যাব। মই অনাই বনাই ঘূৰি ফুৰা মানুহ, ঘৰতে সোমাই থাকিব নোৱাৰো।"

"তই নেথাক নেথাকিবি, পৰিয়ালৰ আইন মানুহ থাকিব। ঘৰ এটা কিবা পেলনীয়া বস্তুনে ? বিয়া-বাৰু নকৰাবিনে কিবা ?" তাক কয়।

কামালে কয়, "আগৰৰ কাৰবাৰ পৰি আহিছে। আৰু কিমান দিন চাঁদৰ ক'ৰ পৰা নাই। আৰবলৈকে যামগৈ বুলি ভাবিছো। তাত ঘৰবাৰী নোহোৱা বেদুইনবোৰ থাকে। দিয়ে যদি সিহঁতৰে ছোৱালী এজনী বিয়া কৰাই তাতে থাকিম। তেতিয়া ঘৰ নোহোৱাকৈয়ে চলি যাব। বেয়া হ'বনে ক ?"

"তাৰ মানে আৰবী ছোৱালী বিয়া কৰবাৰ কাৰণে তই আৰবলৈ যাব খুজিছ। তাতে থাকি যাবি, ঘূৰি [illegible] নাই ?"

"কোৱা [illegible] ঘৰ এটা নোহোৱা

পৰ্যন্ত মোৰেও ইয়াতে ছোৱালী নিদিয়ে। লাগিলে তুমনৰেই হওক, তুমনটো শ'বাটোৰ বিজৰ হ'ব লাগিব।"

'আৰবলৈ নৌ যাওঁতেই তই আৰবী শিকিলেই। গলে চাগৈ আৰু এই কালৰ কথা মনতে নপৰিব। উদু কথা কলেই, এই বোলি আৰবীও ধৰ।"

"এবা, আৰবৰ ফালে বোলে বহবহীয়া মিঠা আম নাই, কদৈ নাই, আমলখি নাই, টেঙা মগৰী নাই, ঔটেঙা নাই, লেটেকু নাই, পনিয়ল নাই, বেখাৰ টেঙা নাই, কৰ্দৈ টেঙা নাই, চাহ নাই, বাঁহ নাই, হাঁহ নাই, থেকেৰা নাই, খৰিছা নাই—"

"সেইবোৰ একোটো নাইেই যদি আৰবতনো কিটো আছে? তালৈ যাবলৈ যে হুমুনিয়াই আছ?" "তাত সোণ আছে, সোণ"—কামালে ক'লে, সোণ বুলে বহবহীয়া আমৰ পুলি গজেনেকি? নে ঔটেঙা ৰবথেকেৰা পুলি গজে?"

"আৰবৰ ফালে বোলে আমাৰ এইফালৰ নিচিনাকৈ মাটিৰ তলত গছে শুহিব পৰা পানী নেথাকে, থাকে মাটি তেল, পেট্ৰল। পেট্ৰল থকা মাটিৰ ওপৰত বোলে গছ পুলি নগজে, এৰ'প্লেন মটৰ গাড়ীহে গজে। তহঁতে কৈছ, মই আৰব পালে এই ফালৰ কথা সকলো পাহৰি যাম। তহঁতৰ কথা পাহৰিম ঠিক, কিন্তু তহঁতৰ কথা পাহৰিলেও, আমাৰ ইয়াৰ লেতেকু পনিয়ল, কদৈ, থেকেৰা, বেবাৰ টেঙাৰ কথা কেনেকৈ পাহৰিম ক'হকচোন, আৰু তহঁতৰ গালিশপনি বোৰ পাহৰিব পাৰিম জানো?"

"তাত আৰবৰ বেদুইন ছোৱালী বিয়া কৰাবি নহয়। বেদুইননীয়ে চব পাহৰাই থাকিব।"

"মই অইন কথাৰ কাৰণে চিন্তা কৰা নাই। আৰবৰ মাত কথা ভাষা একো বুজি নেপাও। আৰবীৰ কুলহু আল্লাহ আহাদহে জানো। মই কম অসমীয়া, বেদুইননীয়ে ক'ব বেদুইনী আৰবী। মই ক'ম "দে।" তাই লৈ আহিব দাখন। মই ক'ম বাৰু, বেদুইননীয়ে দেখুৱাব ঝাড়ু—তাতেহে বেদুইননী বিয়া কৰাই কিছু অসুবিধা হ'ব যেন লাগিছে।"

এদিন কোনোবা এটাই কামালক সুধিছিল, "আগৰ-আঁতৰ কাৰবাৰ নহলেও অইন কিবা কাৰবাৰ কৰি ধন ঘটিব পাৰ দেখোন, বিদেশলৈনো কেলেই যাবলৈ ওলাইছ, স'চাকৈয়ে কচোন।"

"তাত এবছৰত যিমান টকা ক'ৰিব পাৰিম ইয়াত ছাবা জিন্দেগীতো নোৱাৰো। টকা-পইচা নেথাকিলে মানুহে মানুহ বুলিয়ে গণ্য নকৰে। মোক টকা লাগে, বহুত টকা লাগে। তোমালোক কাৰোবাক টকা-পইচা নেলাগেনেকি কোৱাহ'কচোন। আৰু টকা মোক এনেই নেলাগে, কাৰবাৰ কৰিম, মেহনত কৰিম, টকা ঘটিম। বেইমানী ফাঁকিবাজি কৰি মই এটা পইচাও কৰিবলৈ নিবিচাৰো, [illegible] হোৱাতকৈ দিনদাৰ হোৱাতকৈ, ইমানদাৰ হোৱাটো ডাঙৰ কথা বুলি [illegible]বো। সেই কাৰণেই মই

কাম নকৰা একেহ্‌ৰাবোৰক যেনেকৈ দৌৰিব নোৱাৰো তেনেকৈ উল, বৰমাইচ, পেট্ৰোল বোৰকো দৌৰিব নোৱাৰো। তোমালোকে জানাই।"

কামালৰ নিচিনাকৈয়ে শাজনী গাঁৱৰ তাৰ লগৰ কাদিৰ ফুলবৰহ'তৰ নিচিনা ডেকাবোৰৰো একেটাই চিন্তা : টকা কেনেকৈ কৰিব পাৰি, সৰহ টকা, বেছি টকা কেনেকৈ কৰিব পাৰি, বহুত টকা কেনেকৈ কৰিব পাৰি।...

তাৰ সহজ উত্তৰ : সৰহ ধন ঘটিবলৈ হলে আৰবলৈ যোৱা। আগে সৰহ ধন ঘটিবৰ কাৰণে দুনীয়াৰ মানুহ আমেৰিকালৈ দৌৰিছিল। তাত সোণ আছিল সেই দেখি তালৈ গ'ল্ডৰাছ চলিছিল। আজিকালি আমেৰিকাতো বগা মগনীয়া হৈছে বোলে। তালৈ মানুহ আগৰ নিচিনাকৈ নেযায়। আজিকালি সোণ ধন ঘটিবৰ কাৰণে দুনীয়াৰ মানুহ যায় আৰবলৈ, কুৱেইটলৈ, বাহৰেইন, আবুধাবীলৈ। আমেৰিকায়ো আহি আৰবত পেট্ৰলৰ কাৰবাৰ কৰিছেহি। এবাৰ সেইকালে যাব পাৰিলেই হ'ল। জাহাজ বোজাই কৰি টকা—টকা মানে সোণ-ৰূপ, আনিব পৰা যাব।

আগৰ-আঁতৰ নিবলৈ আৰবৰ বেপাৰী অহা যদি বন্ধ হৈ যায়, টকা অহাও বন্ধ হৈ যাব। কোনোবাই অন্য কিবা বস্তু বেচি তাৰতৰ অন্য ঠাইৰ মানুহে আৰবৰ টকা আনিব পাৰিব। আগৰ-আঁতৰৰ বাহিৰে আৰবক বেচিবলৈ অসমৰ আৰু অন্য একো নাই। আৰবৰ ধন নিজ দেশলৈ আনিবলৈ এতিয়া আমি তালৈ দৌৰিব লাগিব। বেচিবলৈ আমাৰ একো নাই। বেচিবলৈ একমাত্ৰ আছে গাৰ মেহনত আমাৰ সেৱাৰ, আমাৰ কায়িক শ্ৰম। আমাৰ দেশত দেহাৰ শ্ৰম কিনোতাও নাই। দেহৰ খাটনি খাটি ধন ঘটা মানুহক আমাৰ ধনী মানুহবোৰে মান নকৰে, সেৱাৰক তলখাপৰ মানুহ বুলি গণ্য কৰে।

আৰবৰ ফালে গলে কিবা এটা দেহাৰ খাটনি খাটিব পাৰিলেই কিবা এটা কৰিব জানিলেই হ'ল। মেকানিক, কাঠ-মিস্ত্ৰী, মিস্ত্ৰীৰ যোগালি, হোটেলৰ ৰান্ধনী, বয়, হস্পিতালৰ ৱাৰ্ড বয়—যি কোনো কাম। আনকি ঘৰ সৰা, আলিবাট ঝাড়ু দিয়া মানুহবো দিন হাজিৰা সত্তৰ-আশী টকা। দিনে এশটকা হলে, মাহেকত? বছৰেকত? তিনি বছৰত?

শাজনী গাঁৱৰ বহুত নিবনুৱা হৈ পৰা ডেকা ল'ৰাৰ চকুত আৰবৰ সোণৰ ভঁড়ালৰ স্বপ্ন, সিহঁতৰ কাণত সেই দেশৰ সোণ-ৰূপৰ মিঠা জনজননি। সকলোৱে হিচাব কৰে তাত দিনে কিমান আৰ্জন কৰিব পাৰিব, এটা মানুহৰ তাত খোৱা থকাত কিমান খৰচ পৰিব কিমান আৰ্জন কৰি, কিমান খৰচ কৰি, কিমান টকা বচাব পাৰিব, তাৰ হিচাব লোৱাৰ দৰকাৰ নাই। দেশ-বিদেশ কোনো কথা নাই, কি ধৰণৰ কাম তাকো কোনো কথা নাই, টকাই কথা।

আৰবত টকা আছে, সোণ আছে। তালৈ গলেই হ'ল, যাব পাৰিলেই হ'ল।

আৰবত লাখপতি, কোটিপতি ছেখবোৰ আছে। তেওঁলোকৰ বেলেগ বেলেগ

আজিও বহুতো বন্দৰৰ কাৰখানা, ব্যৱসায় আছে। তেনেকুৱা কোনোবা ঠেকৰ পৰা আৰবৰ চাকৰ, লগুৱা, ব্যৱসায়ৰ কেৰাণী-প্ৰহৰী কৰিব পাৰিলেও এটা ঘৰৰ উপৰি হাজাৰ হাজাৰ টকা দৰমহা পোৱা যায়। বোম্বাইলৈ অহা তেনেকুৱা কোনো কোনো এজেন্ট, তেনেকুৱা বহুতো কাম কৰা মানুহ বিচাৰি লগতে লৈ যায়, নহলে কমিছন দি এজেণ্টৰ হতুৱাই নিবায়।

আৰবী ভাষা নেজানিলেও চলে। অলপ উৰ্দু জানিলেও কাম চলি যায়।

কামালে সৰুতে মক্তবত পঢ়িছিল। তাত আৰবীও শিকায় কিছু উৰ্দুও শিকায়। বিশেষকৈ ইছলাম ধৰ্মৰ সাধাৰণ নীতি-নিয়মৰ কথাবোৰ উৰ্দু ভাষাৰ পাঠ্যপুথিৰ যোগেদি শিকায়।

কামালহঁতৰ ঘৰত এনে ধৰণৰ ইছলামী শিক্ষাৰ কিছু চৰ্চা আগৰেপৰা আছিল আৰু ঘৰতো মৌলবী ধৰি বাপেকে তাক উৰ্দু পঢ়াইছিল।

আতৰ-আঁতৰৰ কাৰবাৰ কৰিবলৈ গৈ কলিকতা বোম্বাইলৈ, বিশেষকৈ বোম্বাইলৈ ঘনাই অহা-যোৱা কৰিব লগীয়া হোৱাত আৰু ব্যৱসায়ীৰ লগত প্ৰায়ে উৰ্দুৰেই কথা-বতৰা কোৱা মেলা কৰিব লগীয়া হোৱাত পিছলৈ কামালে সলসলীয়াকৈ উৰ্দু ক'ব পৰা হৈছিল। আৰবলৈ গলে সি এই কাৰণেই বেছি অসুবিধাত নপৰিব বুলি বিশ্বাস কৰিছিল।

## সাত

ৰাতি বেছি হোৱা নাছিল।

কিন্তু অকলে থকাৰ কাৰণে গুলেজাৰ ৰাতি বহুত হোৱা যেন লাগিছিল।

সৰু মেজখনৰ ওপৰত লণ্ঠনটো শান্তভাৱে জ্বলি আছিল। পোহৰটো বৰ উজ্জ্বল নহয়। মেজৰ ওপৰত ভালকৈ জাপি থোৱা কিছুমান কিতাপ। মেজৰ সিফালৰ খিৰিকিখন খোলা আছিল।

ইংৰাজী এটলাছ এখন চকুৰ আগত মেলি লৈ, গুলেজাই একান্তমনে তাৰে এখন মেপ চাই আছিল। সেইখন এচিয়াৰ মেপ।

এইখন অসম, এইয়া ভাৰতবৰ্ষ, এইখন আৰব সাগৰ, এইয়া পাৰস্য উপসাগৰ। আৰব সাগৰৰ সিপাৰে এইয়া আৰব দেশ, আৰব উপদ্বীপ, এডেন, জিদ্দা, ভিতৰত এইয়া মক্কা, উত্তৰলৈ মদিনা, পশ্চিমে লোহিত সাগৰ, তাৰ সিফালে আফ্ৰিকা, পিৰামিডৰ দেশ ইজিপ্ত ····তাৰ সিফালে—আৰু বহুত কিবা কিবি দেশ, সাগৰ, মৰুভূমি।······

আকাশ পাতাল আকাশ শেষ।...

সেইজন এক ইংগিত......।

বাহিৰত কোনোবাই মৃদু শব্দেৰে ধপা যেন মাতিলে—"গুলেজা।—"

মাতটো চিনাকি যেন লগা নাই। এই সময়ত কোনে মাতিব পাৰে গুলেজাই বুজিবৰ চেষ্টা কৰিলে।

"এইটো গুলেজাহ'তৰ ঘৰ নহয় জানো ?"

গুলেজা বহাৰ পৰা উঠিল। এনেয়ে নিজৰ মুখখনৰ ওপৰত হাতখন ফুৰালে ; মাজে মাজে কিছু ফটা পুৰণি কপাহী চাদৰখনেৰে গা-টো ভালকৈ ঢাকি ললে, আৰু হাতত লণ্ঠনটো লৈ আহি দুৱাৰখন মেলিলে।

চোতালৰ মাজত, দুৱাৰখনৰ পৰা অলপ নিলগতে থিয় দি থকা মানুহজনৰ মুখলৈ চালে।

"মই ইব্ৰাহীম—" মানুহজনে ক'লে।

"চাৰ।—ভিতৰলৈ আহক, চাৰ", গুলেজাই ক'লে।

"তুমি ঘৰতে আছা, কাৰো মাতবোল নুশুনি, মই ঘৰত কোনো নাই বুলিহে ভাবিছিলো—"

"মই ভিতৰতে আছিলো", গুলেজাই ক'লে। ইব্ৰাহীম ভিতৰ সোমাই আহিল।

"ঘৰত আৰু কোনো নাই নেকি ?"

"বহক চাৰ—" গুলেজাই চকীখনৰ ফালে দেখুৱাই লণ্ঠনটো মেজৰ ওপৰত থলে।

ইব্ৰাহীম মেজৰ কাষৰ চকীখনতে বহিল। কিছু শেঁতা-পৰা মুখেৰে থীণকৈ মানুহজন। দাড়ি বোধহয় দুদিনমান খুৰুৱা নাই। মোছ খিনিও দীঘল হৈছে। চুলিখিনি আউলি-বাউলি —দেখাতেই মানুহজন কিছু ভাগৰি আছিছে। পিন্ধনত কান্ধতে অলপ ফটা এটা কুৰ্তা আৰু এটা মলিয়ন বহল পায়জামা।

"ৰাতি অলপ ওলাই গৈছে, আহি পাৰিহি। আপুনি ইয়ালৈ কেতিয়া আহিছিল ? এতিয়া ক'ৰপৰা আহিলনো ?"

"টাউনৰ পৰাই আহিলো, দুইমান বজাতে পালোহি। ইয়াৰে ল'ৰা কেইজনমানক লগ পাবৰ কাৰণে আহিছিলো।"

"কিবা সভা আছিলনেকি ?"

"ঠিক সভা বুলিব নোৱাৰি। আমি কিছু দৰকাৰী কথা আলোচনা কৰিলো। ঘূৰি যাবলৈ আহিলো। কথাবতৰাৰ মাজত তোমাৰ কথাও ওলাইছিল। এই পিনেদিয়ে যাওঁতে ৰেতিয়া ভাবিলো তোমাৰ খবৰ লৈ যাও। তোমালোক ভালে আছা নহয় ?"

"ৰোতিৰ গা সিমান ভাল নহয়, কাহ হৈছে। আপুনি ভালে আছে নহয় ?"

মেজৰ ওপৰত থকা খোলা এইকেইখনৰ ওপৰত ইব্ৰাহীমৰ চকু পৰিল।

"তুমি এট্‌লাছ পাৰি আছিলা নেকি ?" কৈ ইব্ৰাহীমে পোনপটীয়াকৈ গহুলেজাৰ মুখলৈ চালে। তাই অলপ লাজ পালে। মেজৰ ওপৰৰ খোলা এট্‌লাছখন বন্ধ কৰি থলে। তাৰ পিছত যেন অন্য কথা উলিয়াবৰ মনেৰেহে ক'লে, "কিবা দৰকাৰী কথা আলোচনা কৰিবলৈহি চাগে। আমাৰ ইয়াৰ বা কোন কোন আছিল ?"

"তোমালোকৰ গাঁৱৰে ল'ৰা—কাছিম, কামাল, কুদৰত, জব্বাৰ আৰু বেইজনমান। তাতেই তোমাৰ কথাও ওলাইছিল—"

গহুলেজাই ক'লে, "চাহ কৰো, আপুনি এটোপা চাহ খাওক—"

"নকৰিবা, চাহ-তাহ যথেষ্ট খোৱা হ'ল, তেওঁলোকেই খুৱালে। মই যামেই—"

"বহক চাৰ, বৌতি আহিবই এতিয়া।"

গহুলেজাই হাইস্কুলৰ শেষ শ্ৰেণীত পঢ়ি থাকোতে, কাৰোবাৰ লাভ জেকেপিনত ইব্ৰাহীমে এবছৰমান সিহঁতৰ স্কুলত শিক্ষকতা কৰিছিল। তেওঁ সিহঁতৰ ক্লাছ কেইটামানহে লবলৈ পাইছিল। তথাপি ইব্ৰাহীম গহুলেজাৰ চাৰ। আজিকালি ইব্ৰাহীমে ক'ত কি কৰি আছে, বা ক'ৰবাত কিবা কৰি আছেনে নাই গহুলেজাই ক'ব নোৱাৰে।

"এট্‌লাছত কোন দেশৰ মেপ চাই আছিলা ?"

"নাই, এনেয়ে—"

"আজিকালি দূৰৰ বুলি কথা এটা নোহোৱাই হৈছে। অৱশ্যে মেপত কোনো দেশ বা ঠাইৰ লকেচনটো চাই লব পাৰি।"

আৰৱৰ মেপ চাই থকা কথাটো ধৰা পৰি যায় বুলি গহুলেজাই ক'লে, "আপোনাক বহুত দিন দেখা পোৱা নাই। চাৰেনো এতিয়া কি কৰি আছে, ইয়াৰ টাউনতে আছে জানো ?"

"চাকৰি নাই। বিচাৰিবলৈও এৰিলো। টাউনতে কিতাপৰ দোকান এখন দিছো। সৰু দোকান। ইপিনে কিতাপবো আজিকালি বৰ দাম। কিনিবৰ মন থাকিলেও সকলোৱে কিনিব নোৱাৰে। আৰু আগে শিক্ষিত মানুহৰ কিতাপ পঢ়াৰ যেনে ধাউতি আৰু আগ্ৰহ আছিল এতিয়া যেন সি বহুত কমিছে। এতিয়া কিতাপ-পত্ৰ পঢ়াটো বহুতে অদৰকাৰী কথা বুলি ভাবিবলৈ লৈছে, আলোচনী কিছু বিক্ৰী হয়, পিছে ভাল আলোচনীও বৰ বেছি নোলায়।"

"আমি আকৌ ইয়াত ভাল কিতাপ-আলোচনী পঢ়িবলৈ নেপাওঁৱেই।" গহুলেজাই ক'লে।

"মোৰ দোকানত সকলো ধৰণৰ কিতাপ নেৰাখো, মই যেনেকুৱা কিতাপ বিক্ৰীৰ কাৰণে আনো, তাৰ পাঠক বৰ বেছি নহয়। বহুতে দোকানতে বহি বহি পঢ়ে। কিনিব নোখোজে। কোনোৱাই আকৌ কয় যোৱে কিম্বা শিকিবৰ কাৰণেই যদি কিতাপ পঢ়িব লাগে তেন্তে ধৰ্মশাস্ত্ৰ পঢ়াই ভাল। ধৰ্মশাস্ত্ৰত জীৱনৰ শিকিব

কলীয়া সমস্যা কথাই থাকে। গতিকে মুখিৰ পাকিহা নহয়, কিতাপৰ বজাৰখন বৰ্তমান কেলেঙ্কুৰা—"

"চাহ খাওক চাৰ", গুলেজাই ক'লে। ইব্ৰাহীমে যেন তাইৰ লগত কথা পাতি সময় কটাবলৈহে আহা যেন লাগিল তাইৰ। কিন্তু পাতিবলৈ বিষয়ৰ কথা বিচাৰি নোপোৱা যেন লাগিল গুলেজাৰ।

"তুমি বোলে কলেজত নাম লগাই পঢ়িব খুজিছিলা? কি কৰিলা?"

এই কথাটোকে জানিবৰ কাৰণেই চাৰ আহিছেনেকি বাৰু?

গুলেজাই ক'লে, "পঢ়িবৰ ইচ্ছা আছিল। পিছে ইয়াৰ পৰা নতুন কলেজটোলৈ সাত মাইল দূৰ। খোজকাঢ়ি অহা-যোৱা কৰিব নোৱাৰি। চাইকেল এখন হোৱা হ'লে পাৰিলোহেঁতেন। পিছে চাইকেলৰ বৰ দাম।"

"চাইকেল চলাব জানা?"

"শিকিলে পাৰিম। আজিকালি আমাৰ গাঁৱৰ কেইবাজনীও ছোৱালীয়ে কলেজলৈ চাইকেলেৰে অহা-যোৱা কৰে।"

"আমাৰ টাউনৰ কলেজত পঢ়িবা জানো?"

"তাত থাকি পঢ়িবলৈ সুবিধা নাই নহয়।"

"ধৰা, থাকিলা মোৰ ঘৰত, কলেজত নাম লগাই লৈ ক্লাছ কৰিলা। আৰু যেতিয়া আজৰি থাকে, কিতাপৰ দোকানত থাকি মোক অলপ সহায় কৰি দিলা। নোৱাৰিবা?"

গুলেজাই তীক্ষ্ণভাৱে ইব্ৰাহীমৰ মুখলৈ চালে। কথাখিনি ইব্ৰাহীমে চিৰিয়াছলিয়ে কৈছে নেকি? নে ধেমালি কৰিছে?

তাই চিন্তা কৰি কোৱাদি ক'লে, "মই টাউনত থাকিলে বৌতিৰ ইয়াত অকলে থাকিবলৈ অসুবিধা হ'ব। পঢ়িবৰ মন যায় হয়, পিছে পঢ়ি ডিগ্ৰী এটা ললেই নো কি লাভ হ'ব? আজিকালি দেখোন এম. এ. পাছ কৰিও নিবনুৱা হৈ বহি থাকিব লগীয়া হয়।"

"মোৰ কথা কৈছা? কথা দুটা: কেৱল জ্ঞান আহৰণৰ কাৰণে শিক্ষা আহৰণ কৰা, আৰু জীবিকা আহৰণৰ কাৰণে শিক্ষা আহৰণ কৰা। মোৰ অৱশ্যে এটাও হোৱা নাই এতিয়ালৈকে।" ইব্ৰাহীমে হাঁহি ক'লে। "কিন্তু তোমাৰ ইচ্ছা আৰু আগ্ৰহ আছে যেতিয়া—"

"চাৰ, মোৰ নিচিনা এজনী ছোৱালীৰ কাৰণে কেৱল জ্ঞান আৰ্জনৰ কাৰণে শিক্ষালাভ কৰাটো এটা বিলাসীতাহে হ'ব নেকি?"

"তুমি প্ৰথম বিভাগত ভালকৈ পৰীক্ষা পাছ কৰি বহি আছা। তোমাৰ নিচিনা চোকা ছোৱালীয়ে নপঢ়াটো ভাল কথা নহয়। সেইটো কেতিয়াও বিলাসীতা নহয়—"

"কলেজত পঢ়িবৰ আৰু কোনো উপায় নাই। বৌতিক ইয়াত এৰিকৈ

টাউনত আপোনাৰ ঘৰত থাকি কলেজত পঢ়িবলৈ বোৱাটো বিলাসীতা হ'ব নিশ্চয়। আৰু কলেজলৈ অহা-যোৱা কৰি তাৰ মাজতে আপোনাৰ কিতাপৰ দোকানতমো কেনেকৈ সহায় কৰিব পাৰিম চাৰ?—"

"গহুলোজা" বাহিৰৰ পৰা আইকণে মাতিলে আৰু ভিতৰ সোমাই আহিল।"

"এখেত চাৰ আহিছে।"

আইকণে ইব্ৰাহীমৰ মুখলৈ চালে। এজন অচিনাকি মানুহক গহুলেজাৰ লগত কথাপাতি থকা দেখি আইকণ বিস্মিত নহ'ল। এনেকৈ মাজে-সময়ে কোনোবা-কুন্দুৰি আহিয়ে থাকে সিহঁতৰ ঘৰলৈ।

"আমাৰ স্কুলতে আগে কাম কৰিছিল—এতিয়া টাউনত থাকে। ইব্ৰাহীম চাৰ—" গহুলেজাই মাকক বুজাই দিলে।

"এতিয়ানো ক'ৰপৰা আহিল?" ইব্ৰাহীমে আইকণক সুধিলে।

"একালে গৈছিলো, ঘৰতে সোমাই থাকিলে নচলে, কি কৰিম? চাহ-তাহ দিছনে গহুলেজা?" কৈ কৈ আইকণ ভিতৰলৈ সোমাই গ'ল।

অলপ সৰুকৈ গহুলেজাই সুধিলে, "মই চহৰৰ কলেজত পঢ়াৰ কথা স'চাকৈয়ে কৈছেনেকি চাৰ?"

"আজি আমি ইয়াত কিছু ৰাজনৈতিক কথা আলোচনা কৰিবৰ কাৰণে গোট খাইছিলো, 'আগৰ'ৰ কাৰবাৰ বন্ধ হৈ আহিব ধৰা দেখি ইয়াৰ ল'ৰাবোৰ বৰ হতাশ হৈ পৰিছে। কি কৰা যাব তাকে আলোচনা কৰিছিলো, তেতিয়াই কথাৰ মাজতে কথা এটা ওলাইছিল যে কামাল-কাছিমহঁত আৰবৰ ফালে যাবলৈ ওলাইছে। সেই সম্পৰ্কতে তিনটা সমস্যাৰ কথা ওলাইছিল তালৈ গৈ কোনে কি কৰিবগৈ সেই কথা নিশ্চয়কৈ কোনেও ক'ব নোৱাৰে, যদি তালৈ গৈ কিছুদিন থাকি যি কোনো কাৰণতে আকৌ ইয়ালৈকে ঘূৰি আহিবলগীয়া হয় তেতিয়াহলে ইয়াত আহি কি কৰিবহি, বিয়াবাৰু নকৰোৱা ডেকা-ল'ৰা—বিদেশলৈ যাবলৈ ওলাইছে, ইয়াৰ কাৰোবাক কোনোবাই বিয়া কৰিম বুলিও হয়তো ভবাচিন্তা কৰি আছে। বহুত দিন এওঁলোক বিদেশত থাকিলে, ছোৱালীবোৰক বিয়া নোহোৱাকৈ ৰাখি থব জানো? কামালে বোলে তোমাক বিয়া কৰোৱাৰ কথা বহুত দিনৰপৰাই মনে মনে ভাবি আছে। পিছে তাৰো সমস্যা হৈছে তোমাক বিয়াবাৰু কৰাই কিবা এটা কৰি ইয়াতে থৈ যাব নে আৰবলৈ গৈ টকা-পইচা ঘটি, ঘূৰি আহি বিয়াখন পাতিবহি। সি খোজা মনৰ ল'ৰা, আমাৰ আগত কোনো কথা নুলুকুৱালে। তাৰ বিটো চিন্তা হৈছে সেইটো তাৰ নিজক লৈ সিমান নহয়, যিমান তোমাক লৈ—যদিহে তোমালোকৰ বিয়া হৈ যায়।"

"মোক লৈ অন্যে চিন্তা কৰাটো মই নিবিচাৰো।" গহুলেজাই ক'লে।

ইব্ৰাহীমে ক'লে, "তুমি নিবিচাৰিলেও কোনোবাই তোমাৰ বৰ্তমান আৰু ভৱিষ্যত লৈ যদি নিজৰ ৰবীয়াকৈ চিন্তা কৰে, তুমি কেনেকৈ বাধা দিবা?

কামালে খোলাখুলিকৈ কৈছে—'মই হয়তো কিবাকিবি কবি যেনেতেনে চলি যাম, কিন্তু কাৰোবাক যদি মই বিয়া কৰাও আৰু সেই ছোৱালীজনীক যদি সুখত ৰাখিব নোৱাৰো, তেন্তে মই বিয়া কৰোৱাটো এটা অতি বেয়া কথা হ'ব। এটা ক্ৰাইম হ'ব। আমাৰ দেশত চাকৰি-বাকৰি নেপাও, কাজ-কাৰবাৰো দিনে দিনে বেয়া হৈ আহিছে, মই পিছে ভয় খোৱা নাই, পৃথিৱীৰ যলৈকে তলৈকে গৈ হলেও আগে ধন ঘটিম, তাৰ পিছত বিয়া-বাৰুৰ চিন্তা কৰিম নিজে ঠগ খালেও, মই কেতিয়াও আইনক ঠগিবলৈ নিবিচাৰো। এইবোৰ কামালৰ কথা।"

"মই সুধিছিলো বোলো, তুমি বিদেশলৈ গৈ ঘূৰি নহালৈকে ছোৱালীজনীক ৰৈ থাকিবলৈ ক'বানে তোমাৰ কাৰণে?"

কামালে কি ক'লে জানা, কলে বোলে 'মোৰ কাৰণে মই কাকো বাট চাই ৰৈ থাকিবলৈ নকও। গুলেজাই সৰুৰে পৰা জীৱনত দুখহে চিনি পাইছে, কাৰোবাৰ লগত বিয়া হোৱাৰ পিছতো যদি অকণ সুখৰ মুখ দেখিবলৈ নেপায়, সেইটো বৰ দুৰ্ভাগ্যৰ কথা হ'ব। মই কাৰো দুৰ্দশা-দুৰ্ভাগ্যৰ কাৰণে জগৰীয়া হ'বলৈ নিবিচাৰো।' এইবোৰ কথা কিজানি কামালে তোমাকো ক'ব পাৰে—"

শান্তভাৱে গুলেজাই ক'লে, "কৈছে, মাজে মাজে কয়। আৰু মাজে-মাজে টকা-পইচা দি আমাক সহায়ো কৰে, কিন্তু ময়ো নানা দুখৰ মাজেদিয়ে ডাঙৰ হৈছো, দুখ মই চিনি পাওঁ, দুখলৈ মই ভয়ো নকৰো। আৰু কিছু পঢ়িব পৰা হলে হয়তো কিবা এটা কৰি বুঢ়া বয়সত বৌতিক অলপ সুখত ৰাখিব পাৰিলো-হেঁতেন। আৰু টকা-পইচায়েই মানুহক সুখী কৰেনেকি, বৌতিৰ স্বাস্থ্যও দিনে দিনে বেয়াৰ ফালেহে গৈছে।"

গুলেজাৰ নিচিনা এজনী সাধাৰণ গাঁৱলীয়া ছোৱালীৰ মুখত এনে দৃঢ় কথা শুনি ইব্ৰাহীমৰ ভাল লাগিল। তেও° ক'লে, "টকা হ'লে মানুহ সুখী হ'ব নোৱাৰিব পাৰে, কিন্তু অভাৱৰ পৰা মুক্ত হ'ব পাৰিলে, মানুহৰ সাহস বাঢ়ে, মনৰ বল বাঢ়ে, কৰো বুলিলে কিবা এটা কৰিব পাৰে।"

কিছু সময় মাতেৰে গুলেজাই ক'লে, "মই জানো, আপোনাৰো টকা নাই, তথাপি আপোনাৰ টকা-পইচা থকা মানুহতকৈ মনৰ বল বেছি আছে। আপুনি কষ্ট কৰি ৰাইজৰ কাম কৰি ফুৰিছে। তাত জানো আপুনি সুখ নেপায়।"

ইব্ৰাহীমে গুলেজাৰ মুখলৈ চালে, অলপ হাঁহিলে, তাৰ পিছত ক'লে, "মোৰ কথা তুমি কেনেকৈ জানিলা? দেখিলে মোক এজন সুখী মানুহ যেন লাগে নেকি?"

কিবা এটাত যেন ধৰা পৰি গ'ল, এনে ধৰণে গুলেজাই ক'লে, "কাছিম, ফুলৰৎ-হঁতৰ পৰাই আপোনাৰ বিষয়ে বহুত কথা শুনিছো, আমাৰ নিচিনাকৈয়ে মাজে-মাজে বোলে আপোনাৰো খোৱা-মেলাৰ অসুবিধা হয়, সঁচানেকি?"

"মোৰ শত্ৰু কোনো নাই। মিছা কথানো কেনেকৈ উলিয়াম? পিছে খোৱা-মেলাৰ অসুবিধা বুলি যে কৈছা, কথাটো ঠিক নহয়। মাজে মাজে দুই চাকি শাক ভাত খাবলৈ নেপাও, লঘোন দিব লাগে, পিছে মই অকণো দুখ পাও বুলি ভাবিছা, আৰু সেইটো কোনো মনত ৰাখিবলগীয়া কথাও নহয় জানিছা—"

"মনত ৰাখিবলগীয়া কথানো তেন্তে কোনটো?"

"মনত ৰাখিবলগীয়া কথাটো হ'ল যে আমাৰ এই পৃথিৱীখনত, আমাৰ দেশখনত আমাৰ গাঁওবোৰত বহুত মানুহ আছে যি সদায় পেট ভৰাই খাবলৈ নেপায়, লঘোনে থাকে, জাৰ কালি কাপোৰ নেপায়, জাৰত কঁপি থাকে, বেমাৰ পৰিলে চিকিৎসা নেপায়, ঔষধ-পাতি নেপায়, কষ্ট ভুগি ভুগি মৰে। নগৰ-চহৰবোৰত লাখ লাখ মানুহৰ থাকিবলৈ ঘৰ নাই, গছতলত পৰি থাকে, আলিবাটত, ৰেলষ্টেচনত পৰি থাকে। তাতেই কিছুমান মৰি ঠেঁৰেঙা দি পৰি থাকে। সেইবোৰহে আমাৰ সদায় মনত ৰাখিবলগীয়া কথা।"

গুলেজাই প্ৰশ্নভাৱে ইব্ৰাহীমৰ মুখলৈ চালে, তাৰ পিছত মুখটিপি হাঁহি ক'লে, "তেনেহ'লে চাৰ, সিমানবোৰ কথা মই মনত ৰাখিব নোৱাৰিলেও এটা কথা মই ক'ব পাৰো যে আপোনাৰ কোনো ভাত ৰান্ধনি নাই, আপুনি নিজে ৰান্ধি খাব লাগে, আৰু ৰন্ধাৰ এলাহত আপুনি কেতিয়াবা চাউলপাত থাকিলেও, একো নেৰান্ধি, নেখাই শুই থাকে, নাইবা কেনিবা ওলাই যায়। সেই কাৰণে আজি এতিয়া আৰু চাইকেল মাৰি টাউনলৈ ঘূৰি যাব নেলাগে। ৰাতিও ভালেমান হ'ল, বৌতিয়ে ভাতপানী ৰান্ধিছে, তাকে খাই ৰাতিটো আমাৰ ঘৰতে শুই থাকক, কাইলৈ যাব—"

"আজি নহয় গুলেজা, আজি বহুত কিৰাকিৰি খোৱা হ'ল। যিদিনা ক'তো খোৱাৰ একো যোগাৰ নহয়, তেতিয়া বাৰু তোমালোকৰ ইয়ালৈকে আহি যি পাও খাই যামহি।"

"সেইদিনা যদি আমাৰ ঘৰতো খাবলৈ একো নেথাকে, তেতিয়া?"

"তেতিয়া?"

গুলেজাৰ মাক ভিতৰৰ পৰা ওলাই আহিল। আৰু ক'লে, "ভাত পানী হ'ল। শুদাই-নিকাই এমুঠি খাই শুই থাকক। আজি আৰু যাব নেলাগে। মাষ্টৰলৈ বিছনা এখন কৰি দে। গুলেজা, তই মোৰ লগতে শুবি। মাষ্টৰ তোৰ বিছনাখনতে শুই থাকিব। বেয়া-চেয়া নেপাবা। আমি দুখীয়া মানুহ দেখিছাই।"

"বয়সীয়া মানুহৰ কথা পেলাব নেপায়—" কৈ গুলেজা ভিতৰলৈ সোমাই যাবলৈ ওলাল।

"মইতো বয়সত তোমাতকৈ ডাঙৰ। মই যে তোমাক কথা এটা কৈছিলো—"

মাকৰ মুখলৈ চাই গুলেজাই ক'লে, "চাৰ টাউনত থাকে। এখন কিতাপৰ দোকান আছে। অকলে থাকে। নিজে ৰান্ধি-বাঢ়ি খায়, কেতিয়াবা নেখায়।

তাঁক কৈছে যে মই টাউনলৈ গৈ চাবৰ ঘৰতে থাকি ভাতপানী বান্ধি দিলে, তাৰে মোক তাৰ কলেজত নাম লগাই দিব—পাঢ়িবৰ কাৰণে।"

আইকণে ক'লে, "এইৰ আৰু সদায় পঢ়াৰ কথা। তাইক পঢ়াবলৈ মোৰনো কি যোগ্য আছে? তেনেকৈ যদি সুবিধা হয় বেয়া নহ'ব কিজানি। পিছে কামালহ'তৰ মুখত তোমাৰ কথা শুনিছো। তুমি বিয়া-বাৰুও কৰোৱা নাই নহয়, তুমি ঘৰত নেথাকিলে এইনো অকলে তোমাৰ ঘৰত কেনেকৈ থাকিব?"

'ইয়াত যেনেকৈ আছে তেনেকৈয়ে থাকিব পাৰিব। আজি মই আহোতেও গুলেজা ঘৰত অকলেই আছিল দেখোন—"

আইকণে ক'লে, "কথাবাৰ কামালহ'তকো সুধিপুচি চাব লাগিব। কোন কোঁতিয়া কাৰ আশ্ৰয়ত থাকিবলগীয়া হয় কোনে জানে?"

ইব্ৰাহীমে ক'লে, "কামালহ'তেও আজি মোক ৰাখিছিল। মইহে ঘূৰি যামগৈ বুলি গুছি আহিলো।"

গুলেজাই ক'লে, "এতিয়া, ভাত খাই লওক, তাৰ পিছত শুই থাকক। চাই-কেলখন মই ভিতৰত সুমুৱাই থম। চিন্তা কৰিব নেলাগে।"

ইব্ৰাহীম বহাৰ পৰা উঠিল।

"ভোক নাই, কিনো খাম ক'ব পৰা নাই।" কৈ কৈ ভাত খাবৰ কাৰণে কাৰৰ কোঠাটোলৈ সোমাই গ'ল।

তাৰ পিছত আইকণহ'তো ভিতৰলৈ গ'ল আৰু ইব্ৰাহীমক ভাতপানী বাঢ়ি দিলে।

খাবলৈ লৈ ইব্ৰাহীমে সুধিলে, "মই কাৰ ভাগৰ ভাত খাইছো বাৰু?"

গুলেজাই ক'লে, "মোৰ ভাগৰে খাওক বাৰু। ৰাতি ভাত নোখোৱাকৈ থকাৰ অভ্যাস মোৰ আছে।"

আইকণে এবাৰ ইব্ৰাহীমৰ আৰু এবাৰ গুলেজাৰ মুখলৈ চালে।

## আঠ

ডেকা ল'ৰাৰ জমটো ক্ৰমে ডাঙৰ হৈ আহিল। প্ৰথমে আছি একে ঠাইতে গোট খাইছিলহি। সকলোৰে মাজত জনাজাত তিনি বন্ধু—কাদিৰ, কামাল আৰু কুদৰত। ইহ'তকেটা সদায় নলেগগে লগা। সিহ'তৰ বন্ধুত্বৰ কথা গাঁওখনৰে নহয় ওচৰ-পাজৰৰ অন্যান্য চুবুৰীয়া গাঁওবোৰতো জনাজাত। সিহ'তকেটা একেলগ হলে কথাৰ শেষ নহয়, আলোচনাৰ অন্ত নহয়। কিবা স্বৰূপে সিহ'ত তিনটা একে ঠাই হলেই হাজাৰ কামৰ মাজতো সিহ'ত বৈ যায়, পথাৰলৈ

হাল বাবলৈ যাওতেই হওক, নৈৰ সিপাৰ কৰি গৰুৰ জাক পাৰ কৰি থৈ আহিবলৈ যাওতেই হওঁক, ফজলৰ দোকানৰ আগতে হওঁক বা কাৰোবাৰ ঘৰত বিয়া ভোজ খাবলৈ যাওতেই হওঁক সিহঁত একেলগ হলেই যতে আছে তঁতে বৈ যোৱাটোৱেই সিহঁতৰ নিয়ম। ভেটাভেটি হলেই সিহঁতৰ আলোচনাৰ কাৰণে এটা নহয় এটা জৰুৰী বিষয় ওলাবই। তাৰ পিছত বিষয়টোৰ ওপৰত হোৱা আলোচনাটো সোনকালে শেষ নোহোৱাটোৱেই নিয়ম। প্ৰথমতে কথা, তাৰ পিছত আলোচনা, তাৰ পিছত তৰ্ক, তাৰ পিছত কেতিয়াবা বাদানুবাদ, তৰ্কাতৰ্কি, চিঞৰ-বাখৰ। অৱশ্যে তাৰ পিছত আৰু পৰৱৰ্তী পৰ্যায়লৈ আগ নেবাঢ়ে। বিড়ি বা চিগাৰেট হুপি সিহঁত ঘৰাঘৰি যায়গৈ।

বয়সত সিহঁততকৈ অলপ সৰুবোৰে সিহঁতৰ চিনাকি দিব লাগিলে বা সিহঁতৰ বিষয়ে উল্লেখ কৰিব লাগিলে, কোনোবাই কাকাকু, কোনোবাই কাকুকা, কোনোবাই কুকাকা বুলি উল্লেখ কৰে। অৰ্থাৎ কাদিৰ-কামাল-কুদৰত, কুদৰত-কামাল-কাদিৰ নাইবা কাদিৰ-কুদৰত-কামাল। এটা ক'ৰবাৰ পৰা আহি কোনোবা এঠাইত ওলালেহি বাকী দুটা ক'ৰপৰা আহি তাতে ওলায়হি, কেনেকৈ কোনোৱে নেজানে। যতই তৰ্কাতৰ্কি, চিঞৰ-বাখৰ নকৰক, সিহঁত কেতিয়াও লগ এৰাএৰি নহয়।

কাকুকাহঁতৰ মাজত ইমান হলিগলি মিল যদিও, মানুহকেটা ইটোৰ লগত সিটো দেখাই-মেলাই নিমিলে। কাদিৰ ওখ, হটঙা, ক'লা, তাৰ মাতটোও গলগলীয়া, ডাঙৰ; সৰুকৈ ফুচফুচাই কথা ক'লেও, ওচৰৰ দহ ঘৰলৈ শুনে। তাৰ মাক-বাপেক বাচি আছে, দুটা ককায়েক আছে, ডাঙৰ ককায়েকৰ নবৌয়েক আছে, ভায়েক দুটা আৰু বিয়া নিদিয়া ভনীয়েক এজনীও আছে।

মুৰটো অলপ ডাঙৰ, গাৰ বৰণ তাম বৰণীয়া, মুখখন খীণোৱা, হাতভৰি-বোৰো খীণোৱা, আগৰ পাৰিৰ আগ দাত দুটা নাই, সাঁৰল, ওখ প্ৰায় চাৰে চাৰি ফুট, সেইটোৱেই কুদৰত। সি পাঠশালাত তিনি বছৰ পঢ়িছিল, কেইশ্ৰেণী পঢ়িছিল আনে ক'ব নোৱাৰে সিহে জানে। তাৰ হাতৰ আখৰ বোলে বৰ ধুনীয়া আছিল, পিছে লিখা-মেলাৰ অভ্যাস আৰু প্ৰয়োজন নোহোৱাৰ কাৰণে, এতিয়া আখৰবোৰ কেনেকুৱা হয় ক'ব নোৱাৰি। ইংৰাজী আখৰকেটাও ঘৰতে লিখিবলৈ শিকিছিল। ইংৰাজীৰে নিজৰ নামটো আৰু স্থানীয় পোষ্ট অফিচৰ আৰু শালনী গাঁৱৰ নামটো, ভিলেজ এণ্ড পোষ্ট অফিচ শালনী গাঁও বুলি লিখিব পাৰে।

কামালৰ গাৰ বৰণ বগা। তাৰ গা-গাঢ়ি নিয়মীয়া শকত, নাকটো জোঙা, নাকৰ তলতে ডাঙৰ একোচা মোচ ৰাখিছে। ওপৰৰ দাঁত পাৰি সামান্য উচলা যদিও, মুখখন পুৰঠ কাৰণে তাক কাহানিও খীণোৱা যেন নেদেখি, ভালেই দেখি। পঢ়া-শুনাত সি মজলীয়া আছিল, প্ৰি-ডিগ্ৰী ক্লাছলৈকে পঢ়িছিল। পঢ়া এৰিবৰ তিনি চাৰি বছৰেই হ'ল।

কামাল কাজুৱা ল'ৰা। সৰুৰে পৰা খেতি-পথাৰ কৰি, হাট-বজাৰ কৰি, ঘৰত

মানুহ নেথাকিলে, কেতিয়াবা ভাত-পানী বান্ধিও সি গা টান কৰিছে। নিজৰ ঘৰৰ কৰিব লগীয়াখিনি কৰাৰ উপৰিও গাঁৱৰ অন্য মানুহৰ কামো দৰকাৰ হলে সি কৰি নিদিয়া কৈ নেথাকে। কাৰোবাৰ অসুখ-বিসুখ হলে দাৰাই আনি দিয়া, কাৰোবাক নগৰৰ পৰা কাপোৰ-কানি কিনি আনি দিয়া, অসুখ-বিসুখৰ কাৰণে খেতিৰ কাম পৰি থকা বা খেতি চপোৱাত কাৰোবাৰ পলম হোৱা দেখি অলপ সহায় কৰি দিবলৈ তাক ক'লে, সি হালবাই দিয়া, কঠিয়া তুলি ভুঁই ৰুই দিয়া, ধান দাই ডাঙৰী আনি দিয়া, নিজৰ গৰু নি মৰণা মাৰি দিয়া আদি কামবোৰো কৰি দিয়ে। এই কাৰণে গাঁৱৰ সকলো মানুহেই তাক ভাল পায়, তাক হুম্কিলে-মুম্কিলে বিচাৰে।

কামালে কামৰ মাজতে সময় উলিয়াই প্ৰতিদিনে নোৱাৰিলেও, যেতিয়াই পাৰে আৰু যেতিয়াই পাই, বাতৰি কাকত, আলোচনী আদি বিচাৰি আনি পঢ়ে, কিতাপ পত্ৰও পঢ়ে, ৰাজনীতিৰো কিছু খবৰ-খাতি ৰাখে আৰু দেশ-বিদেশত হোৱা কিছু-মান কথা-কাণ্ডৰ ওপৰত তাৰ মন্তব্যও দিয়ে। কোনো কোনোৱে তাৰ লগত কিবাকিবি ৰাজনৈতিক কথাবো আলোচনা কৰে। চৰকাৰৰ কাৰ্যকলাপৰ বিষয়ে তাৰ নিজস্ব অভিমত প্ৰকাশ কৰিবলৈকো সি ভয় নকৰে। অৱশ্যে ইব্ৰাহীমৰ নিচিনা বামপন্থী ৰাজনৈতিক কৰ্মীৰ লগত কিবা ৰাজনীতিৰ কথা আলচ কৰিলে, সি বুজিবৰহে চেষ্টা কৰে, নিজৰ মত পৰাপক্ষত প্ৰকাশ নকৰাকৈয়ে থাকে।

শালনী 'গাঁৱত', 'আগৰ'-আঁতৰৰ কাৰবাৰ কৰিবলৈ ধৰাত কামাল-কাদিৰহঁতেই আগ-ভাগ লৈ সেই কাৰবাৰ কৰিবলৈ লৈছিল। সিহঁতে দিনে-দিনে কাৰবাৰ বঢ়াই গৈছিল, লাভো ভাল কৰিছিল। তাৰ সমনীয়া ডেকাবোৰো 'আগৰৰ' কাৰবাৰত লাগিবলৈ আগবাঢ়ি আহিছিল।

পিছে কিছুদিনৰ পৰা 'আগৰ', 'আঁতৰৰ' ব্যৱসায় পৰি অহাৰ ফলত কামালহঁত কিছু বিব্ৰত হৈ পৰিছে। আগৰদৰে দলে দলে সাঁচি গছ বিচাৰি যোৱাও প্ৰায় বন্ধ হৈ আহিছে। ডেগৰ কামো নচলা হৈ আহিছে।

ইয়াৰ মাজতে গোটেই গাঁওখনৰ যাৰ যাৰ ওচৰত পালে, তাৰেপৰা 'আগৰ কাঠ' আৰু 'আঁতৰ' যি পাৰে লৈ কামালে বোম্বাইৰ পৰা পাক এটা মাৰি ঘূৰি আহিছে গৈ। সিনো তাৰপৰা কি বাতৰি আনিছে, তাকে জানিবৰ কাৰণে ল'ৰাবোৰ গোট খাইছে। কামাল, কাদিৰ কুদৰতৰ উপৰিও অন্যান্য কিছু ল'ৰা আৰু অন্য মানুহো জমা হৈছে। সি যেন গাঁওখন ৰক্ষা পৰাৰ কিবা এটা উপায় দিব পাৰিব। কি কৰিব লাগে তাৰে এটা সম্ভেদ দিব পাৰিব।

প্ৰশ্নৰ শেষ নাই। এইবাৰ কামালে বোম্বাইলৈ নিয়া 'মাল' বেচি কিমান দাম পালে, গাঁৱৰ কোনে কিমান টকা পাইছে, আটাইতকৈ সৰহ টকা কোনে পাইছে। যদি আৰু 'আগৰ', 'আতৰ' নোহোৱা হৈ যায়, আৰবৰ বেপাৰীবোৰ তেতিয়া আহিবনে নাহে? কামালে বোম্বাইৰ কোন চিনেমাৰ আৰ্টিষ্টক নিজে ওচৰৰ পৰা দেখা পালে, কোনোবা এখন কিম্মত এক্টিং কৰি বিখ্যাত নায়কক

[illegible] [illegible] একেজৈহে বাৰু হয়তো কিমানও শিখা শিচিলা হৈছে” দিছেনে ?

ইত্যাদি ইত্যাদি - নানা প্ৰশ্ন।

. সকলোৱে প্ৰশ্নৰ উত্তৰ দি দি কামাল ভাগৰি পৰিছিল। মানুহৰ জুমটো ক্ৰমাৎ ডাঙৰহে হৈ গৈছিল। কামালে মাজে মাজে এবাৰ কোৱা কথাকে আকৌ ক'বলগীয়া হৈছিল। অৱশেষত মানুহবোৰ এটা দুটাকৈ যথাযথি গুচি গৈছিল। মাহতাব, কণপাই আৰু সোলোকাহে কামাল, কাদিৰ, কুদৰতৰ লগত আছিল। সিহঁত যহি আছিল, সিহঁতৰ নিজৰ কথা সুধিবলগীয়া আছে। সেইবোৰ বাজমনুবাকে সুধিবলগীয়া কথা নহয়। সেইবোৰ কামালৰ লগত অকলে পাতিব-লগীয়া কথা।

যেনে—

'আগৰ', 'আঁতৰৰ' কাৰবাৰ যদি বন্ধ হৈ যায় তেতিয়া আৰবত চাকৰি কৰিবলৈ যোৱাৰ সুবিধা হ'বনে নাই ?

আৰবলৈ যোৱাটো হ'বনে নাই ?

পাচ্‌প'ট-ভিচা ক'ৰপৰা ল'ব লাগিব ?

তাৰ কাৰণে গাই পতি কিমান টকা ভৰিব লাগিব ?

কাক কাক টকা দিব লাগিব ?

কলৈ গলে বেছি ভাল হ'ব ? আৰবলৈ, কুৱেইটলৈ, আৰু ধাবীলৈ, লিবীয়ালৈ, চিৰীয়ালৈ নে সেই ফালৰ অন্য কোনোবা এখন দেশলৈ।

আৰবী ভাষা নেজানিলে, তাত চলিব পৰা যাবনে ? আমি যে ইংৰাজীও নেজানো, উৰ্দুও নেজানো, তাৰ কথা নেজানিলে তাত কেনেকৈ চলিম ?·········

অলপ সৰুকৈ—

টকা বাৰু কিমান কি দিব ? সেইবোৰ দেশৰ টকা আমাৰ দেশত চলিব জানো ? তাৰপৰা টকা আমাৰ দেশলৈ কেনেকৈ পঠিয়াব পাৰি বাৰু ?

তাত সোণ বোলে বৰ সস্তা। কিবাকৈ সোণ দুটোলামান আনিব পৰা নেযাবনে ?

তাত বাৰু ইমান বেছি সোণ ক'ৰপৰা পায় ? তাত বহুত সোণৰ খনি আছেনেকি ? সোণৰ খনিবোৰৰ মালিকনো কোন ? গৰাকী আৰবৰ বাদছাহনে ? অন্য কোনোবা ?

আৰবৰ বাদছাহৰ ঘৰবোৰ বোলে চব সোণৰ—স'চানেকি বাৰু ?

এটা মানুহক বাৰু কিমান সোণ আনিবলৈ দিয়ে ? আধাসেৰমান আনিবলৈ নিদিবনে বাৰু ?

গোটা সোণ আনিবলৈ নিদিয়ে বোলে ? অলঙ্কাৰ গঢ়াই আনিব লাগে হবলে ? মতা মানুহকো অলঙ্কাৰ গঢ়াই আনিবলৈ দিব জানো ?·····প্ৰশ্নৰ শেষ নাই'।

সিহঁত দোকানৰ আৰব পৰা কিছু আঁতৰি আহিল।

আৰু সৰ্বুকৈ—

আৰবলৈ তই যোৱাটো খাটাং কৰিবলিনেকি? তাৰ আগতে গুলেজাক বিয়া কৰাই যাবিনেকি? গুলেজা আৰবলৈ গলে পিছে মাক কাৰ লগত থাকিব?

গুলেজাক বাৰু লগতে নিবলৈ দিব নে নিদিয়ে? তায়ো আৰবী উর্দু নেজানে নহয়, তাত দিগদাৰ নেপাবনে?

গুলেজাক বিয়া কৰাই লগত আৰবলৈ লৈ গলে, দেশলৈ ঘূৰি আহোতে সোণৰ অলঙ্কাৰ গঢ়াই লগতে লৈ আহিব পাৰিব কিজানি। নোৱাৰিবনে বাৰু? প্ৰশ্ন আৰু প্ৰশ্ন!

কাদিৰ আৰু কুদৰতে সুধিলে, "তোৰ লগতে আমাৰ দুটাকো লৈ যাব পাৰিবি নহয়? তই কলিকতা, বোম্বাই বহুত দেখিছ, আমি আকৌ গুৱাহাটীকে দেখা নাই। তই কিজানি বোম্বাইত সাগৰৰ জাহাজো দেখিছ। এবেলি উৰা-জাহাজেৰে লখীমপুৰলৈও গৈছিলি নহয় তই। আৰবলৈ যোৱা জাহাজবোৰ বাৰু কিমান ডাঙৰ? একোখন জাহাজ বোলে একোখন সৰু চহৰৰ সমান ডাঙৰ, সঁচানেকি বাৰু?......

মই কিন্তু কও তই একো চিন্তা কৰিব নেলাগে। আৰবলৈ যোৱাৰ আগতে তোৰ বিয়াখন পাতি পেলা। তোৰ হাতত টকাও থাকিব পায়। এতিয়া যদি গুলেজাক অলংকাৰ-পাতি খৰছ দিব নোৱাৰ, চিন্তা নকৰিবি। তালৈ গলে যিমান মন যায়, সোণ-ৰূপৰ অলংকাৰ দিব পাৰিবি। নোৱাৰিবি জানো?"

লাহে লাহে সিহঁত আৰু আতৰি আহিছিল—ফজলৰ দোকানৰ আগৰ পৰা।

কামালৰ সেই সময়ত মনৰ ভাব কি আছিল সিহঁতে ক'ব নোৱাৰে।

সি ক'লে, "গুলেজাক মই বিয়া কৰাম বুলিনো তহঁতক কোনে ক'লে, আৰু তায়ো মোৰ লগত বিয়া হ'বলৈ বৈ আছেনেকি? তাই বোলে টাউনৰ কলেজত নাম লগাই পঢ়িবলৈ ওলাইছে। পঢ়া ডাঙৰ নে বিয়া ডাঙৰ? আৰু নিজৰ যোৱাটোৱেই এতিয়াও ঠিক হোৱা নাই, অইনক নিয়াৰ কথা ভাবিবই নোৱাৰি। পিছে কিবা উপায়ে মই যদি আৰবলৈ যাব পাৰো, তহঁতকো নিম, চিন্তা নকৰিবি, পিছে মতা মানুহ এটা বিদেশলৈ যোৱা, আৰু এজনী ছোৱালী যোৱা সুকীয়া কথা।

কিন্তু কাদিৰ-কুদৰতহঁতৰ মনত কামাল যেন এটা নেতা। সি যেন আৰব কুৱেইট মধ্য এচিয়াৰ প্ৰতিখন আৰব দেশ ভ্ৰমণ কৰিহে ঘূৰি আহিছে, বোম্বাইৰপৰা নহয়। সি যেন তাৰ লগতে গাঁৱৰ আন নিবনুৱা দুখীয়া ল'ৰাবোৰো লৈ যাব। সিহঁতক কাম দিব, চাকৰি দিব, ধন দিব, সোণ দিব। সি যেন সিহঁতক যিমান লাগে সিমান সোণ দিব, যাতে সাত পুৰুষলৈ আৰু সিহঁতৰ ঘৰে ঘৰে, বাকচে বাকচে সোণৰ বাহিৰে আৰু একো নেথাকিব।

মাথোঁ এবাৰ সেই সোণৰ দেশ আৰবলৈ যাব পাৰিলেই হ'ল।

বোম্বাইত কামালে দুই-চাৰিজন আৰবী শ্বেখ দেখিছে। দামী হোটেলত থাকে, দামী গাড়ীৰে ফুৰে, দামী কাপোৰ পিন্ধে, দাম দি 'আগৰ', 'আঁতৰ' কিনে, জেপত টকাৰ জাপ।

আৰব বুলি বৰ ধনী এখন দেশ আছে, তাতেই মক্কা-মদিনাও আছে, তালৈকে গোটেই দুনীয়াৰ মুছলমান মানুহ হজ কৰিবলৈ যায়। হজীসকল হজ কৰিবলৈ যাব আৰু আমাৰ নিচিনা গৰীববোৰ ধন ঘটিবলৈ যাম। তালৈ গলে 'নেকি' হয়, পুণ্য হয়। পিছে আমি তালৈ যাম টকাৰ কাৰণে।

খেতি কৰিলে খেতিত, কাৰবাৰ কৰিলে কাৰবাৰত, ৰাজহুৱা কাম কৰিলে, বাইজৰ কামত একাগ্ৰতাৰে লাগিব পৰাটো কামালৰ চকুত পৰা এটা গুণ। আৰবলৈ চাকৰি বা কাম কৰিবলৈ যোৱাৰ বিষয়ত তাৰ ওপৰত সকলোৰে আশা এই কাৰণেই যে নোৱাৰা কামটো সি পাৰো বুলি নকয়, কৰিব পৰা কামটো নকৰি নেথাকে। আৰু নিজৰ নহলেও আনৰ কাৰণে কিবা ভাল কাম এটা কৰিব পাৰিলে-সি ভাল পায়। ইংৰাজী বৰ শুদ্ধাক নোৱাৰিলেও, বঙলা, উৰ্দু আৰু হিন্দী সি বুজে যেনেকৈ ক'বও পাৰে তেনেকৈ। সৰুতে ঘৰত পঢ়ি, পিছত মাদ্ৰাছাত পঢ়ি যি উৰ্দু সি শিকিছিল, 'আগৰ', 'আঁতৰ'ৰ কাৰবাৰ কৰিবৰ কাৰণে বোম্বাইলৈ অহা-যোৱা কৰি তাৰ বিভিন্ন ব্যৱসায়ীৰ লগত কথা-বতৰাৰ আদান-প্ৰদান কৰি থকাৰ ফলত সি শুদ্ধকৈয়ে আৰু সলসলীয়াকৈ উৰ্দু ক'ব পৰা হ'ল। বোম্বাইতে সি লগ পাইছিল এজন ভদ্ৰলোকক যি কোনোবা এজন শ্বেখৰ বৰ পৰিচিত আৰু বিশ্বস্ত লোক বুলি নিজৰ পৰিচয় দিছিল—আৰু সি আশ্বাস দিছিল যে ভাৰতৰ নিবনুৱা ডেকাক আৰব দেশৰ ফালে নি কাম-কাজত সুমুৱাই দিয়াত তেওঁৰ বহুত হাত আছে। আৰু অইনত নহলেও তেওঁৰ চিনাকি শ্বেখজনৰ তলত ঘৰুৱা বা ব্যৱসায়ী যি কোনো চাকৰিৰ যোগাৰ কৰি দিয়াত তেওঁৰ কোনো অসুবিধা নাই। এই মানুহজনো লক্ষ্ণৌৰ ফালৰ এজন শুদ্ধ উৰ্দুভাষী লোক আছিল, এওঁৰ লগতো কামালৰ ঘনিষ্ঠতা হৈছিল।

## ৯

শালনী গাঁৱৰ দুজন ধনী মানুহৰ ভিতৰৰ বয়োজ্যেষ্ঠ জুবেদ তৰণীৰ ৮৩ বছৰ বয়সত মৃত্যু হ'ল। তেওঁৰ পুতেকহঁতে ভাওৰকৈ মৰাৰ ভোজ পাতিলে। তালৈ কেৱল শালনী গাঁৱৰে নহয়, ওচৰ-পাজৰৰ অন্য গাঁৱৰো কিছু মানুহক মাতাত কৰিলে। ভোজ হব, লগতে মিলাদ হবীকো হ'ব—হজৰত মোহম্মদৰ জীৱনৰ কিছু

কাহিনী বৰ্ণোৱাৰ লগতে কিছু ধৰ্মালোচনাও হ'ব। তাৰ কাৰণে তিনিজন বহা বহা মৌলবীকো 'ৱাজ' কৰিবৰ কাৰণে বা বক্তৃতা দিবৰ কাৰণে দাৱাত কৰিলে। ভোজৰ কেইদিনমান আগৰ পৰা ৰাইজৰ মাজত এই বিষয়ে আলাপ আলোচনা চলিল, বিশেষকৈ নিমন্ত্ৰিত মৌলবী চাহেবকেজনৰ সম্পৰ্কে।

আগে, ডেকা কালত যেনেকুৱাই নেথাকক, পিছলৈ জুবেদ তৰণী মানুহজন এজন বৰ ভাল মানুহ হৈ পৰিছিল। ঘৰৰ পৰা নিতৌ বাছেৰে অহা-যোৱা কৰি কাছাৰীত তৰণী কাম কৰে। আগেয়ে চাইকেলৰে অহা-যোৱা কৰিছিল। শালনী গাঁৱৰ মাজেদি বাছ চলিবলৈ লোৱাৰ পৰা বাছেৰে অহা-যোৱা কৰিব ধৰিলে। খেতিৰ মাটি আছিল কেইবা পুৰাও। তিনি হাল গৰু-ম'হৰ খেতি কৰায়। তৰণীয়ে সময় পালে নিজেও খেতিত লাগি-ভাগি দিয়ে। বহুত ধান পায়। তিনটা গুটি ধানৰ ভঁড়াল ধানেৰে ভৰি থাকে, বছৰি বহুত টকাৰ ধান বেচে। চাকৰিতকৈ খেতিত বেছি গুৰুত্ব দিছিল জুবেদ তৰণীয়ে। গাঁৱৰ ভিতৰত খেতি কৰিবৰ কাৰণে ট্ৰেক্টৰ কিনা প্ৰথম মানুহ জুবেদ তৰণীয়েই আছিল। খুটিত এপাল ম'হো আছে। গাখীৰ বেচিও বহুত টকা পায়। ঘৰত সদায় দৈ ক্ৰীম খায়, আনকো দিয়ে। ঘৰৰ আগতে, ডাঙৰ বাৰীখনৰ ভিতৰতে এটা পকা ভেটি আৰু পকা বেৰৰ টিনৰ ঘৰ সঁজাই তাতে এখন গেলামালৰ দোকানো দিয়াইছে। দোকানখন চলে ভাল। তিনিজনী জীয়েক, তিনিওজনীকে ভাল ঠাইতে বিয়া দিলে। ল'ৰা তিনিটালৈও নগৰৰ ভাল মানুহৰ ঘৰৰ ছোৱালীকে বিয়া কৰাই আনিলে, কামৰ পৰা অৱসৰ পোৱাৰ পিছত এবাৰ মক্কাত হজ কৰিও আহিলগৈ। তেতিয়াৰ পৰা তেওঁ জুবেদ আলি হাজী বুলি ওচৰে-পাজৰে জনাজাত হৈ পৰিল।

সেই জুবেদ হাজীৰে পুৰঠ বয়সত মৃত্যু হ'ল। গাঁওখন পাতল হৈ গ'ল। এজন গহীন-গম্ভীৰ, গজগজীয়া ধাৰ্মিক মানুহ নোহোৱা হৈ গ'ল। গাঁওখনৰ বুধি-ভাৰসাৰ স্থল মুৰব্বী এজনৰ অভাৱ গাঁৱৰ সকলো ৰাইজে অনুভৱ কৰিলে। ৰাইজৰ কাৰণে সান্ত্বনাৰ কথা যে পুতেকহঁতো বাপেকৰ ফুটতে উঠিছে।

পুতেকহঁতে জুবেদ হাজীৰ কবৰো পকা কৰাব। পিছে এতিয়াই নকৰায়। গাঁৱৰ ৰাজহুৱা কবৰস্থানত বৰ বেছি পকা কয়ৰ নায়েই। পুতেকহঁতে কলিকতাৰ মাৰ্বলৰ নামফলি কৰাই আনিব আৰু পকা কবৰত লগোৱাই দিব।

বাপেকৰ ভোজৰ কাৰণে দুই তিন দিন আগতে আটাইকেজনী জীয়েক ঘৰলৈ আহিল, লগত নিজ নিজ ল'ৰা-ছোৱালী লৈ। ভোজঘৰ আৰু থমথমীয়া হৈ পৰিল।

ঘৰৰ আগফালে পিছফালে ডাঙৰকৈ টিনৰ ৰভা দিয়া হ'ল। গাঁৱৰ আটাইকেটা ভাল ভোজ-বাণ্ধনিকে মতা হ'ল। কমেও ডেৰ দুহেজাৰ মানুহ গোট খাব। বহুত কলপাত লাগিব। নিজৰ বাৰীৰে নহয়, গাঁওখনৰ অন্যান্য আটাইৰে ভাঁমকলৰ পাত কাটি পাত গোটোৱা হৈছে। তাৰ উপৰি টাউনৰ পাল-আমাবুঁদি প্লেট, বাটন,

পিলাকৈ জনা হৈছে—যাতে বয়স্ক মাতব্বৰ সকলক সম্মানেৰে খুৱাব পৰা যায়।

ৰাতিলৈ ৰাইজক ভোজ খুউৱা হ'ব। তাৰ আগতে মগৰীবৰ নামাজৰ পিছৰ পৰা হ'ব মিলাদ, কোৰাণ পঢ়া আৰু 'ৱাজ'—বক্তৃতা আদি। একালে ৰভাৰ তলতে পৰ্দাৰ আঁৰ দি বেলেগ ঠাই উলিওৱা হৈছে, মাইকী মানুহ বহিবৰ কাৰণে। ভিতৰত সকলো মাইকী মানুহক বহিবলৈ নুজুৰিব। জুবেদ হাজীৰ ঘৰত ইলেক্‌ট্ৰিক লাইট আছে, গাঁওখনলৈ ইলেক্‌ট্ৰিক লাইট আহোতে প্ৰথমে তেওঁৰ ঘৰতেই লাইট লৈছিল। ভোজৰ কাৰণে ভিতৰ-বাহিৰ; ৰভাতল, পদুলি সকলোতে লাইট জ্বলাই দিন যেন পোহৰ কৰা হৈছে। সন্ধিয়াৰ আগৰ পৰা মানুহ এটা-দুটাকৈ আহিবলৈ আৰম্ভ কৰিছে।

জুবেদ হাজীৰ ডাঙৰ পুতেক ইয়াছীনৰ কথামতে কামাল, কাদিৰ, কুদৰত-হঁতো আহি লাগি-মেলি দিছেহি। ইমানবোৰ মানুহক শোধপোচ কৰিব লাগিব, ডেকা ল'ৰাবোৰ হাতে-কামে নেলাগিলে নচলিব। বুঢ়া বিলাকে আৰু দিহা দিবহে পাৰিব, কাম একো কৰিব নোৱাৰে।

মানুহ সৰহ হোৱাৰ কাৰণে নিমন্ত্ৰিত মৌলবীসকলৰ 'ৱাজ' বা ভাষণ সকলোৱে শুনিব পৰাকৈ এটা মাইক আৰু লাউড স্পীকাৰৰো ব্যৱস্থা কৰা হৈছে। মৰাৰ ভোজৰ অনুষ্ঠান যদিও গোটেই পৰিবেশটো আনন্দ উৎসৱমুখৰ হৈ পৰিছে। নিমন্ত্ৰিতৰ সমাগমে ৰভাতলখন জীৱন্ত কৰি তুলিছে।

গধূলি মগৰীবৰ নামাজৰ পিছত মাটিত পাৰি দিয়া তিৰপাল, কঠ-ঢাৰি-পাটি আৰু কাপোৰৰ ওপৰত মানুহ আহি বহিব ধৰিলে। অলপ সময়ৰ ভিতৰতে ৰভাতল মানুহেৰে ভৰি পৰিল। ঘৰৰ ভিতৰত আৰু পৰ্দাৰ সিপাৰে ৰভাতলিতো বয়সস্থ তিৰোতা আৰু বোৱাৰী-জীয়াৰীবোৰে খুপ খাই বহিল। চেঙেলীয়া ল'ৰাবোৰ আৰু কিছুমান ডেকা ল'ৰা নবহি, থিয়া-থিই দি থাকিল। কামাল-কাদিৰহঁত মানুহ বহুৱাৰ কামত ব্যস্ত। মাজে মাজে ইলেক্‌ট্ৰিক লাইট নুমাই যায়। সেই দেখি কেইটামান পেট্ৰ'মাক্স লাইটো জ্বলাই থোৱা হৈছে। যাতে কোনো অসুবিধাত পৰিবলগীয়া নহয়।

প্ৰথমে কোৰাণৰ 'কেৰাত' পাঠ কৰা হ'ল। তাৰ পিছত নিমন্ত্ৰিত মৌলবীসকলৰ "ৱাজ' বা ভাষণ আৰম্ভ হ'ল। প্ৰথমে বক্তৃতা দিবলৈ উঠিল চহৰৰ প্ৰখ্যাত মৌলবী ৰমৰুদ্দিন চাহেবে। তেওঁ এজন বয়সস্থ মানুহ, ওখপাখ, শকত, মুখত পকা দাড়ি—বুকু ঢাকি আছে। চকুত চশমা, মূৰত পাগুৰি, গাত বেঙুনীয়া ৰঙৰ কাপোৰৰ চেৰৱানি, আৰু বহল পায়জামা।

মৌলবী চাহেবৰ মাতটো ডাঙৰ, গুলগলীয়া।

প্ৰথা অনুযায়ী তেওঁ প্ৰথমে আল্লাহ আৰু ৰছুলৰ গুণ বৰ্ণনা কৰিলে। তাৰ পিছত নামাজ আৰু ৰোজাৰ গুণ আৰু তাৎপৰ্য মনোগ্ৰাহীকৈ বুজাই ক'লে, তাঁৰ

পিছত মানৱ জীৱনৰ অস্থায়ীত্ব আৰু এই দুনীয়াৰ অস্থায়ীত্ব বিষয়ে বৰ্ণনা কৰিলে, আৰু 'নেকী', 'বদী', পাপ-পুণ্যৰ বিষয়েও ক'লে।

তাৰ পিছত হাজী জুবেদ তৰণীৰ মৃত্যুৰ কথা উপলক্ষেই হোৱা এই ভোজ আৰু মিলাদৰ কথা উল্লেখ কৰি তেওঁ জুবেদ তৰণীয়ে কিদৰে হজলৈ যাবৰ কাৰণে মন স্থিৰ কৰি কেনেকৈ নিজৰ খাঁটি আৰ্জনৰ টকাৰ পৰা এপইচা দুপইচাকৈ সাঁচি টকা জমা কৰিছিল, তাৰ এটা বিৱৰণ দিলে। তেওঁ মন্তব্য কৰিলে ঃ "আল্লাৰ মৰ্জি আৰু অনুগ্ৰহ নহ'লে বহুত ধন থাকিলেও কাৰোবাৰ হজ কৰাৰ সৌভাগ্য নহ'ব পাৰে। বহুত ধনী মানুহৰ ধন বাকচতে পৰি থাকে, হজ কৰিবলৈ যাব নোৱাৰে। খোদাৰ হুকুম থাকিলে কোনোবা দুখীয়া মগনীয়ায়ো হজ কৰি আহিবগৈ পাৰে। বেয়া উপায়ে অৰ্জা টকা, অইনক ঠগি মেলি অৰ্জা টকা, নাহক টকা যিদৰে দুনীয়াৰ অন্য কামত খটাব নেপায়, তেনেকৈ তেনেকুৱা বেয়া আৰ্জনৰ টকা হজ কৰিবলৈ থাকিলেও খৰছ কৰিব নেপায়, আনৰ হক মাৰি, আনক ফাকি দি, চোৰাং বেপাৰ কৰি, সুদৰ টকাৰে বা না-জাইজ মুনাফাৰ টকাৰে হজ কৰাৰ নিচিনা পবিত্ৰ কাম কৰিবলৈ যোৱাতকৈ নোযোৱাই ভাল। লেতেৰা পানীৰে গা ধুলে, গা চাফা নহয়। মক্কাৰ আল্লাৰ ঘৰ 'বয়তোল্লাহ' চাবলৈ, মদিনাৰ হজৰত মোহম্মদৰ পবিত্ৰ ওজাত, সমাধিত জিয়াত কৰিবলৈ নচীবত কপালত থাকিব লাগে। মক্কাছৰীফ পবিত্ৰ ঠাই। টকা-পইচা থকা সকলে জীৱনত এবাৰ হলেও হজ কৰাটো ফৰজ। মক্কা-মদিনাৰ প্ৰতিটো ধূলিকণা আমাৰ কাৰণে পবিত্ৰ। অপবিত্ৰ টকা-পইচা খৰছ কৰি, অপবিত্ৰ মন লৈ সেইবোৰ ঠাইলৈ গলে কি ছোৱাব হ'ব ? কি পুণ্য হ'ব ? প্ৰত্যেক বছৰেই সমগ্ৰ মুছলিম জাহানৰ বিশ-পঁচিশ লাখ মুছলমান মানুহ মক্কাত হজ কৰিবলৈ আহে। বেপাৰ কৰিবলৈ নাহে। কোৰবানি, জাকাত, ফিৎৰা দিবলৈ আহে, দান-খয়ৰাত দিবলৈ আহে, পুণ্য আৰ্জন কৰিবলৈ আহে। ধন ঘটিবলৈ, বেপাৰ কৰিবলৈ নাহে।

কোনোবা যদি আৰবতো বেপাৰ কৰিবলৈ যায়, যাব পাৰে। বেপাৰ ব্যৱসায় আমাৰ ৰছুল হজৰত মোহম্মদেও কৰিছিল, কাৰবাৰ কৰাটো চুন্নত। কিন্তু আমি মনত ৰাখিব লাগে যে আৰবত মক্কা-মদিনা আছে, আল্লাৰ ঘৰ বয়তোল্লাহ আছে, সেইখন পুণ্য আৰ্জন কৰা ঠাইহে। ধন আৰ্জন কৰা ঠাই নহয়। মই আৰু জুবেদ হাজী চাহেব একেলগে হজ কৰিবলৈ গৈছিলো। হজ কৰিবলৈ যাওতে তেওঁ যি টকা খৰছ কৰিছিল। সেই টকা আছিল তেওঁ নিজে মেহনত কৰি আৰ্জন কৰা টকা। ভঁৰালৰ ধান বেচি, বাৰীৰ কাঠ-বাঁহ, তামোল-পাণ বেচি, গঁড়ালৰ হাঁহ-কুকুৰা-ছাগলী বেচি, আৰু তৰণী কাম কৰি পোৱা টকাৰ পৰা যি বচাব পাৰিছিল, অৱশেষত তেওঁ হজ কৰিবলৈ গৈছিল। আমিও নেক নিয়তেৰে নেক কাম কৰিবলৈ ওলায়ে, ভাল টকা-পইচাহে খৰছ কৰিব লাগে। নহ'লে আল্লাই আমাৰ উদ্দেশ্য পূৰা নকৰিবও পাৰে, আমাৰ হজো কবুল নকৰিব পাৰে। মছজিদৰ ভোটি

বজাৰত খৰছ কৰিলেও, সুদৰ টকা হাৰামেই। সি কেতিয়াও হালাল হ'ব নোৱাৰে। এই কথা আমি সদায় মনত ৰাখি চলা ভাল।

আৰু কিছু কথা ক'লে বদৰুদ্দিন হাজৰীয়ে। উপস্থিত পুৰুষ-শ্ৰোতা সকলোৱে তেওঁৰ কথা নিৰবে মনোযোগ দি শুনিলে। কথাবোৰ বহুত পৰলৈকে মানুহৰ কাণত বাজি থাকিল।

তাৰ পিছত বক্তৃতা দিবলৈ উঠিল আব্দুল জব্বাৰ মৌলবী। মানুহজন ওখ, খীণ, বগা পাতল দাড়ি আছে। বয়স পঞ্চাশৰ বেছি। তেওঁৰ পিন্ধনত সাধাৰণ কুৰ্তা-পায়জামা, মূৰত এটা কপাহী কাপোৰৰ বগা টুপী।

প্ৰাথমিকভাৱে গতানুগতিক কিছু কথা কোৱাৰ পিছত, কিছু উত্তেজিতভাৱেই তেওঁ কৈ যাব ধৰিলে, মানুহ হিচাপে মানে ইজ্জতে জীয়াই থাকিবৰ কাৰণে আমাক ধন-সম্পত্তি লাগে, টকা-পইচা লাগে। কিন্তু টকা-পইচা, ধন-সম্পত্তিৰ কাৰণেই আমি জীয়াই থাকিব নেলাগে। আজিৰ দুনীয়াত টকা-পইচা, ধন-সম্পত্তিৰ কাৰণে মানুহ বলিয়া হৈছে। যিমানে সৰহকৈ পাইছে সিমানে তাতকৈ আৰু সৰহ কৰিবলৈ উম্বাউল হৈছে, পাগল হৈছে। ধনী হোৱাটোৱেই যেন জীৱনৰ একমাত্ৰ লক্ষ্য আৰু উদ্দেশ্য। ধন যিমানে বেছি হয় সিমানে সেই ধন-সম্পত্তি ৰক্ষাৰ কাৰণে মানুহৰ ভয় আৰু দুশ্চিন্তাও বাঢ়ি যায়। সেই কাৰণে আজিৰ মানুহৰ মনৰ অশান্তিও বাঢ়িছে। মানুহৰ মনৰ সুখ-শান্তি নোহোৱা হৈছে।

মই শুনিছো বোলে আমাৰ এইফালৰ কিছু ডেকা ল'ৰাও কাম বিচাৰি আৰবৰ ফালে যাবলৈ ওলাইছে। সেইটো ভাল কথা। দুনীয়াৰ য'তে ত'তে কাম কৰি, মেহনত কৰি, হক ৰুজী আৰ্জন কৰি খোৱাটো ভাল কথা। আমাৰ পয়গম্বৰ চাহেবেও শ্ৰম কৰি খোৱাকে 'এবাদত' বুলি গণ্য কৰিবলৈ কৈছে। কিন্তু আমাৰ ইয়াতো জানো মেহনত কৰি টকা-পইচা আৰ্জন কৰিব নোৱাৰি ? আৰবলৈ বা অন্য কোনোবা দেশলৈ গলেও জানো মেহনত নকৰিলে, কাম নকৰিলে, কোনোবাই টকা-পইচা এনেয়ে আৰ্জন কৰিব পাৰিব ? আৰু টকা-পইচা ঘটাটোৱেইতো একমাত্ৰ কথা নহয়, কেৱল পোহপাল যোৱাটোৱেইতো কথা নহয়, আমাৰ শ্ৰমৰ, আমাৰ মেহনতৰ ফালৰ পৰা অইন মানুহৰো লাভ হ'ব লাগে, ঠাইখনৰ, দেশখনৰো লাভ আৰু উন্নতি হ'ব লাগে। আমি ইয়াৰ পৰা গৈ বিদেশৰ অন্য এখন দেশত কাম কৰিলে গৈ, সেইখন দেশৰহে লাভ হ'ব, আমাৰ দেশৰ লাভ হ'ব জানো ? কথাটো আমাৰ ডেকাহঁতে চিন্তা কৰি চাব।

আৰু, দুনীয়াৰ ধন দৌলতলৈ লোভ বা মোহ কৰিব নেপায়। ধন ঔ ধন ঔ কৰি হাৱাৰাও কাঢ়ি ফুৰিব নেপায়। আখেৰাতৰ কাৰণেহে, পৰকালৰ কাৰণেহে চিন্তা কৰিব লাগে। ভাল কাম কৰি, আল্লাৰ এবাদত বন্দেগী কৰি, সিদুনীৰ কাৰণেহে নিজক সাজু কৰিব লাগে। এই দুনীয়াত ভাল বেয়া নানা উপায়ে ধন-দৌলত গোটাব পাৰি, কিন্ত, যিমানে টকা-পইচা বেছি হৈ যায়, সিমানে তাক

ৰক্ষা কৰিবৰ কাৰণে চিন্তা-ভাবনাও বাঢ়ি যায়। আৰু তেতিয়া আমি আখেৰাতৰ কথা, আল্লা ৰছুলৰ কথা পাহৰি থাকো। ভাল কাম কৰিলে, নিজেৰো ভাল হয়, আনৰো ভাল হয়, তাৰ ফল কোনোৱে কাঢ়ি নিব নোৱাৰে। সংসাৰৰ সকলো বস্তু দুদিনীয়া, যি বস্তুৰ কোনো ক্ষয়-ক্ষতি নাই, হৰণ-ভগন নাই, সেই 'নেকী', সেই পুণ্যহে আমি গোটাবলৈ চেষ্টা কৰিব লাগে। খোদাৰ হুকুম নহলে কোনো ধনী হ'ব নোৱাৰে, হুও বুলিয়ে কোনো মানুহ ধনী হ'ব নোৱাৰে। আমাৰ দেশতে থাকিও জানো বহুত মানুহ ধন ঘটি ধনী হোৱা নাই? আল্লাই সাগৰক নগৰ কৰে নগৰক সাগৰ কৰে, গৰীবক ধনী কৰে, ধনীক গৰীব কৰে। এইবোৰ সদায় একে থকা বস্তু নহয়। একে থাকে কেৱল আমাৰ আল্লাৰ ওৱাস্তে কৰা 'নেক' কাম বিলাকহে। ৰাইজ, সদায় মনত ৰাখিব যে···"

মানুহবিলাকৰ ভোক লাগিছিল। ৰাতিও যথেষ্ট হৈছিল। ৰাইজক খুৱোৱৰ কাৰণে ৰন্ধা-বঢ়াও হৈ গৈছিল। তথাপি মৌলবী সকলৰ কথা সকলোৱে কাণ পাতি শুনি আছিল। আগেও আন বক্তৃতা নুশুনা নহয়, কিন্তু তথাপি মজলিচৰ নিয়ম ভঙ্গ নকৰাকৈ মানুহ বিলাক বহি আছিল।

কিন্তু তাৰ পিছৰজন মৌলবীয়ে বক্তৃতা দিবলৈ থিয় হোৱাৰ লগেলগে ৰভাতলৰ কিছুমান মানুহ বহাৰ পৰা উঠিল। বচনতকৈ ভোজনৰ আকৰ্ষণ বেছি হ'ল। এটা খেলিমেলি হ'ল। কোনোবাই চিঞৰি ক'লে, "ৰাইজ,নুঠিব, বহি থাকক। মৌলবী চাহেবৰ 'ৱাজ' শুনক। আৰু বেছি পৰ নহয়। তেখেতে কথা চমু কৰিব। আপোনালোক বহক।

পিছে ডেকা ল'ৰাবোৰ বহি নেথাকিল। একেথৰে ভালেমান পৰ বহি থাকি মানুহ বিলাকৰ আমনি লাগিছিল। টানো পাইছিল। কিছুমান মানুহ কিছু দূৰণিলৈ যাবগৈও লাগিব। গতিকে কথা শুনি থকাতকৈ ভোজ-ভাত খাই যাবলৈহে বহুতে খৰখেদা লগালে।

ৰভাতলত পৰ্দাৰ সিপাৰে থকা আৰু ঘৰৰ ভিতৰত থকা মাইকী মানুহবোৰেও ইটো সিটো কাৰণ দেখুৱাই বহাৰ পৰা উঠিল। কথা শুনি থাকি বহুতৰে আমনি লাগিছিল।

কিন্তু শুনাকৈ কোনোৱে মন্তব্য কৰিলে: "মৌলবী চাহেবে বৰ ভাল কথা কৈছে দেই। আমাৰ ল'ৰাবোৰৰ যেন ইয়াতে ক'ৰবাত কাম-বন কৰি ধন ঘটিলে নহয়েই। আমাৰ দেশৰ টকা যেন টকাই নহয়, আৰৱ পাৰস্যৰ টকা হে টকা। ধন হ'ল বুলি তাৰ কাৰণেই ঘৰবাৰী, পা-পৰিয়াল এৰি দূৰ বিদেশত থকাটো যেন বৰ আৰামৰ কথা সুখৰ কথা।"

অন্য এজনীৰ মন্তব্য: "আমাৰ ইয়াত কামকাজ নেপায় কাৰণেহে আৰবলৈ যাবলৈ ওলাইছে। আমাৰ ল'ৰাটোৱেই মেট্ৰিক পাছ কৰি আজি পাঁচ বছৰ ঘৰতে বহি আছে। পিয়ন-খালাছীৰ কাম এটাও পোৱা নাই। এনেই জানো ঘৰবাৰী

এখি বিদেশলৈ যাবলৈ ওলাইছে? আগৰৰ কাৰবাৰ কৰি দুপইচা উলিয়াইছিল, তাৰো মুলা যাঁৰ আছিছে।...."

এও'লোকে ভিতৰত এইবোৰ কথা-বতৰা পাতি থকাৰ মাজতে বৰ্তাতলত মৌলবী চাহেবৰ বাজ বা বক্তৃতাৰ সামৰণি পৰিল। কিছু দীঘলীয়াকৈয়ে কথা মুনাজাতৰ পিছত, বাহিৰে থকা মানুহ সকলো বহাৰপৰা উঠিল, আৰু ভোজ খাবৰ কাৰণে মাটিত পাৰি দিয়া কঠ-পাটিৰ ওপৰত শাৰী শাৰীকৈ বহিল। ডেকা ল'ৰাবোৰে আগেয়ে কৈ থোৱা মতে নিজ নিজ ভাগে, হাত ধুউৱা, বাচন-কলপাত দিয়া, গিলাচ দিয়া, নিমখ-জলকীয়া দিয়া, তাৰ পিছত ভাত-ডাইল-তৰকাৰী-ভাজি দিয়াত লাগি গ'ল। প্ৰথমে সৰু ল'ৰা-ছোৱালী আৰু বুঢ়া মানুহখিনিক খুৱাবৰ দিহা কৰা হ'ল। তাৰ পিছত ডেকাবোৰে খাব। পিছ ফালৰ বৰ্তাতলত মাইকী মানুহ বিলাকক খুৱাইছে। অকল মাইকী মানুহে পৰা নাই। কিছুমান ল'ৰায়ো সহায় কৰি দিছে।

ভোজলৈ গুলেজা আৰু মাককো মাতিছিল। দুয়ো আহিছিল। আইকণৰ খোৱা হ'ল। কিন্তু গুলেজাৰ তেতিয়াও খোৱা হোৱা নাছিল। তাই গাভৰু ছোৱালীবোৰৰ লগত একেলগে পিছত খাব, তাইক ৰাখিছে।

গুলেজাই মাকক ক'লে, "বৌতি, তই ফুলমাই জেঠাইহঁতৰ লগতে যাগৈ যা। মই পিছত যাম। মোৰ কাৰণে বৈ থাকিলে বহুত ৰাতি হ'ব।"

"মই যাও, তই তেনেহলে কাবোবাৰ লগত যাবি"। কৈ আইকণ অইনৰ লগতে ওলাই গ'ল।

মুঢ়া এটাত বহি কাছিমে মাইকী মানুহবোৰে ভাত খোৱা চাই আছিল। কাছিমৰ ভৰি এখন চুটি—পৰি ভাগিছিল, কটাই দিব লগীয়া হৈছিল। এনেই ল'ৰাটো স্বাস্থ্যবান। কিন্তু দোপ্‌ মাৰি মাৰি খোজ কাঢ়ে কাৰণে তাক সৰু ল'ৰাবোৰে লেঙেৰা বুলি হাঁহে। সেই কাৰণে সি বৰ ঘূৰি মেলি নুফুৰে। বিশেষকৈ তিৰোতা আৰু ছোৱালীবোৰৰ আগত। এনেই কিন্তু সি এটা চেহেৰাই পাতিয়ে দেখনিয়াৰ ল'ৰা। বহি থাকিলে তাক অইন বহুত ডেকা'লৰাতকৈ ভালহে দেখি।

কামাল এবাৰ পাক মাৰি আহি গুলেজাৰ ওচৰতে বলহি আৰু ক'লে, "তইনো পেহীৰ লগতে নগলিগৈ কেলেই? দুপৰ ৰাতিখন তোক কোনে ঘৰত থবগৈ?"

তাৰ কথাত বৰ গুৰুত্ব নিদিয়াৰ নিচিনাকৈ গুলেজাই ক'লে, "থও'তা কোনো নোলায় যদি মই নিজেই যাব পাৰিম। কাবোবাক থবগৈ লাগে যদি কবা, মই থৈ আহিমগৈ।"

কামালে ক'লে, "কাছিমকে লৈ যাবি। সিহে অকলে যাবলৈ ভয় কাৰ।"

গুলেজাই এবাৰ কাছিমৰ ফালে চালে। তাৰ পিছত ক'লে, "কাছিম কেকা তুমি অকলে গুচি নেযাবা দেই। মই তোমাক লৈ যাম, ঘৰত থৈ যামগৈ। তুমিতো আন্ধাৰলৈ নোবোৱা, ঘৰলৈহে যাবা—"

কাছিমে ক'লে, "বাৰু, মোক ঘৰত থবলৈ কোনো নেলাগে যদি, মই যাম।

পিছে মই তোৰ সন্ধানে খোজ কাঢ়িব নোৱাৰিম। তই অলপ লাহে লাহে খাব লাগিব।"

ইমানখিনি আহি সকলোৱে মাজতে সমজুৱাকৈ ক'লে, "যি যি খাবলৈ আছে, খাই লোৱাহক। ঠাই আৰ্জাৰি হৈছে। ৰাতিও হ'ল।"

কামালে ক'লে, "আধা ৰাতি গলেই। ৰাতি পুৱাবলৈ আৰু বেছি পৰ নাই। লাহে লাহে খাই থাকিলে, খাওঁতে খাওঁতেই ৰাতি পুৱাই যাব। তেতিয়া আৰু কোনেও কাকো থবলৈ যাব নেলাগে। ৰাতি পুৱালে সকলো নিজে নিজেই যথাযথি যাব পাৰিব।"

কাছিমে ক'লে, "মই তেনেহলে অলপ শুৱে লও। ৰাতি পুৱালে মোক খবৰটো দিবি গুলেজা! তোৰবা খাওতে কেই ঘণ্টা লাগে মইতো ক'ব নোৱাৰো। কামালৰ মতে তোৰ খাই হওতে কমেও পাঁচ ছয় ঘণ্টা লাগিব।"

গুলেজাই ক'লে, "এৰা, বহুত দিন লঘোনে আছো। পেট নহয়, পৰ্বতৰ গহ্বৰ হ'লগৈ, আজি পাওঁতেই এবছৰমানৰ কাৰণে পেট ভৰাই খাই লও। পিছে বাকী বিলাকে আগতে খাই লোৱাহক। নহলে, মই খাবলৈ বহিলে অন্যলৈ নেথাকিবগৈ।" সকলোৱে হাঁহিলে।

তাৰ পিছত দুৰ্য্যোধন ৰভাতলতে বাকী থকা ল'ৰা-ছোৱালী বোৰ খাবলৈ বহিল।

## দহ

আজি কিছুদিনৰ পৰা শালনী গাঁৱত মাজে মাজে এটা মানুহক দেখা পোৱা গৈছে। প্ৰকাণ্ড একোচা গোফ থকা, ঠঁটুৰিত দুডালমান দাড়ি থকা, ক'লা, ওখ, হটঙা এটা আদ-বয়সীয়া মানুহ। মজবুত আৰু গাঁঠলু। সঠিক ধৰিব নোৱাৰিলেও মানুহটোৰ বয়স ৪৫/৫০ বছৰৰ ভিতৰত হ'ব যেন লাগে। চকুদুটা অলপ টেলেকা আৰু ডাঙৰ, নাকটো অলপ চুটি আৰু ভোটা, খোজ-কাটল গজগজীয়া, গহীন। পিন্ধনত পেন্ট-কামিজ—কিছু দামী কাপোৰেৰে। মাজে মাজে খাকী পেন্ট-চাৰ্ট পিন্ধে।

যেতিয়া পৰা নামি মানুহটো শালনী গাঁৱলৈকে আহে। বাটৰ কাষৰ দোকানত সোমায়, কাৰোবাৰ ঘৰতো সোমায়, গাঁওখনত বৰ্তমান 'আখৰ', 'আতৰ'ৰ কাৰবাৰ কেনে চলিছে খবৰ লয়, জেপৰ পৰা সৰু নোটবহী এটা উলিয়াই তাত লেখি লয়। সেই গাঁৱৰ কোনোবা ডেকাল'ৰাক ক'ত কেনেকৈ লগ পোৱা যাব তাৰ খবৰ কৰে, কাৰোবাক লগো ধৰে কিবা কথা-বতৰাও হয়, তাৰ পিছত কোনোবা ফালে যায়গৈ।

প্ৰথমে শালনী গাঁৱৰ মানুহে তাক হোজাইৰ কাৰৰ পৰা অহা কোনোবা আতৰ

ধনী আগৰ বেপাৰী বুলি ভাবিছিল। কিন্তু শালনী গাঁৱৰ যিবোৰ মানুহে হোজাইলৈ অহা-যোৱা কৰে, সিহঁতে নিশ্চয়কৈ ক'লে যে সি হোজাইৰ আগৰ বেপাৰী নহয়, অইন ক'ৰবাৰহে মানুহ, কিন্তু ক'ৰ মানুহ কোনেও ক'ব নোৱাৰে।

কোনো কোনোৱে কোৱাকুই কৰিলে যে সি কিজানি চি. আই. ডি., চৰকাৰৰ চোৰাংচোৱা, ইয়ালৈ আহি ইয়াৰ ল'ৰাবোৰৰ আৰু মানুহবোৰৰ কিবা কথাৰ বুজ লৈ ফুৰিছে, যিবোৰ ল'ৰাৰ নাম নোটবহীত লেখি আনি সি খবৰ লৈছিলহি, প্ৰথমে সেই ল'ৰাবোৰে কিছু ভয় খাইছিল—কিজানিবা কিবা কথাত সিহঁতক জগৰীয়া কৰি এৰেষ্ট কৰায়। সেই দেখি সি বিচাৰিলেও কিছুমান ডেকা ল'ৰাই তাক লগ নিদিছিল।

পিছত মানুহটো শালনী গাঁৱলৈ কিছু ঘনাই আহিব ধৰিলে। গাঁৱৰ গণ্য-মান্য আৰু ধনী মানুহকেজন আৰু স্কুলৰ মাষ্টৰ, পোষ্টমাষ্টৰ আদিকো লগ ধৰিবলৈ ললে। লাহে লাহে মানুহটোৰ ওপৰত সন্দেহ কমি আহিল।

পিছত জনা গ'ল যে—

মানুহটো এটা মুছলমান মানুহ।

তাৰ নাম চুলতান আহমদ চৌধুৰী, চমুকৈ চুলতান চৌধুৰী।

পূৰ্বৰ কাছাড় জিলাৰ মানুহ আছিল। বৰ্তমান গুৱাহাটীৰ ফালে ক'ৰবাত থাকে।

চুলতান চৌধুৰীয়ে আগে সৈন্য বিভাগৰ চাকৰি কৰিছিল। মধ্য-এছিয়াৰ ফালে কাম কৰিছিল। তাত থকা সময়তে হাৰ্টৰ অসুখ হ'ল। চিকিৎসা কৰাই ভাল নোহোৱাত অলপ আগতীয়াকৈ চাকৰিৰ পৰা অৱসৰ ললে, আজি কেইবা বছৰো হ'ল।

টকা-পইচা আছে। টান কাম কৰিব নোৱাৰে কাৰণে, অ'ত ত'ত ঘূৰি ৰাইজৰ কাম কৰি ফুৰিছে। এনেকুৱা কামৰ ভিতৰত যিবোৰ ল'ৰাই বিদেশলৈ কিবা চাকৰিৰ বা কাৰবাৰ কৰিবলৈ যাব খোজে, সিহঁতৰ কাৰণে ভিচা-পাচপ'ৰ্টৰ যোগাৰ কৰি দিয়ে; তাৰ কাৰণে সামান্য কমিছন লয়। কলিকতা, দিল্লী, বোম্বাই আদি ঠাইৰ পাচপ'ৰ্ট অফিচৰ কৰ্মচাৰী আৰু অফিচাৰৰ লগত চিনাকি আৰু ঘনিষ্ঠতা আছে। বহুতৰে মাজত জনাজানি হ'ল যে পাচপ'ৰ্ট উলিওৱাৰ নিচিনা কামত অন্যৰ য'ত তিনিমাহ লাগে, সেই কাম চুলতান চৌধুৰীয়ে তিনি দিনতে সহজে কৰি দিব পাৰে। সামান্য কমিছন লয়। আজিকালিনো কমিছন নলয় কোনে? গাই এজনী খীৰাই গাখীৰ অলপ সৰহকৈ পাব লাগিলে দানা-পানী অলপ সৰহকৈ দিবই লাগে।

চুলতান চৌধুৰীৰ হেনো আৰবৰ ফালৰ বহুত ঠিকাদাৰ কোম্পানী আৰু তাতৰ ব্যৱসায়ীৰ লগতো যোগাযোগ আৰু চিনা-জনা আছে। আৰু ভাৰতৰ যিবোৰ চৰকাৰী-বেচৰকাৰী কোম্পানী বা ফাৰ্মে আৰব বা মধ্য-এছিয়াৰ অন্যান্য

দেশত কোটি কোটি টকাৰ ঠিকা পাইছে, চন্দ্ৰতান চৌধুৰীৰ সেই কোম্পানীবোৰৰ অনেজাৰ ডাইৰেক্টৰ আদিৰ লগত চিনাজানা আছে।

মুঠতে শালনী গাঁৱৰ বাইজে বুজিলে যে চন্দ্ৰতান চৌধুৰী ইয়াৰ ডেকাল'ৰাক আৰবৰ ফালে কাম দিয়াৰ পৰা এজন নিবনুৱাৰ পৰম উপকাৰী বন্ধু।

আৰু বাইজৰ কাম কৰিবৰ কাৰণেই তেওঁ ইয়ালৈ আহিছে।

এনেকুৱা এজন মানুহ শালনী গাঁৱলৈ সঘনে অহা-যোৱা কৰিবলৈ লোৱা দেখি বাইজে ভাল পালে, এনেকুৱা এজন মানুহকে ইয়াৰ নিবনুৱা ডেকাহঁতে বিচাৰি আছিল।

ভাত যাচিলে নেখায়, চাহ দিলেও প্ৰায়ে নেলাগে নেলাগে কৰে, খাবলৈ মান্তি হ'লেও, চাহত চেনি নিদিবলৈ কয়। কেৱল কথা পাতে, আলাপ-আলোচনা কৰে, কাহিনী কয়। নিজে উপযাচি কাকো পাচ্‌প'ৰ্ট', ভিচাৰ কথা নকয়। সেইবোৰ কথা উলিয়ালেই গহীন হৈ দিয়ে। কোনোবাই বিশেষ কিবা জানিব খুজিলে তেওঁক বেলেগে লগ ধৰিবলৈ কয়। এনেকৈ কোনোবাই বেলেগে লগ ধৰিলে, পাচ্‌প'ৰ্ট-ভিচা উলিয়াওতে মুঠতে কিমান খৰছ পৰিব তাৰ এটা হিচাপ দিয়ে। আৰু আগতীয়াকৈ কিমান খৰছ পৰিব, তাৰ হিচাপো দিয়ে। গুৱাহাটীলৈ যাব লাগিব, পাচ্‌-প'ৰ্ট'ৰ কাৰণে দৰ্খাস্তৰ ফৰ্ম কিনি আনিব লাগিব, অকল দাম দিলেই নহ'ব, কমেও দুশ টকা অফিচক 'খুৱাব লাগিব', ফটো তোলাব লাগিব, পুলিচৰ পৰা ৰিপ'ৰ্ট' লব লাগিব, তাত দুশ তিনিশৰ বেছি নপৰে, মেডিকেল চাৰ্টিফিকেট লাগিব, তাতো কিছু খৰছ আছে, অৱশ্যে তিনি শ টকাৰ বেছি নপৰে, টাইফয়দ, কলেৰা আৰু স্মল পক্সৰ বেজী ল'ব লাগিব, আৰু ইটো-সিটো কিছু খৰচ আছে। কিন্তু আঢ়ৈ-হেজাৰ তিনি হেজাৰমান খৰছ কৰিলেই পাচ্‌প'ৰ্ট'ৰ ব্যৱস্থা সহজে হৈ যাব, তাৰ পিছত ভিচা। সেইটোহে টান কাম। ভিচা সহজে নিদিয়ে। কোন দেশলৈ যাব, তালৈ কোনে পঠিয়াইছে, তাত কি কাম কৰিবগৈ, কাম কোনে দিব, দৰমহা বা দিন হাজিৰা কিমানকৈ দিব, তাত কিমান দিন থাকিব তাত বেমাৰ পৰিলে কোনে চিকিৎসা কৰিব, মৰিলে মৰা শটো কোনে আনিব, কলৈ আনিব, তাৰ খৰছ কোনে বহন কৰিব —এই সকলোবোৰ ঠিক কৰোতে তিনি হেজাৰ মান পৰিব। কিন্তু এনেয়ে এখন পাচ্‌প'ৰ্ট আৰু ভিচা উলিয়াওতে যদি সাত বা আঠ হেজাৰ টকা খৰছ পৰে, চন্দ্ৰতান চৌধুৰীয়ে পাঁচ হেজাৰৰ ভিতৰতে উলিয়াই দিব পাৰিব। তেওঁ হাত-দীঘল মানুহ। আৰব কুৱেইট সকলো দেশতে চাকৰি কৰি অহা মানুহ। 'আগৰৰ' কাৰবাৰ বন্ধ হও' হও'। শালনী গাঁৱৰ ডেকাহঁতৰ সন্মুখত বেকাৰ হোৱাৰ ভয়ংকৰ দুৰ্ভাৱনা। এনে পৰিস্থিতিত চন্দ্ৰতান চৌধুৰীৰ নিচিনা মানুহ এজনক লগ পাই ডেকাহঁতে ভাল পাইছিল। কিন্তু তেওঁৰ মুখৰ পৰা পাচ্‌প'ৰ্ট-ভিচাৰ দামটো শুনিহে কিছু হতাশ হৈছিল। পাচ্‌প'ৰ্ট'-ভিচাৰ কাৰণেই যদি সাত আঠ হেজাৰ টকা খৰছ কৰিব লাগে, তেন্তে আমাৰ নিচিনা, হাতত পাঁচ টকাও জমা নথকা মানুহে আৰবলৈ কেনেকৈ যাম ?

কিন্তু চুলতান চৌধুৰীৰ আশ্বাস ঃ

আঠ দহ হেজাৰ টকাও এটা কথানে ? তাত গৈ মাহেকত কিমান আৰ্জন কৰিবাগৈ সেই কথা ভাবি চাইছানে নাই ? তাত ভাত বান্ধনিয়েও তিনি চাৰি হেজাৰ পায় এমাহত। গ'ল জানিবা এমাহৰ দৰ্মহা—পাচ্‌প'ৰ্টৰ কাৰণে। সেই টকা কেতিয়া ঘূৰি আহে গমকে নেপাবা। আৰু পাচ্‌প'ৰ্ট-ভিচা এবাৰহে ল'ব লাগে, সদায় ল'ব লাগিবনে কিবা ? ধনতো দিনে দিনে, মুঠিয়ে মুঠিয়ে আৰ্জিব পাৰিবা।

আৰু গোটেইখিনি টকা একেদিনে নিদিলেও হ'ব। আজিকালি পাচ্‌প'ৰ্ট অফিচবোৰে বৰ লেহেম কৰে। মই নিজে লাগিলেও একোখন পাচ্‌প'ৰ্ট উলিয়াওতে ছমাহ আঠমাহ লাগি যাব পাৰে। এখন দেশৰ পৰা অন্য এখন দেশলৈ যোৱাটো বৰ সহজ কথা বুলি নেভাবিবা।"

চুলতান চৌধুৰীৰ কথাবোৰ ল'ৰাবোৰে অবিশ্বাস নকৰে। সকলোৱে কাণ পাতি শুনে। প্ৰতিবাদ কৰিবৰ উপায় নাই, শালনী গাঁৱৰ কিমান মানুহেনো ইমানবোৰ কথা জানে ? টকা-পইচানো কি ? আহে আৰু যায়। কোনো কাৰবাৰ, চাকৰি-বাকৰি নোহোৱাকৈ এনেই নিবনুৱা হৈ বহি দিন কটোৱাতকৈ কিবা উপায়ে টকা-পইচা ভৰি হলেও, পাচ্‌প'ৰ্ট-ভিচা উলিয়াই লৈ, মন ডাঠ কৰি ঘৰৰ পৰা ওলাই যাব লাগে। আৰবত অসমীয়া মানুহহে বৰ বেছি নাই, অন্য দেশৰ মানুহ জাহাজে জাহাজে গৈছে তালৈ। বাংলাদেশ, পাকিস্তান, মালয়েছিয়া, ইণ্ডোনেছীয়া আনকি ভাৰতৰে কেৰেলা, পাঞ্জাব, বিহাৰৰ মানুহেৰে আৰব ভৰি গৈছে। যাওতে শুদা হাতে ৰেলে-জাহাজে যায়, আহোতে ধন-সোণ লৈ এৰ'প্লেনেৰেহে ঘূৰি আহে। আৰু আজিকালি দূৰ বুলি কথা এটা আছে নে কি ? ৰাতিপুৱা অসমত চাহ খাই, দুপৰীয়া কলিকতা, আবেলি বোম্বাই, গধূলি আৰব—এডেন, জিদ্দা, মক্কা। প্লেনেৰে গলে টকা খৰছ হ'বই।···

শালনী গাঁৱৰ নিবনুৱা ডেকাহ'তৰ কাৰণে চিন্তা কৰি, সিহ'তক উদ্ধাৰ কৰিবৰ কাৰণেই যেন চুলতান আহমদ চৌধুৰী নামৰ মানুহজনৰ জন্ম হৈছিল। সিহ'তৰ কাৰণে বিদেশলৈ যোৱাৰ পাচ্‌প'ৰ্ট-ভিচাৰ যোগাৰ কৰি দিবৰ কাৰণেই যেন এই মহানুভৱ ব্যক্তিজনে সৈনিকৰ চাকৰি এৰি আহি ইয়াত ঘূৰি ফুৰিছেহি। তেও" কোৱা কিছুমান কথা বাতৰি কাকতত ওলোৱা কিছুমান কথাৰ লগত প্ৰায় মিলি গৈছে।

কোনোবাই অৱশ্যে সাৱধান কৰি দিছে—অচিন কাঠৰ ঠোৰা নলগাবা, মানুহটো ভাল নে বেয়া ভালকৈ নজনাকৈ তাৰ মুখৰ কথাতে পতিয়ন নেযাবা। জানোচা সি এটা দালাল হে কোনে জানে।

পিছে আনকিছুৱে মন্তব্য কৰিলে ঃ চৌধুৰীয়ে শুকুৰবাৰে মছজিদত জামাতৰ লগত জুম্মা নামাজো পঢ়ে। নামাজী মানুহ আৰু বেইমান হ'বনে ? আৰু তেওঁ মিছা কথা ক'বনে ? আৰু মুছলমান হৈ মুছলমানক ঠগিবনে ? এবা।

কোনোবাই অকলে লগ ধৰি তাৰ নিজৰ কাৰণে এখনপাচ্‌প'ৰ্টৰ দিহা কৰি দিবলৈ অনুৰোধ কৰিলে চৌধুৰীয়ে কয়, "এখন এখনকৈ কৰাবলৈ হ'লে বহুত টকা খৰছ পৰিব। বাৰেবাৰে বহুত অহা-যোৱা, ঘূৰপকা, খটালোটা কৰিব লাগিব। পাঁচ-দহজন—মানে, যি সঁচাকৈয়ে যাব খোজে—একেলগে এড্‌ভান্স খিনি দিলে খৰছ কম পৰিব। মই কিন্তু যাৰে তাৰে পাচ্‌প'ৰ্ট কৰোৱাৰ দায়িত্ব ল'ব নোৱাৰো। মোৰ বহুত অন্য কাম আছে। আৰু দেশৰ পৰা বিদেশলৈ যাওঁ বুলি ওলোৱা কথাটো যাকে-তাকে কৈ ফুৰিব নেপায়। এইবোৰ গোপনীয় কথা। জানাই নহয়, বিদেশলৈ যাবলৈ ওলোৱা মানুহৰ ওপৰত চৰকাৰৰ সদায় চকু। মুছলমানৰ ওপৰত যে আৰু বেছি চকু। আমি সাৱধান হোৱা ভাল।"

চুলতান চৌধুৰীৰ কথাত অবিশ্বাস কৰিবলৈ শালনী গাঁৱৰ ডেকাহঁতে বিশেষ সন্দেহযুক্ত কোনো কথা বিচাৰি নেপায়।

কোনোবা নিবনুৱা ডেকাৰ বাপেক বা ককায়েক বা কোনো অভিভাৱকে চৌধুৰীক লগ ধৰিলে, তেওঁ গহীন হৈ কয়, "মক্কা-মদিনা থকা আৰবৰ নিচিনা পাক-পবিত্ৰ ঠাইলৈ যাবলৈ নচীব লাগে, কপাল লাগে। কত দৌলতদাৰ লাখপতি মৰি গ'ল, কা'বা ছৰিফলৈ হজ কৰিবলৈ যাব পাৰিলে? এসময়ত আৰবখন জানো এখন কম গৰীৱ দেশ আছিল? পয়গম্বৰ চাহেবৰ 'দোৱাত' এতিয়া তাত মৰুভূমিৰ বালিৰ তলত পেট্ৰলৰ সাগৰ ওলাইছে, সোণৰ পাহাৰ ওলাইছে, পেট্ৰল মানেই টকা, কাইলৈ দুনীয়াত পেট্ৰল নোহোৱা হৈ যাওক, চাবা দুনীয়া ঘ'ত আছে, ত'তে বৈ যাব। আল্লাই আৰবক জমীনৰ বুকু ফালি দিছে।

আমাৰো এটা সুযোগ ওলাইছে। সেইয়া আল্লাৰ মেহেৰবানী আমাৰ ল'ৰাবোৰ আৰবলৈ যাব, কাম কৰিব, ধন ঋটিব, তাতে পইচা উলিয়াই তাতে হজ কৰিব, মক্কা-মদিনা ঘূৰিব, কাৰবালালৈ যাব, বাগদাদলৈ যাব, আৰু লিবীয়া, চিৰীয়া, ইজিপ্ত, য়েমেন ঘূৰিব। কম কথা বুলি ভাবিছানেকি, এনেকুৱা সুযোগ-সৌভাগ্য সদায় আহেনেকি? যাৰে-তাৰে কপালত থাকেনেকি? আৰবৰ পৰা ঘূৰি অহাৰ পিছত দেখিবা প্ৰত্যেকটো ডেকা ল'ৰা অকল ধনৰ মালিক হৈয়ে নাহে, আহিব একোজন হাজী হৈ, নামাজী হৈ, পাইজগাৰ, নে'ককাৰ মানুহ হৈ। আৰবত কাম কৰি ধন ঋটা আৰু অন্য দেশত কাম কৰি ধন ঘটা একে কথা নহয়—ভাবি চাবা।"

কামাল, কাদিৰ, কুদৰতহঁতেও বেলেগে বেলেগে চুলতান চৌধুৰীক লগ ধৰিলে, কামালহঁত বোম্বাই-তোম্বাই ঘূৰা ল'ৰা বুলি জানি সিহঁতৰ লগত কথা কিছু সাৱধানেই আলোচনা কৰিলে। সিহঁতে অৱশ্যে খোলাখুলি ভাবেই আৰবলৈ যোৱা সংপৰ্কে তেওঁৰ লগত আলোচনা কৰিলে। সিহঁতক গহীনাই, কিছু আত্মীয়তাৰেই চুলতানে ক'লে, "কামালৰ নিচিনা ডেকাল'ৰা তোমালোকৰ লগত আছে যেতিয়া, বিশেষ চিন্তা কৰিবলগীয়া নাই তোমালোকৰ। তেওঁ জনা শুনা ল'ৰা, ফুৰিছে, মেলিছে, দেখিছে, শুনিছে। তেওঁ যদিও মোৰ নিচিনাকৈ আৰবৰ কালে যোৱা

নাই, তেওঁ আৰবী মানুহ লগ পাইছে, আৰবৰ বহুত কথা জানেও। তেওঁ কে যাবলৈ ওলাইছে, নিশ্চয় যাব পাৰিব। তোমালোকো যাব পাৰিবা। তেওঁ পাচ্‌প'ৰ্ট নিজেই উলিয়াব পাৰিব। কিবা অসুবিধা হলে মই আছো। মই সহায় কৰি দিম। দেশতেই হওক বা বিদেশতেই হওক, ডেকা বয়সতে টকা-পইচা নঘটিলে কেতিয়া ঘটিবা।"

কিছু বৈ আৰু চিন্তা কৰি :

"কামালৰ কথা লৈ গুলেজাৰ মাকে,—গুলেজা নহয়নে ছোৱালীজনীৰ নাম? লোক লগ পাইছিল। বৰ চাধাচিধা মানুহ। তেওঁ ভাবিছে, কামাল আৰবলৈ যোৱাৰ আগতে গুলেজাক বিয়া কৰাই যাওক। গৰীব মানুহ, হয়তো মনতে ভাবিছে, কামাল আৰবলৈ গৈ, বহুত ধনপইচাৰ মালিক হৈ গলে, কিজানিবা তেওঁৰ ছোৱালীজনীক বিয়া নকৰোৱা হয়, অইন কোনোবা ধনী মানুহৰ ছোৱালীহে বিয়া কৰাবলৈ মন মেলে। মাক যেতিয়া নিজৰ জীয়েকজনীৰ কথা চিন্তা কৰিবই। পিছে বিয়া কৰাই উঠি ছোৱালীজনী ইয়াতে এৰি থৈ যোৱাটো জানো ভাল কথা হ'ব? আৰু বিয়া কৰাই অচিন অজান দেশত ছোৱালীজনীক লৈ ঘূৰি ফুৰাটোও জানো অসুবিধাৰ কথা নহ'ব? প্ৰথমতে এবাৰ গৈ, কাম-বন কৰি, কিছু ধন-সোণ লৈ, তাৰ ঠাই-ঠুই আৰু মানুহ-দুনুহৰ লগত চা-চিনাকি হৈ ঘূৰি আহক। তাৰ পিছত ধুমধামকৈ বিয়াখন পাতি পেলাওকহি। তাৰ পিছত লাগিলে ঘৈণীয়েক-শাহুৱেক দুয়োকে লৈ যাব। নহয় জানো? কি কোৱা?"

শালনী গাঁৱৰ কেইটামান ডেকা প্ৰায় অধৈৰ্য হৈ পৰিছিল—আৰবলৈ যাবৰ কাৰণে। সিহঁতে বেলেগে বেলেগে চুলতানক লগ ধৰিলে। গাইপতি দুশকৈ টকা দিলে, নামধাম দিলে, আৰু সোনকালে পাচ্‌প'ৰ্ট উলিয়াই দিবৰ কাৰণে খাটনি ধৰিলে। দুই তিনিবাৰ মান গাঁৱলৈ আহি, মানুহৰ মনত বিশ্বাস জন্মাই, দৰ্খাস্তৰ ফৰ্ম'ত চহী-তহী লৈ, আকৌ প্ৰত্যেকৰে পৰা দুশ তিনিশকৈ টকা লৈ, কলিকতা, দিল্লী, বোম্বাইলৈ যাও বুলি চুলতান চৌধুৰী এবাৰ শালনী গাঁৱৰ পৰা ক'ৰবালৈ গ'ল। যাওতে গুৱাহাটীৰ এটা ঠিকনা দি থৈ গ'ল, দিল্লী-বোম্বাইত ক'ত থাকিবগৈ আগতে ঠিক কৰি নোথোৱাৰ কাৰণে, সেইবোৰ ঠাইৰ পৰা যথা সময়ত চিঠিৰে জনাবগৈ বুলি কি থৈ গ'ল, দুই এটা ল'ৰাই গুৱাহাটীৰ পৰা একোখনকৈ চিঠিও দিলেগৈ। তাৰ পিছত নিৰুদ্দেশ।

সোনকালে সিহঁতে চুলতানক বেয়া মানুহ বুলি থিৰাং কৰি পেলাব নোৱাৰিলে।

মানুহটোৱে আমাক ঠগিবনেকি? কিন্তু···

পাচ্‌প'ৰ্ট জানো একেদিনাই উলিয়াব পাৰি?

সিহঁতে চুলতান ঘূৰি আহিব বুলি বাট চালে।

# এঘাৰ

চালেহে বিশ্ববিদ্যালয়ত পঢ়ি আছে—বৰ্তমান দুৰাণিৰ আলিগড় বিশ্ববিদ্যালয়ত পঢ়ি থকা শালনী গাঁৱৰ সিয়েই একমাত্ৰ ছাত্ৰ। সি ৰাজনীতি বিজ্ঞানৰ স্নাতকোত্তৰ মহলাৰ ছাত্ৰ। পঢ়াশুনাত সৰুৰে পৰা বৰ চোকা আৰু মেধাৱী।

মাজে মাজে চালেহে বাৰ্তাৰ কাকত আৰু আলোচনীত ৰাজনীতি বিষয়ৰ প্ৰবন্ধ লিখে ইংৰাজীত। ডিবেট'তো তাৰ নাম আছে। তাৰ এটা ভাল গুণ আছে, সি দাম্ভিক নহয়, নম্ৰ আৰু নিৰহংকাৰ। জনা কথাটো জানো বুলি আৰু নজনা কথাটো নেজানো বুলি ক'বলৈ সি অকণো শংকা'চ বোধ নকৰে।

সি কামালহঁতৰে সমনীয়া। কামালহঁতে পঢ়া এৰি দিলে, সি পঢ়ি আছে। কিন্তু সিহঁতৰ মাজৰ ল'ৰালি কালৰ বন্ধুত্ব একেই আছে। বিশ্ববিদ্যালয় বন্ধ আছে, চালেহ আহি ঘৰতে আছেহি।

আবেলি

চালেহহঁতৰ ঘৰৰ আগৰ ঘাঁহনিথনতে চকী পাৰি বহি সিহঁতে কথা পাতি আছিল। কামাল আৰু কুদৰতৰ চালেহৰ লগত পৰামৰ্শ কৰিব লগীয়া অন্য কথা থাকিলেও, বৰ্তমানৰ আটাইতকৈ জৰুৰী কথাটো হ'ল আৰবলৈ যোৱাৰ কথাটো।

কেইটামান কথা চালেহৰ পৰা সঠিকভাৱে জানিবলৈ বিচাৰিলে কামাল আৰু কুদৰতে :

আৰবলৈ গলে আমাৰ ইয়াৰ ল'ৰাই কিবা কাম পোৱাটো খাটাং হয়নে নহয়? আৰবী ভাষা নজনাকৈ তাত চলিব পৰা যাব নে নেযায়? উৰ্দু জানিলে কামত আহিবনে নাহে?

আৰবৰ সকলো মানুহ ধাৰ্মিক, ঈমানদাৰ আৰু চৰিত্ৰবান হয়নে নহয়? তাত চোৰ-ডকাইতৰ নিচিনা বেয়া মানুহ আছেনে নাই?

তাত বিদেশী মানুহক কাম আৰবৰ চৰকাৰে দিয়ে, নে কোনো ঠিকাদাৰে বা কোনো ব্যৱসায় প্ৰতিষ্ঠানে দিয়ে?

তাত কাম কৰা মানুহক ঠিকমতে টকা-পইচা দিয়েনে নিদিয়ে? ঠগেনেকি?

কোনোবা তাতে সদায় থাকি যাও বুলিলে থাকি যাবলৈ দিবনে, নিদিয়ে?

তাৰ ছেখবোৰৰ লাখ লাখ, কোটি কোটি টকা থকাটো হয়নে নহয়?

আৰবৰ বেঙ্কত বাহিৰৰ মানুহে টকা জমা থব পাৰেনে নোৱাৰে? ভাৰতৰ বেঙ্ক তাত আছেনেকি। বেঙ্কে সুদ দিয়ে নে নিদিয়ে? বেঙ্কৰ পৰা টকা ধাৰে দিবনে নিদিয়ে। দিলে সুদ দিব লাগিবনেকি।

ইত্যাদি, ইত্যাদি......

এনেবোৰেই চালেহৰ লগত আলোচনা কৰিবলগীয়া কথা।

কামালহ'তৰ কথাবোৰ চালেহে মনোযোগ দি শুনিলে। কিছু চিন্তা কৰিলে আৰু ক'লে:

"তহঁত যেনেকৈ আৰবলৈ যোৱা নাই, ময়ো যোৱা নাই। কিছুমান কথা কিজানি মোতকৈ তহঁতেই বেছি ভালকৈ জান। মধ্য-এচিয়াৰ সেইবোৰ দেশৰ বিষয়ে মই যি পঢ়াশুনা কৰিছো, আৰু সেইবোৰ ঠাই ঘূৰি অহা মানুহৰ মুখৰ পৰা যি শুনিছো, তাকেহে ক'ব পাৰিম।

তহঁতেও জান, আৰবৰ মানুহবিলাক আগৰেপৰা বেপাৰী মানুহ, ব্যৱসায়ী মানুহ। ব্যৱসায় সম্পৰ্কত আৰবৰ মানুহ কেইবা হাজাৰ বছৰৰ আগতেই দেশ বিদেশলৈ গৈছিল। তাৰ মানুহবিলাক বৰ দানী আৰু অতিথি-পৰায়ণ বুলিও খ্যাতি আছে।

হজৰত মোহম্মদে ইছলাম প্ৰচাৰ কৰাৰ বহুত আগৰে পৰা আৰববিলাকে ইউৰোপ, আফ্ৰিকা আৰু এচিয়াৰ লগত বেহা-বেপাৰ কৰিছিল। কা'বা মন্দিৰত হোৱা বছৰেকীয়া উৎসৱৰ সময়ত মন্দিৰৰ ওচৰে-পাজৰে চীন দেশৰ পাটৰ কাপোৰ বিক্ৰী হোৱাৰ কথা জনা যায়। ভাৰতৰ পৰাও মছলা নি বেপাৰ কৰিছিল। আৰবৰ চিন্দবাদ, হাতিম টাই আদিৰ কাহিনী পৃথিৱীৰ সকলো ঠাইৰ মানুহে জানে। আৰবী উপন্যাসৰ কাহিনীবোৰ সমগ্ৰ প্ৰাচীন মধ্য-এচিয়াৰ কাহিনী।

হজৰত মোহম্মদেও মক্কাৰ উত্তৰকালে থকা অঞ্চলবোৰলৈ বেপাৰ-বাণিজ্য কৰাৰ কথা সকলোৱে জানে। লাভৰ কাৰণেই ব্যৱসায় কৰা হয়, কিন্তু অধিক লাভ কৰিবৰ কাৰণে জোখত কম-বেছি কৰাটো, ভাল বস্তুৰ দাম লৈ বেয়া বস্তু বিক্ৰী কৰাটো অতিশয় দোষণীয় কথা বা পাপৰ কথা বুলি সকিয়াইছিল। হজৰতে সততা আৰু সত্যবাদীতাক ব্যৱসায়ৰ মূল ভিত্তি বুলি কৈছিল। কাৰবাৰ ব্যৱসায়ত সততা ৰক্ষা, বিশ্বস্ততা ৰক্ষা আৰু ঈমানদাৰী-ৰক্ষাৰ বিষয়ত এজন আৰ্হি পুৰুষ বুলি গণ্য হোৱাৰ কাৰণেই হজৰত মোহম্মদে লাভ কৰিছিল এটা দুৰ্লভ উপাধি—'আল, আমীন'—তাৰ মানে বিশ্বাসীজন, বিশ্বাসভাজন জন,—বিশ্বস্ত জন।

কিন্তু হজৰত মোহম্মদ বিশ্বাসী আছিল বুলিয়ে, বা আৰবত মুছলমান আছে বুলিয়ে, তাৰ সকলো ব্যৱসায়ী মানুহেই বিশ্বাসী বা ঈমানদাৰ হয়নে নহয়, মই ক'ব নোৱাৰো। আৰবী মানুহ মই দুই-চাৰি জনহে দেখা পাইছো। কিন্তু কিছু-মান ধনী আৰবী মানুহে আমাৰ দেশলৈ আহি যিবোৰ কাম কৰিছে বুলি শুনিছো, সেইবোৰ কথা যদি সঁচা হয়, তেনেহলে সেইবোৰ অকণো ভাল কথা নহয়, বৰ বেয়া কথাহে।"

একেলগে ভালেমান কথা কৈ চালেহ ৰ'ল।

কামালে ক'লে, "আমিতো আৰবৰ ফালৰ সকলো মানুহকে বৰ ভাল মানুহ বুলি ভাবো। তইনো আৰবৰ কি বেয়াৰ কথা শুনিছ কচোন বাৰু।"

চাৰ্লেহে ক'লে, "মই কোৱা নাইযে সকলো আৰবী ব্যৱসায়ী মানুহ বেয়া। পিছে তাতো বেয়া ব্যৱসায়ী মানুহ থাকিব পাৰে সেই কথাহে মই কৈছো। আৰবত ঢেৰ তেল মানে পেট্ৰল ওলোৱাৰ কাৰণে দেশখন হঠাৎ ধনী হৈ গ'ল। কোৱা শুনিছো বোলে ধনী হোৱাৰ লগে লগে মানুহবোৰ বৰ বিলাসীও হৈ পৰিছে। গোটেই পৃথিৱীৰ ভিতৰৰ আটাইতকৈ দামী আৰু বিলাসী মটৰ গাড়ীবোৰ আৰবী মানুহে হে কিনে হেনো। কোৱা শুনিছো বোলে তাত পেট্ৰলৰ দাম যদি লিটাৰত ৫০ পইচা, এবটল খোৱাপানীৰ দাম বোলে এটকা বা দুটকা। সেই খোৱা পানী বোলে ইউৰোপৰ অষ্ট্ৰিয়া নে পেৰিচ, নে চুইজাৰলেণ্ডৰ পৰা বটলত ভৰোৱাই এৰ'প্লেনেৰে অনায়। ইছলামত কোনো কাহানিও এনেকুৱা বিলাসীতা বা ধনৰ অপচয়ক ভাল কাম বুলি ধৰা নহয়।"

"আৰব দেশত জানো খোৱা পানী নাই?"

"খোৱা পানী নথকা হলে, আৰবৰ মানুহ হাজাৰ হাজাৰ বছৰ কেনেকৈ জীয়াই থাকিলহে'তেন? খোৱা পানী আছে। যি পানী খাই হজৰত মোহম্মদ বাচি আছিল, সেই পানীয়েই আজিও আছে। কিন্তু স্বাস্থ্যৰ নামত ইউৰোপৰ পৰা বটলত ভৰাই অনোৱা মিনাৰেল বা তাৰ খনিজ পানী খোৱাটো এক আধুনিক বিলাসীতা। এটা আভিজাত্যৰ প্ৰদৰ্শনী। মক্কাৰ জম্‌জম্ কু'ৱাৰ পানী হাজাৰ হাজাৰ বছৰ খায়ো মানুহে শেষ কৰিব পৰা নাই। এতিয়া বটলত মিনাৰেল বাটাৰ নহলে আৰবীহঁতৰ পিয়াহেই নপলায় বোলে।"

"টকা হৈছে কাৰণে তেনেকৈ খৰছ কৰিছে। তাৰ মানুহবোৰৰ টকা হৈছে কাৰণেহে দেশ-বিদেশৰ মানুহক সৰহ টকা দি তাত কামত খটুৱাইছে। আমিও সেই দেখিহে তালৈ যাবলৈ ওলাইছো। ভাল-বেয়া সকলো ঠাইতে, সকলো দেশতে আছে।"

"আছে। পিছে সঞ্চীয়া ধন উটৈভনদী হলে কি হয় জান? মানুহ বিলাসী হয়, অহংকাৰী হয়, দুশ্চৰিত্ৰ হয়। কিছুমান ধনী আৰবী মানুহবো সেয়ে হৈছে বোলে।"

"ইমানবোৰ কথা আমি ক'ব নোৱাৰো। হজৰত ৰছুলৰ দেশৰ মানুহ বেয়া হ'ব বুলি ভাবিবই নোৱাৰি।"

চাৰ্লেহে ক'লে, "কোনো কোনো ধনী আৰবী মানুহ আমাৰ দেশলৈ আহি এনেকুৱা কিছুমান কাম কৰিছে যে ক'বলৈকে লাজ লাগে। বাতৰি কাকতো মাজে মাজে সেইবোৰ কথা ওলায়।"

"আমি পঢ়া নাই—"কুদ্দুছতে ক'লে।

"বাঠি-সত্তৰ বছৰীয়া বুঢ়া আৰবৰ ধনী মানুহ, শকত শকত ধনৰ টোপোলা

লৈ ভাৰতলৈ আহে। বিশেষকৈ দাক্ষিণ ভাৰতলৈ। ইয়াৰ দুখীয়া মুছলমান পৰিয়ালৰ ১৩/১৭ বছৰীয়া সৰু সৰু ছোৱালী নিকাহ কৰি নিজ দেশলৈ লৈ যায়। দালালবোৰে টকা লৈ এনেকুৱা ছোৱালী জোগাৰ কৰি দিয়ে। একোটা বুঢ়া আৰবীয়ে তিনি চাৰিজনী এনেকুৱা ছোৱালীক নিকাহ কৰে বুলিও বহুতে কয়। আচলতে নিকাহ কৰাৰ নামত ছোৱালীৰ গৰীৱ বাপেক-মাকক ধন দি এই সৰু ছোৱালীবোৰ কিনি নিয়ে। দুখীয়া হোৱাটোও গুণাহ, পাপ, বেছি ধনী হোৱাটোও পাপ, গুণাহ। এইবোৰ তাৰে প্ৰমাণ!"

চালেহৰ কথাই কামাল আৰু কুদ্ৰতক কিছু হতাশ কৰিলে।

কুদ্ৰতে ক'লে, "মাক-বাপেক বোৰেনো বুঢ়া মানুহলৈ কম বয়সীয়া ছোৱালী-বোৰ নিকাহ দিয়ে কেলেই?"

"আমাৰ অসমত মুকলিকৈ নাই। পিছে ভাৰতৰ অন্য ঠাইত ছোৱালী বিয়া দিব লাগিলে হেজাৰ হেজাৰ টকাৰ যৌতুক দিব লাগে, দহেজ দিব লাগে। দুখীয়া মাক-বাপেকে ক'ৰপৰা 'দহেজ' দিব? যৌতুক দিব? বহুত ছোৱালীকে বিয়া দিব নোৱাৰে। কোনোবাই আত্মহত্যা কৰে, কাৰোবাক বাপেক-মাকেই হত্যা কৰে, কোনোবা ঘৰবাৰীৰ পৰা আঁতৰি গৈ ক'ৰবাৰ গলিত হেৰাই যায়। কোনোবা বাপেক-মাকে নিজৰ কুমলীয়া বয়সৰ ছোৱালীক বিদেশীক ধনলৈ বেচে--নিজৰ দুৰৱস্থাৰ পৰা ৰক্ষা পাবিম বুলি। জীয়েকক বিক্ৰী কৰা টকাৰে দুসাজ পেট ভৰাই খাম বুলি, এসাজ কাপোৰ পিন্ধিম বুলি। আৰু সেই বুঢ়া আৰববোৰৰ বেছি ধন আছে, তাৰে দুখীয়া মুছলমানৰ ছোৱালী কিনি নিয়ে, আৰু এই দুখীয়া বাপেক-মাকহঁতৰ নিজৰ ল'ৰা-ছোৱালীৰ বাহিৰে আৰু বেচিবলৈ অন্য একো বস্তু নাই। আগৰ দিনত পৃথিৱীৰ প্ৰায় সকলো দেশতে শ্লেভট্ৰেড আছিল, মানুহ বেচা-কিনা হৈছিল। এতিয়াও সেয়ে চলি আছে—আমাৰ দেশতো।"

কামালে ক'লে, "আমি আৰবৰ ফালে যাব খোজা দেখি তই এই কথাবোৰ কৈছ-নেকি বাৰু চালেহ, আমাৰো গাৰ মেহনত বেচাৰ বাহিৰে বেচিবলৈ অন্য কোনো সা-সম্পত্তি নাই, তই জানই। আমাৰ নিজৰ দেশত, ইয়াত আমাৰ মেহনতৰ দাম তেনেই কম কাৰণেহে আমি অন্য দেশলৈ যাব খুজিছো। আমাৰ দেশত কল-কাৰখানা সৰহ নহ'লে, আমাৰ মেহনতনো দিবলগীয়া দাম দি কোনে কিনিব? আৰবৰ ফালে লেবাৰক যথেষ্ট সৰহ পইচা দিয়ে।"

চালেহে ক'লে, "মানুহৰ মেহনতৰ দাম সকলো কালতে, সকলো দেশতে, গোটেই পৃথিৱীতে সদায় আছে। শ্ৰমজীৱি মানুহৰ শ্ৰমেই মানুহৰ সভ্যতাক ৰূপ দিছে। হয়তো আজিকালি আৰবৰ ফালে শ্ৰমৰ, মেহনতৰ মজুৰী বেছি, দাম বেছি, কিন্তু সেইফালে বস্তুৰ দামো বেছি। খকা-খোৱা, পিন্ধা সকলোতে খৰছ বেছি পৰে। তালৈ গলে কিবা কাম কৰি তহঁতে ইয়াতকৈ বেছি টকা আৰ্জন কৰিব পাৰিবি, কিন্তু তাৰপৰা কিমান বচাব পাৰিবি মই ক'ব নোৱাৰো।"

মাজতে সিহঁতে বিস্কুট চাহপানী খালে। তামোলো খালে।

চালেহে হাঁহি ক'লে, "সেইকালে পিছে তামোল-পাণ নাই দেই।"

"খজুৰৰ গছটি চোবাম—" কুদ্দুছতে ক'লে।

কামালে ক'লে, "আমিতো তাতে সদায় থাকিবলৈ যাব খোজা নাই। যদি মেহনত বেচি, আৰ্জন কৰি একো বচাবই নোৱাৰো, তেন্তে ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিম। তই পাৰিলে আমি যাবৰ কাৰণে পাচ্‌প'ৰ্ট-ভিচাৰ কিবা এটা দিহা কৰি দেচোন।"

"কোনোবা চৌধুৰী এটাই টকা লৈছিল নহয়, পাচ্‌প'ৰ্ট উলিয়াই দিম বুলি ?"

"সি টকালৈ কলে গ'ল কোনেও ক'ব নোৱাৰে।"

"ঠায়ে ঠায়ে এনেকুৱা বহুত দালাল ওলাইছে বুলি শুনিছো। আমাৰ গাঁৱৰ ল'ৰাবোৰে সিহঁতৰ হাতত ঠগ নেখালেই হয়। চৌধুৰীয়ে তহঁতৰো পইচা মাৰিলেনেকি ?"

"আমি নিদিলো, পিছে চৰকাৰৰ পাচ্‌প'ৰ্ট অফিচতো টকা বিচাৰে। আজি-কালি ঘোচ নিদিলে কোনো কামেই নহয়।"

"ঘোচ-লওতা যিমান দোষী, ঘোচ দিওতাও সিমানেই দোষী।" চালেহে ক'লে।

"নহ'লে যে কাম নহয় ?"

"প্ৰত্যেকে ঘোচ-ঘাচালি দি, খাটিৰ-বাতিৰ কৰি যেনেতেনে নিজৰ কামটো কৰাই লবলৈ বিচাৰে। সকলোৱে যদি একমুঠ হৈ কাকো ঘোচ নিদিও বুলি সিদ্ধান্ত কৰে, ঘোচলওতাৰ ঘোচ বিচৰাটো বন্ধ হৈ যাব। তহঁতে কোনো দালালক টকা নিদিবি। মই চেষ্টা কৰো তহঁতৰ পাচ্‌প'ৰ্ট-ভিচা উলিয়াবৰ কাৰণে।"

কামালে ক'লে, "ধন ঘটাত চখ আছে, বিদেশলৈ যোৱাতো চখ আছে। পিছে আমাৰ নিচিনাকৈ কাজ-কাৰবাৰ, আৰ্জন-উপাৰ্জন একো নোহোৱা হৈ বিদেশত ধন ঘটিবলৈ যোৱাত একো চখ নাই। এনেই আমি যাব খোজা নাই।"

"তহঁতে বাৰু অন্য যা-জোগাৰ কৰ, সাজু হ'। কামালে পিছে এটা কাম কৰ। বিদেশলৈ যোৱাৰ আগতে বিয়াখন কৰাই পেলা। মাজত ঢৌ-উঠা আৰব সাগৰখন লৈ দুফালে দুটা কেনেকৈ জীয়াই থাকিবি ?"

"মোৰ বিয়া হ'ব বুলিনো তোক কোনে ক'লে ?"

"গুলেজাক ভাল পাবলৈ ভয় নকৰ, বিয়াখন কৰাই পেলাবলৈ ভয় কৰিছ কেলেই, মই জানো, সিহঁত দুখীয়া হ'ব পাৰে, কিন্তু গুলেজা আমাৰ ইয়াৰ একজনী ভাল ছোৱালী। পঢ়াশুনাতো ভাল, দেখাই মেলায়ো ভাল। মোৰ সম্বন্ধীয়া ভাগিন ছোৱালী বুলি কোৱা নাই, স'চাকৈয়ে কৈছো।"

কিছু চিন্তা কৰি কামালে ক'লে, "তই কোৱা কথাবোৰ স'চাই জানিবা। পিছে যিজনী ছোৱালীৰ কথা কৈছ, তায়ো যদি দুখীয়া আৰু ময়ো যদি দুখীয়া,

আমাৰ বিয়াৰ পৰা কাৰ লাভ হ'ব ? কোন সুখী হ'ব। 'আগৰ' কাৰবাৰ বন্ধ হৈ আছিছে, বিয়াৰ কথা বাদেই নিজে চলাই টান হৈ আহিছে।

আগে এবাৰ মই গৈ চাই, চিতি আহোগৈ, সিমান দিনলৈ যদি কোনোবাই মোলৈ বাট চাই থাকিবলৈ ৰাজী হয়, তেতিয়া দেখা যাব—"

চালেহে কিবা এটা ক'ব খুজিছিল, দেখিলে কনক গোহাঁই আহি পদুলি মুখত ৰৈছেহি। তেওঁক দেখি চালেহ, কামাল, কুদৰত তিনিও বহাৰ পৰা উঠিল। চালেহ আগবাঢ়ি গ'ল আৰু দুয়োহাত কপাললৈ তুলি নমস্কাৰ কৰি ক'লে, "আহক চাৰ।"

কনক গোহাঁই হাইস্কুলৰ মাষ্টৰ আছিল, চালেহ কামালহ'তক ইংৰাজী আৰু অসমীয়া পঢ়াইছিল। নিজে ভাল খেলুৱৈ আছিল, খেলাধূলাত বৰ বাপ আছিল, স্কুলৰ গেম টিচাৰ আছিল। তেওঁ এজন বিস্তৰ পঢ়াশুনা কৰা মানুহ। তেওঁৰ কথা-বতাৰৰ পৰা তেওঁৰ অধ্যয়নপুষ্ট আৰু সজাগ মনটোৰ পৰিচয় পোৱা যায়। তেওঁ এজন ভাল শিক্ষক আছিল। ফুৰ্তিবাজ মানুহ আছিল। আজি দুবছৰ মানৰ আগতে চাকৰিৰ পৰা অৱসৰ পালে যদিও, তেওঁ ঠাইখনৰ স্কুলে-কলেজে পঢ়া ল'ৰা-ছোৱালীবোৰৰ ভুলৈ থাকে। কোনোবাই ভালকৈ পাছ কৰিলে ঘৰলৈকে গৈ মিঠা গালি-চালী পাৰি আহেগৈ।

বয়স হোৱাৰ কাৰণে আজিকালি খেলাধূলা বৰকৈ নকৰে যদিও, মেচ্‌টেচ হলে কেতিয়াও নোচোৱাকৈ নেথাকে।

শালনী গাঁৱৰ দক্ষিণৰ বং চোৱা বৰ গাঁৱৰ আৰু কৰিয়নি গাঁৱৰ সীমাতে তেওঁৰ ঘৰ। দুটা পুতেকে ভাল চাকৰি কৰে। নিলগত থাকে। কনক গোহাঁই গাঁও পঞ্চায়তৰ সভাপতি হৈছে।

চালেহে মাতিলত কনক গোহাঁই সোমাই আহিল আৰু চালেহে আগবঢ়াই দিয়া চকীখনতে বহিল।

"তহঁত মোৰ কাৰণেই বাট চাই বৈ আছিলি হ'বলা, এৰা, চাৰিটা নহলে টুৱেন্টি নাইনো খেলিব নোৱাৰি।"

"একো খেলা নাই চাৰ, এনেয়েই কথা পাতি বহি আছিলো। ক'ৰপৰা আহিল চাৰ ?"

"তহঁতে ক'ব পাৰনে প্ৰিন্টিংপ্ৰেছ,—বুজ, প্ৰিন্টিংপ্ৰেছ ? মানে ছপাশাল— ওলোৱাৰ পৰা মানুহৰ লাভ হৈছে নে লোকচান হৈছে ?"

ক্লাছত কৰাৰ নিচিনাকৈ সিহঁতক হঠাৎ এনেকুৱা প্ৰশ্ন এটা কিয় কৰিলে বুজি-বলৈ সিহঁতৰ টান লাগিল।

কুদৰতে ক'লে, "চাৰ, কিহৰ কথা কৈছেনো ভালকৈ বুজিব পৰা নাই।"

"ও", মোৰ 'কথা' তহঁতে আগেও বুজি মে পাইছিলি। বুজিব পৰা হলে, বহুত আগেয়ে পাৰিলিহেঁতেন। ছপাশাল দেখিছ ?"

"দেখিছো চাৰ—"

"তাত কি কৰে? কিতাপ ছপা কৰে, আলোচনী ছপা কৰে, বাতৰি কাকত ছপা কৰে, আৰু—"

"হয় চাৰ, আৰু বিয়াৰ চিঠি ছপা কৰে, আৰু শৰাধৰ চিঠিও ছপা কৰে।" কামালে ক'লে।

"ও", ছপাশাল ওলোৱাৰ আগতে কাৰো ক'তো বিয়া হোৱা নাছিল, আৰু ক'তো কোনো মৰা নাছিল, নহয়।"

একো উত্তৰ নিদি সিহঁতকেটাই গোহাঁই মাষ্টৰৰ মুখলৈ চালে, হঠাৎ ছপাশালৰ কথা চাৰে কিয় উলিয়ালে বাৰু?

গোহাঁয়ে ক'লে, "কথাটো মই কেলেই কৈছো বুজা নাই? তহঁতৰ মতে ছপাশাল আধুনিক সভ্য জগতৰ এক অপৰিহাৰ্য সম্পদ। এই এই আপুৰুগীয়া বস্তুটিয়ে বহি বহি কি কৰিছে ক'ব পাৰ, বৰ্তমানে, মানুহৰ কামত নহা, মানুহক বিপথে নিয়া, মানুহক বুৰ্বক বনোৱা ৰং-চঙীয়া ছবি থকা সস্তীয়া কিতাপ-আলোচনী বোৰ লাখে লাখে ছপা কৰি, গোটেই দুনীয়াত বিক্ৰী কৰি বেপাৰ কৰিছে। আচলতে কি কৰিছে জান? কিতাপ-আলোচনীৰ বেপাৰ কৰাৰ নামত মানুহৰ ভিতৰৰ মানৱীয় গুনবোৰ, মূল্যবোৰ বৰ কৌশলেৰে ধ্বংস কৰিছে। ডাক্তৰী কৰাৰ নামত বিহ বেচা যি, মানুহৰ মনোৰঞ্জনৰ কাৰণে কিতাপ-আলোচনী উলিওৱাৰ নামত—মই সেই বুলি সকলো কিতাপৰ কথা কোৱা নাই—মানুহৰ মগজ আৰু হৃদয় নষ্ট কৰিব পৰা বিহ বেচিছে। আগৰ কালত ছপাশাল নাছিল, কিতাপ হাতেৰে লিখিছিল, ছপা নহৈছিল, তাত ভাল কথা লেখিছিল, সকলো দেশৰ সকলো মানুহৰ কামত অহা কথা লেখিছিল, জ্ঞানৰ কথা লেখিছিল। আপুৰুগীয়া বুলি মানুহে সেই জ্ঞানৰ কথা শিকাটো পুণ্যৰ কাম বুলি ধৰিছিল। আজিকালি ছপাশাল ওলোৱাৰ পিছত— "

চালেহে ক'লে, "চাৰ, এতিয়ানো কি হ'ল, ছপাশালৰ কথা যে সুধিলে।"

"খং উঠি আহিছে জানিছ। মই স্কুলত কাম কৰি থাকোতেই যে আমাৰ তাত লাইব্ৰেৰীটো পাতিছিলো, তাত এতিয়া কি কিতাপ আছে জান? ইন্দ্ৰজাল কমিক্‌চ, চান্দমামা, বেটমেন, ফ্লগ মেন, ডগ্ মেন, ফক্সমেন, ফিল্ম ফেয়াৰ, ফেমিলা, আৰু, আৰু—মই তহঁতক নাম ক'ব নোৱাৰা, লাইব্ৰেৰী, পুথিভঁৰাল, নে গেৰেকনি—।"

সিহঁতে বুজিলে গোহাঁই চাৰৰ খং উঠি আহিছে। চাৰৰ লাইব্ৰেৰীটোৰ ভাল কিতাপবোৰ ছাগে কোনোবাই লৈ গ'ল।

প্ৰসঙ্গ সলনি কৰিবৰ কাৰণে চালেহে ক'লে, "চাৰ, কামালহঁত আৰবলৈ যাব; নহয়। খবৰ পাইছে কিজানি?"

"কলৈ যাব।"

"আৰবলৈ।"

"মক্কা-মদিনা যে আছে, তালৈ ? তালৈ মানুহে হজ কৰিবলৈহে যায়, তহঁত আকৌ কি কৰিবলৈ যাব ? কোন, কোন যায় ?"

"তাত কাম কৰি ধন ঘটিবলৈ চাব।"

"ধন ঘটিবলৈ। আৰবত। মক্কা-মদিনাত। ও", হৈছে হ'বই। আজিৰ পৃথিৱীত মানুহৰ স্পিৰিচুৱেল এচপিৰেচন নোহোৱা হৈছে। স্পিৰিচুৱেল ভেলুবোৰৰ দাম নোহোৱা হৈছে। আজিৰ সভ্যতা—মেটিৰিয়েল ভেলুৰ পিছত অন্ধৰ দৰে দিনে-ৰাতিয়ে দৌৰিছে। তহঁত আৰবলৈ যাবি। ভালেই, ভালেই।

তহঁতে বাৰু ওমৰ খায়য়ামৰ নাম শুনিছনে ? আমাৰ এইকালৰ মানুহ নহয়, তহঁত বিকালে যাবলৈ ওলাইছ। সেইকালৰ মানুহ। তহঁতে লগ নেপাবিগৈ—এহেজাৰ বছৰমানৰ আগতে মৰিল। খায়য়াম মানুহজনৰ লগত মোৰ মিল এটা আছে, ক'ব পাৰ ? স্কুলত ল'ৰা-ছোৱালীক অংক নপঢ়ালেও তেওঁ অংক জানিছিল বোলে, তাৰে সুদকচা অংক কৰা নাছিল, জ্যোতিষৰ গণনা কৰিছিল। সেই খিনিতে ওমৰে মোৰে মিল। পিছে অমিল এটাও আছিল ওমৰে পদ্য লিখিছিল, কবিতা লিখিছিল। সেইটো মই নোৱাৰিলো, লোকে ৰচনা কৰা আৰ্যা মুখস্থ কৰাতে মোৰ কবিতা শেষ।

তহঁতে বাৰু কেতিয়াবা ওমৰৰ ৰোবাইয়াত পঢ়িছনে ? বাৰু, বাৰু বুজিছো—তহঁতো চুপাৰমেন আৰু স্পাইডাৰমেন পঢ়া ল'ৰাহে। ওমৰ খ য়য়ামে কি লিখিছিল জান ? মই ফাৰ্চী নেজানো, ইংৰাজী অনুবাদত পঢ়িছো। ওমৰে লিখিছে 'নামাজীসকল নামাজ পঢ়িবলৈ মছজিদলৈ যায়। সেই সাধুসন্ত নামাজী সকলৰ নিচিনাকৈ সদায় মছজিদলৈ যাও—অৱশ্যে অকলে যাও, অন্য মানুহ নামাজ পঢ়ি মছজিদৰ পৰা ওলাই অহাৰ পিছত যাও—। মই মছজিদলৈ কেলেই যাও জানা ? নামাজ পঢ়িবলৈ নহয়, মই যাও জাই নামাজ চুৰ কৰিবলৈ।' জাই নামাজ কি বুজি পাব ? নামাজ পঢ়া কাপোৰ।

ওমৰৰ দিনতেই যদি সেইবোৰ চলিছিল, তহঁতে নকৰিবি কিয় ? তহঁত মক্কা-মদিনালৈ যাবি—হজ কৰিবলৈ, পুণ্য কৰিবলৈ নহয়, ধন ঘটিবলৈ। যাহক, মক্কা-মদিনা, কাশী-বৃন্দাবন যলৈকে পাব গৈ ধন ঘটগৈ। ধনেই ধৰ্মৰ ফল, ধন হলে পাপীও নেযায় তল। কেতিয়াবা শিৱৰাতিৰ দিনা শিৱসাগৰৰ শিৱ দৌললৈ গৈছিলনে ? গলে দেখিবি, মানুহবোৰ দলে দলে শিৱদৌললৈ গৈছে। দুটামানে দৌলৰ ভিতৰত পূজা দিবলৈ যায়, পূজা কৰেগৈ। বাকীবোৰ তালৈ কেলেই যায় জান ? শিৱ দৌলৰ বাহিৰত যে দোকান-বজাৰবোৰ বহে, তাৰ পৰা প্লাষ্টিকৰ নটৰাজ মূৰ্তি কিনিবলৈ। কোনোবাই তাৰ পৰা প্লাষ্টিকৰ বলধো কিনি আনে।

তহঁত যাব খুজিছ মই বেয়া পোৱা নাই। সেইকালে বোলে ধন-সোণ সস্তা। ডেকা বয়সতে পাৰিলে কিছু ঘটগৈ যাহক। কোন কোন যাবি ? কেতিয়াকৈ যাবি ? বোৱাৰ আগতে লেঠাপিঠাবোৰ মাৰি যাবি। গাঁওখনৰ তহঁতবোৰ নিজৰ নিজৰ

মানুহবোৰ ভিতিৰ ওপৰত লৈ যাবি, আৰু মনুৰ কাম্নোৰণিবোৰ মোলৈ এৰি থৈ যাবি—সেইবোৰ নকৰিবি দেই ।"

একেলগে ভালেমান কথা ক'লে কনক গোহাঁয়ে। তেওঁৰ পুৰণি ছাত্ৰ-ছাত্ৰী পালে এনেকৈ একোটা বক্তৃতা দিয়েই। চালেহ-কামালহঁত বিৰক্ত নহ'ল।

কামালে ক'লে, "চাৰ, আগৰ কাঠৰ কাৰবাৰটো নোহোৱা হৈ অহাৰ পৰা আমাৰ নিবনুৱা ল'ৰাবোৰৰ বাতিও টোপনি নহা হৈছে। পৰিয়ালবোৰো আমাক লৈ চিন্তা হৈছে, মনুৰ কামোৰণি কমাবহে খুজিছো ।"

গোহাঁয়ে ক'লে, 'মাৰ্ক পল', ভাস্কো দা গামা, হিউৱেন চাং, কলম্বচৰ নাম শুনিছহকনে? নাই শুনা? সিহঁতবোৰো তহঁতৰে নিচিনা ডেকা ল'ৰা আছিল। সিহঁতো দেশ এৰি বিদেশলৈ গৈছিলে। কোনোবাটো নাৱেৰে, কোনোবাটো জাহাজেৰে, কোনোবাটো খোজ কাঢ়িয়ে ঘৰৰ বাহিৰ ওলাইছিল। সিহঁত অচিন অজান দেশৰ ঠিকনা বিচাৰি অচিন অজান বাটেৰে বাহিৰ ওলাইছিল। পিছে ধন ঘটো বুলি নহয়, জ্ঞান গোটাও বুলি। তহঁতেও যদি ধনৰ লগতে অলপ জ্ঞানো গোটাব পাৰ, তাৰ লগতে যদি অকণ পুণ্যও আৰ্জিব পাৰ, বেয়া নহ'ব। মই দেশ-বিদেশ একো দেখা নাই। দিল্লীলৈ গৈছিলো, ছাহজাহানে সজোৱা জামা মছজিদৰ খটখটিত দোকানেই দোকান। কাশী হৰিদ্বাৰলৈ গলো, তাতো একেই অৱস্থা। হেৰ' দোকান দিবলৈ মন্দিৰ-মছজিদৰ খটখটিৰ বাহিৰে আৰু ক'তো ঠাই নেপালিনে? আগৰ দিনৰ মানুহবোৰ সহজ-সৰল, অকৰা-অজলা আছিল। সিহঁতৰ নিজৰ ঘৰ সজাৰ আগতে সিহঁতে দেৱতাৰ, আল্লা-ঈশ্বৰৰ পূজা ঘৰ সজোৱাটো বেছি ডাঙৰ কাম বুলি ভাবিছিল। আজিকালিৰ মানুহে আকৌ ধৰ্মৰ ঠাইবোৰ বেপাৰৰ ঠাই কৰি পেলাইছে। অৱশ্যে ধৰ্মৰ বেপাৰতকৈ এনেবোৰ বেপাৰ বেয়া নহয়। আমাৰ গাঁৱৰ লাইব্ৰেৰীটো বৰ কষ্ট কৰি পাতিছিলো, নষ্ট কৰি পেলাইছে জানিছ। আগৰ ভাল কিতাপবোৰ নাই। তাত জমা কৰিছে দ'ম দ'ম দাৰ্ট, বটন, ষ্টাফ। মোৰ দেখি খং উঠি আহিছে। আৰবলৈ যদি যাব, মক্কাত অলপ দোৱা কৰিবি, প্ৰাৰ্থনা কৰিবি, যাতে দুনীয়াৰ মানুহবোৰ মানুহ হৈ থাকে, সম্পূৰ্ণ জন্তু-জানোৱাৰ বা বন্য হৈ নেযায়? আজিকালিৰ মানুহে আৰু মানুহক ৰক্ষা কৰিব পাৰিব যেন লগা নাই, মানুহৰ কথা মানুহে আজিকালি নেভাবেই। পৰমেশ্বৰে, আল্লাইহে কৰুণা কৰি যেন মানুহক ৰক্ষা কৰে। এঃ, বহুত পৰ বহিলো। চালেহ তই মক্কালৈ নেযাৱ নহয়? তই পাৰিলে ইয়াত থকা কিদিন ইয়াৰ জন্তু-জানোৱাৰবোৰৰ ওপৰত অলপ নজৰ ৰাখিবি, অ', দিনে দিনে কাজিৰঙাখন বহল হৈ গৈ আছে। বণ্যপ্ৰাণী আজি-কালি মানুহ থকা গাঁও-নগৰবোৰতে বেছি হৈছে। মই যাও—"

গোহাঁই ওলাই গ'ল।

কিছুপৰ চালেহহঁতে তেওঁৰ ফালেই নিৰবে চাই থাকিল। গোহাঁই এনেকুৱাই। স্পষ্টবাদী, কোনো আপোন-পৰ নাই। বেয়াক বেয়া, আৰু ভালক ভাল বুলিবলৈ

ভয় নকৰে; নিজৰ কোনো ছাত্ৰ-ছাত্ৰীকে তুমি বুলি মতাৰ অভ্যাস নাই। আনকি তেওঁৰ একালৰ সেই ছাত্ৰ এতিয়া ক'ৰবাৰ ডেপুটি কমিচনাৰ বা মন্ত্ৰীয়েই হওকগৈ। ছাত্ৰ-ছাত্ৰ—কিহৰ তুমি তেমা! 'তুমিতো' সউ সিদিনাৰ শব্দ, তইতো খিলঞ্জীয়া। গোহাঁইৰ বুলি।

গোহাঁই বোৱাৰ পিছত চালেহে ক'লে, "তহঁত আৰবলৈ যাবলৈ ওলোৱাৰ কাৰণে মই বেয়া পোৱা নাই। যতেই জীৱিকা আৰ্জনৰ থল আছে, বাট আছে, তালৈকে মানুহ যায়। আমাৰ ভাৰতলৈ আৰু আমাৰ অসমলৈও মানুহ আহি আহি ইয়াতে বৈ গৈছে। মোৰ পিছে দুটা কথাঃ তহঁত যলৈকে যাব নিজৰ দেশখনৰ কথা, নিজৰ ঘৰখনৰ কথা পাহৰি নেযাবি। আৰু যলৈকে যাব তহঁতে মেহনত কৰিবই লাগিব। নহলে ক'তো, উন্নতি কৰিব নোৱাৰ। সোণৰ পাহাৰ এটা পালেও, তাৰপৰা সোণ খানি উলিয়ালেহে হয়। তহঁত ধনী হ'বলৈ বিদেশলৈ যাবলৈ ওলাইছ, সেইটোকো মই বেয়া কথা বুলি নেভাবো, পিছে ধনী দেশলৈ গৈ, তহঁত দুখীয়া হৈ ঘূৰি নাহিবি। আৰু ক'তো যাতে তহঁতৰ পৰা আমাৰ দেশৰ বদনাম নহয়, তালৈও চকু দিবি।

কামালে ক'লে, "দৰখাস্ত কৰি বা বাতৰি কাকতত লিখাই 'আগৰ' কাঠৰ মহলবোৰ চৰকাৰে যাতে আকৌ ডাক কৰে তাৰ কিবা এটা উপায় কৰাব নোৱাৰিবিনে? কাৰবাৰটো বন্ধ হৈ গৈ আমাৰ যে কি অৱস্থা হৈছে চৰকাৰে কিজানি বুজাই নাই। পেপাৰত দিয়ালে বেয়া হ'বনে বাৰু?"

"বেয়া নহয়। বাৰু কথাটো মই অনাৰ লগতো পাতি চাম। আৰু তহঁতৰ পাচ্‌প'ৰ্টৰ কাৰণেও মই চেষ্টা কৰো। নেপাবৰ কাৰণ নাই। তহঁতে বাৰু ফটো-চটো বোৰ তোলাই থচোন। কামালে গুলেজাৰ যটোখনো তোলাইথবি, জানিছ। গুলেজাৰ নিচিনা ধুনীয়া ছোৱালী এজনীৰ ফটোখন দেখিলে পাচ্‌প'ৰ্ট সোনকালে দিব।"

বেলি পৰি আহিল। আৰু কিছুপৰ ইটো-সিটো কথা পাতি কামাল আৰু কুদৰত গ'লগৈ। সিহঁতে দুটা কথা ঠিক কৰিলে—'আগৰ কাঠৰ' ব্যৱসায় সম্পৰ্কে বাতৰি কাকতত লিখাব আৰু ইব্ৰাহীমৰ লগতো আলোচনা কৰিব—নিবনুৱা সমস্যা সমাধানৰ কাৰণে কিবা আন্দোলন পাতি তুলিব পাৰিবনেকি। এটা সমাধান হোৱাৰ সম্ভাৱনা দেখিলে সিহঁত লাগিলে বিদেশলৈ নগৈ, ইয়াতে বৈ যাব—আৰু 'আগৰ', 'আঁতৰৰ' কাৰবাৰ কৰিয়ে খাব। নহ'লে কিন্তু বিদেশলৈ যোৱাৰ বাহিৰে গত্যন্তৰ নাই।

কামালৰ পঢ়াশুনাত ৰাপ আছিল। সি দুই এটা কবিতা প্ৰবন্ধও কেতিয়াবা লিখিছিল, কিন্তু সাহিত্য কৰিলে পেট নভৰে। তাৰ কবিতা কোনেও নিকিনে, অন্ন কিনিব পাৰে। তাকে ক'ৰবাত বেচিবৰ দিহা কৰিব লাগিব।

# বাৰ

শুকুৰবাৰে জুমুআ নামাজৰ পিছত বয়সস্থ কেইজনমান মানুহ মছজিদতে বৈ গৈছিল—এটা জৰুৰী কথা আলোচনা কৰিবৰ কাৰণে। জেঠমহীয়া ৰ'দ, তাতে আকাশত মেঘ কিছুমান গোট খাইছিল। গেলেপা গৰম হৈছিল। নামাজ পঢ়ি উঠি দুৱাহঁতে গাত পিন্ধি থকা চোলা মোকোলাই কান্ধত পেলাই লৈছিল আৰু চ'ৰা মছজিদত বহি বিচনী মাৰি মাৰি তেওঁলোকে খুন্দা আৰু পটাহিওৱা তামোল মুখত ভৰাই পকতিয়াইছিল আৰু লগে লগে কথাও পাতিছিল।

আলোচনাৰ বিষয় আছিল গুৰুত্বপূৰ্ণ। সেই দেখি যি দুই-চাৰিটা ডেকা ল'ৰা জুমুআ নামাজ পঢ়িবৰ কাৰণে মছজিদলৈ আহিছিল ( গাঁৱৰ সকলো ডেকা ল'ৰা মছজিদলৈ নাহে), সিহঁতক ঘৰাঘৰি যাবলৈ কৈ তেওঁলোক বৈ গৈছিল। আলচ কৰিবলগীয়া কথাটো মুকলিকৈ আলোচনা কৰিবলগীয়া ধৰণৰ নহয়। তাৰ লগত গাঁওখনৰ দুঘৰমান মানুহৰ আৰু লগতে গাঁওখনৰো ইজ্জতৰ কথাও জড়িত হৈ আছে। শুনা কথাবোৰৰ সঁচামিছা ছয়'নছয় কৰাৰো দৰকাৰ আছে। এনেয়ে কাৰোবাক তুহুমত দিয়াটো বা অপবাদ দিয়াটো বা নিৰ্দোষক দোষী বোলাটো গুণাহৰ কথা।

চাৰি নে পাঁচ দিন হ'ল আইকণৰ জীয়েক গুলেজা ঘৰৰ পৰা ক'ৰবালৈ গৈছিল। আগেও তেনেকৈ নোযোৱা নহয়। কলৈ গ'ল মাকেও ভালকৈ ক'ব নোৱাৰে বোলে। আজিলৈকে ঘৰলৈ ঘুৰি অহা নাই। নৈৰ সিপাৰে মোমায়েকৰ পুতেক এটা থাকে। কেতিয়াবা তালৈকে গৈ বৌৱেকহঁতৰ লগত দুই-চাৰি দিন থাকেগৈ। তাতো খবৰ কৰা হ'ল, তালৈ নাই যোৱা। গাঁৱৰ কোনোবা ডেকা ল'ৰাৰ লগত ক'ৰবালৈ গৈছে-নেকি? গাঁৱৰ ডেকাল'ৰাবোৰ দেখোন আছে। দুটামানে ক'ৰবাত সাঁচি গছ বিচাৰি গৈছে, দুটামান পুৰণি 'মাল' লৈ বোম্বাই লৈ গৈছে, কোনোবা হোজাইলৈ গৈছে।

বাকী ল'ৰাবোৰ খেতিয়ে-পথাৰে লাগি আছে।

ছোৱালীজনী কলৈ গ'ল ?

টাউনৰ ইব্ৰাহীমৰ ঘৰতো খবৰ কৰিলে। তালৈও নাই যোৱা।

গুলেজা অন্য ছোৱালীৰ নিচিনা নহয়। তাই পঢ়া-শুনা কৰা, জনা-বুজা ছোৱালী। ঘৰত প্ৰায়ে অকলেই থাকে যদিও কোনোদিন তাইৰ বিষয়ে কোনোৰে বেয়া কথা এবাৰ কাহানিও শুনা নাই। অকলে নগৰ-চহৰলৈ যাবলৈ তাই ভয় নকৰে, সেই বুলি অতি কমেইহে তাই টাউনলৈ অকলে যায়, গলে কাৰোবাক সদায় লগত লৈ

যায়। আৰু কাৰোবাৰ লগত থুৰি আছে। গুলেজা গাঁওখনৰ ভিতৰৰ এজনী দেখনিয়াৰ গাভৰু ছোৱালী, তাই অকণো চলো-পটো নহয়, বভীয়াল যদিও গহীন। অভাব-অনাটন বুজা ছোৱালী, নিজৰ আৰু নিজৰ ঘৰখনৰ অৱস্থা তাইকে বুজি পায়। তাই কোনোদিন অনিয়ম কৰা নাই, কোনোদিন অনিয়ম নকৰে।

হঠাৎ সেই ছোৱালীজনী ঘৰখনত, গাঁওখনত নোহোৱা হোৱাটো দুঃচিন্তাৰ কথা। বিশেষকৈ গাঁৱৰ মুৰব্বী সকলৰ, তাতে তাইৰ বাপেকো নাই।

বেছি চিন্তা হ'ব লাগিছিল মাক আইকণৰ। পিছে আইকণক সুধিলত এনে ধৰণে উত্তৰ দিলে যেন গুলেজাৰ নিচিনা গাভৰু ছোৱালী এজনী এনেকৈ নিখোজ হোৱাটো এটা বৰ চিন্তা কৰিবলগীয়া কথা নহয়। হাত-ভৰি লগা ছোৱালী, গৈছে ক'ৰবালৈ, আহিব, নাহি কলৈ যাব? তাই অন্য ছোৱালীৰ নিচিনা নহয়। তাইক লৈ মোৰ একো চিন্তা নাই। আইকণে ক'লে

"তাইক লৈ আমাৰো চিন্তা নাই। পিছে তাই গৈছে কলৈ। কাৰ লগত গৈছে, কেলেই গৈছে?"

এই কথাবোৰ উলিয়াই কৰিবলগীয়া নহয়। ৰহস্যটো উদঘাটন কৰিবৰ কাৰণে আলচ কৰি এটা সমাধান বিচাৰি উলিয়াবৰ কাৰণেই বুঢ়া মানুহ কেজন নামাজৰ পিচত মছজিদত ৰৈ গৈছিল।

"হোজাইৰ আগৰ বেপাৰী এটাক আইকণৰ ঘৰৰ ফালে অহা-যোৱা কৰা দেখিছিলো, তাৰ লগতে গ'ল জানোচা—"

"ইব্ৰাহীম মাষ্টৰে এদিন আহি সিহঁতৰ ঘৰত ৰাতি থাকি গৈছে বোলে। কিজানিবা তাৰ লগতে গ'ল।"

"তাইক বিয়া কৰাবলৈ গাঁৱৰ কেইবাটাও ল'ৰাই মনে মনে পাঙি আছে। তেনেকুৱা এজনী ছোৱালীক কোনো বিয়া কৰাব নুখুজিব? পিছে যাৰে-তাৰে লগত যোৱা ছোৱালী তাই নহয়। আৰু দেখদেখকৈ নিকাহ নকৰাকৈ তাইক কোনোৱে পলুৱাই নিবৰ সাহ নকৰে।"

আমাৰ গাঁৱৰ ডেকা ল'ৰাবোৰেওতো তাই ঘৰত নথকাৰ কথা গম পাইছে। সিহঁতেও বাৰু তাইৰ খবৰ-বাতৰি লোৱা নাই কেলেই, কথাবোৰ কিবা পাকলগা যেন পাইছো।"

"জীয়েকলৈ আইকণৰ মৰম নাই বুলি আমি নেভাবো। অতদিন তাইকে বুকুত বান্ধি তাই গাঁওখনত আছে। তাইয়ে কিবা পাঙি, তাইক ক'ৰবালৈ পঠিয়াই দিছে জানোচা—"

"এতিয়া পিছে কি কৰা যায়? মাকেই যদি জীয়েকজনী নোহোৱা হোৱাৰ কথা ৰাইজক গোচৰ দিয়া নাই, আমাৰনো কি গৰজ পৰিছে কাৰ ছোৱালী কলৈ গ'ল বিচাৰি ফুৰিবলৈ?"

"কথাটো তেনেকৈ লোৱাটো ঠিক নহ'ব। এজনী গাভৰু ছোৱালী মাক-বাপেকৰে

নহয়, গাঁওখনৰে সম্পত্তি। গাঁৱৰ ল'ৰা-ছোৱালীৰ খবৰ গাঁৱৰ মানুহেই ৰাখিব লাগে। ক'ৰবাত কিবা এটা হ'বলৈ হলে কাৰ নাক-কটা যায় ?"

"গৰু হেৰালে বিচাৰি উলিয়াব পাৰি। মানুহ হেৰালে বিচাৰি উলিয়াবলৈ টান। তথাপি আমি বাপেক নোহোৱা গাভৰু ছোৱালীজনী নাই বুলিলেই নোহোৱা হৈ যাবলৈ এৰি দিব নোৱাৰো। গঞা ৰাইজৰো এটা দায়িত্ব আছে। সকলোৰে ভু-ভা লোৱাহক, খবৰ বাতৰি ৰাখা। আমাৰ এই কামাল, কুদৰত, কাছিম, কাদিৰহঁতকো খবৰ কৰিবলৈ কোৱা। সিহঁতবোৰ এতিয়া ঘৰতে, গাঁৱতে থাকিব পায়। ঢাকঢোল পিটিব নেলাগে। কথাটো পিছে বৰ বেয়া হৈছে দেই।"

বুঢ়াকেজন লাহে লাহে ঘৰমুৱা হ'ল।

গাঁৱৰ অন্যান্যৰ মাজতো এই বিষয়ে কিছু গুণাগথা চলিল। এনেদৰে নিৰুদ্দেশ হৈ গুলেজাই এটা নকৰিবলগীয়া কাম কৰিলে। কেতিয়াবা তাই কাৰোবাৰ লগত টাউনত চিনেমা চাৰ্কাচ চাবলৈ যায়, কেতিয়াবা লগৰ কোনোবা ছোৱালীক লগ পাবলৈকো নোযোৱা নহয়, কিন্তু গলেও একে দিনাই ঘূৰি আহে। হয়তো তাই ধুনীয়া কাৰণেই, কোনোবা কোনোবাই তাইৰ একপি ফটো বিচাৰে। তাই দুবাৰ মানহে ফটো তোলাইছে। নতুন একপি তোলাই থলে হয়তো পাচ্‌প'ৰ্টৰ কাৰণে আৰু বেলেগে ফটো তোলোৱাৰ দৰকাৰ নহ'ব।

## তেৰ

আৰু দুটা দিন পাৰ হৈ গ'ল।

সেই দিনা গধূলি গাঁওখনত জনাজানি হৈ গ'ল যে গুলেজা নিজৰ ঘৰলৈ ঘূৰি আহিছে। কনক গোঁহায়ে তাইক লৈ আহিছে। অলপ সময়ৰ ভিতৰতে কথাটো ওচৰৰ মানুহ কেইৰৰ মাজত জনাজানি হৈ গ'ল।

কথাবোৰ কিবা গোলমলীয়া। গুলেজা নিজ ঘৰৰ পৰা মাকক অকলে এৰি থৈ গোঁহাই মাষ্টৰৰ ঘৰত ইমান কিদিন সোমাই আছিলগৈ কিয়। তাই বাৰু তালৈকে গৈছিল নে ? তাতেই আছিলনে ? ঘৰ এৰি অন্যৰ ঘৰত লুকাই থকাৰ কাৰণটো কি ?

তাই কলৈ গৈছিল আৰু ক'ত আছিলগৈ কোনোবাই পোনপটীয়াকৈ শোধা প্ৰশ্নৰ উত্তৰত গুলেজাই বিশেষ যেন একোৱেই হোৱা নাই এনে ধৰণে সহজভাৱে ক'লে, "গোঁহাই চাৰৰ ঘৰতে আছিলো। তাৰ কাৰণেই গোটেই গাঁওখনে হুৱাদুৱা লগাব লাগেনে ? আমাৰ গাঁৱৰ মানুহবিলাকে মোৰ কথা ইমান ভাবে বুলি আগেয়ে মই ক'বই নোৱাৰিছিলো।"

"পিছে নিজৰ ঘৰ এৰি গোঁহাই মাষ্টৰৰ ঘৰত কাকো নজনোৱাকৈ মনে মনে লুকাই আছিলিগৈ কেলেই ?"

কনক গোঁহাই তেতিয়াও গুলেজাহঁতৰ ঘৰতে বহি আছিল। তেওঁৰ যেন কিবা কাৰণত কাৰোবাৰ ওপৰত খং উঠি আছিল। তেওঁ মাতত বিৰক্তি সানি ক'লে, "গাঁৱৰে ছোৱালী এজনী পাঁচ-ছদিনকৈ ঘৰত নাই, কোনে ক'ত বিচাৰি গলিহঁ'ক। তাইৰ নিজৰ ভাই-ককাই নাই বুলি তহঁতবোৰ তাইৰ একো নহৱনেকি ?" গোঁহায়ে লোটখোৱা মানুহখিনিৰ মুখলৈ চালে।

"গুলেজানো আপোনাৰ ঘৰলৈ কেলেই গৈছিল, চাৰ ?"

"কলৈকো যাব নোৱাৰিলে তাই যে মোৰ ঘৰ ওলাবগৈ পাৰে, তহঁতৰ কাৰো মগজত নেখেলালে নহয় ? তহঁতৰ মুৰত কিবা আছে বুলি ভাবিছিলো, কি আছে তহঁতৰ মাথাত ?"

গোঁহাইৰ গালি নোখোৱা ল'ৰা এই গাঁওখনত কোনো নাই। বেছি ভাগেই তেওঁৰ স্কুলৰ ছাত্র আছিল।

মকবুল নামৰ দুষ্ট ল'ৰা এটাই ক'লে, "চাৰ, গুলেজা যে আপোনাৰ ঘৰৰ ভিতৰতে ইমান দিন সোমাই আছিল, সেই কথাকে আমি ক'ব নোৱাৰো, আমাৰ মুৰৰ লাওখোলৰ ভিতৰত কিবা আছেনে নাই, কিবা আছে যদি কি আছে, কেনেকৈ জানিম ?"

"বহুতে নিজৰ ডিঙিৰ ওপৰত মুৰ এটা যে আছে, খেপিয়াই নেচালে তাকো ক'ব নোৱাৰে। তহঁতে বাৰু কচোন, এই গাঁওখনত, এই ঠাইখনত কি আছে ? কোনোবাই ক'ব পাৰিবি।"

মকবুলেই আকৌ ক'লে, "চাৰ, প্রথমে ঠিক কৰিব লাগিব, আমাৰ গাঁওখন আছেনে নাই, আছে বুলি কনফাৰ্মদ হলেহে ক'ব পাৰিম ইয়াত কি আছে।"

নহঁহাকৈ থাকি গোঁহাই মাষ্টৰে ক'লে, "গাঁওখন নাই যদিও, ইয়াত তোৰ নিচিনা কেইটামান বান্দৰ আছে। আৰু এদল শিয়াল আছে, এগাল কুকুৰ আছে, এদল ফেউৰা আছে, আৰু কেইটামান কুকুৰনেচীয়াবাঘ আছে।" মাষ্টৰ অলপ ৰ'ল।

"চাৰ, ইয়াত দেখোন ডাঙৰ হাবি নায়েই। সিহঁতবোৰ নো ক'ত থাকে ? মানুহৰ ঘৰেঘৰে আছেনেকি ?"

"ইয়াৰ ঘৰেঘৰে সোমাই নেথাকি মোৰ ঘৰৰ ভিতৰত সোমাই থাকিবনেকি ?" কনক গোঁহাইৰ খং মাৰ যোৱা নাছিল।

গুলেজাৰে খবৰ কৰো বুলি, নৈৰ সিপাৰে থকা, তাইৰ সম্পৰ্কীয় দদায়েক এজন আহি ওলাইছিলহি। তেওঁ গোঁহাইৰ সম-বয়সীয়া, তেওঁক তুমি তোমাকৈ মাতে।

তেওঁ সুধিলে "হয়নেহে মাষ্টৰ, ঘটনাটোনো আচলতে কি হৈছিল ?"

"তুমিয়ে কোৱাচোন, আইকণৰ জীয়েক গুলেজা কি ? এগাল কুকুৰনেচীয়া বাঘৰ মাজৰ এজনী হৰিণী পোৱালী ? নে এগাল খকুৱা শিয়ালৰমাজৰ এজনী পাতিহাঁহ ?

যেয়ে পায় সেয়ে, তাইক গিলি থ'ব ? হেৰা, জানিছা, আমি কিছুমান দুঠেঙীয়া জানোৱাৰৰ মাজত জীয়াই আছো, চব জানোৱাৰ।"

সকলোৱে গোঁহাই মাষ্টৰৰ মুখলৈ চালে, সকলোৰে মনত কৌতূহল। কিনো হৈছিল গুলেজাৰ আমি দেখোন একো কৰই নোৱাৰো।

গুলেজাৰ সিপৰীয়া দদায়েকে ক'লে, "এৰা, আমিও থাকো নৈৰ সিপাৰে, দূৰৈত থাকো। কৌতিয়াবা আহো বুলিলেও আহিব নোৱাৰো, শুনিলো বোলে কেইবা দিনো তাই ঘৰত নাই। জানিছো নহয়, তাইনো কলৈ যাব ? গলে, তোমালোকৰ গাঁৱৰ ফালেই যাব। তুমি ইয়ালৈ আহি গৈ থাকা। মোৰ আকৌ খেতি-বাতিত লাগি মাটি খুচৰি থাকোতেই যায়। জোন বেলিৰ গৰহন লাগিলেও মূৰ দাঙি চাবলৈ আজৰি নাই।"

"মোৰ ঘৰো ইহঁতৰ ঘৰৰ গাতে লগানে কিবা ? মই কেনেকৈ ইয়াৰ কাৰ ক'ত কি হৈছে, খবৰ পাওঁ তোমালোকেযে নোপোৱা ?"

"তুমি মাষ্টৰ এই গাঁৱৰ মাজেদিয়ে অহাযোৱা কৰা, তুমি আহি গৈ থাকা। তোমাৰ জানো কিবা নিজৰ গাঁও, পৰৰ গাঁও আছে ? পিছে কথাটোনো কি হৈছিল, আমাক ভাঙি কোৱাচোন, কিবা এটাতো কৰিব লাগিব—"

"কোনে কৰিব কিবা এটা ? তোমালোকে ? তোমালোকে কি কৰিবা, মই জানো।"

তাৰ পিছত কথা শুনিবৰ কাৰণে গোট খোৱা ডেকা-ল'ৰাজাকক ধমকি দি গোঁহায়ে ক'লে, "তহঁতবোৰ ইয়াত কি বিহু চাবলৈ আহিছ ? নিলাজহঁত, গলিনে ইয়াৰপৰা। লোকৰ গাভৰু ছোৱালীৰ কথা শুনিবলৈ ইয়াত আহি হা-কৰি মুখ মেলি ৰৈ আছহি। মই ইয়াত তহঁতক তেজীমলাৰ সাধু ক'বলৈ আহিছোনেকি ? যা—ভাগ—"

ল'ৰাবোৰ যাও-নেযাওকৈ লাহে লাহে আঁতৰি গ'ল।

গোঁহাই আৰু গফুৰ চোতালতে দুটা মূঢ়াত বহি আছিল। গুলেজাই দুয়োকো তাতে পিৰা এখন পাৰি চাহপানী আৰু পিঠা দিলে। দুয়ো খালে, তাৰ পিছত আইকণে বটাটোত পটহিওৱা তামোলে আগবঢ়ালে।

"কি হৈছিল সকলো কথা আইকণে জানেনে নেজানে ?" গফুৰে সুধিলে।

"সকলো কথা আইকণ-বাইকণ কোনেও নেজানে, জানে ভতিজা গুলেজাই আৰু এই কনক গোঁহাই মাষ্টৰে। কি হৈছিল মই সকলো জু ললো। চমুকৈ কৈছো শুনা। তুমি জানি যোৱা ভাল। গুলেজা তয়ো যা, ইয়াত নেথাকিবি।"

গুলেজা ভিতৰলৈ সোমাই গ'ল। আইকণো একাষৰীয়া হ'ল। মুখামুখীকৈ বহি গফুৰ আৰু কনক গোঁহায়ে কথা পতাত ধৰিলে। কনক গোঁহায়ে যিটো কাহিনী বৰ্ণালে, চমুকৈ সেইটো এনে ধৰণৰ :

শ্ৰাজনী গাঁৱৰ কামাল কনক গোঁহাইৰ স্কুলৰে ছাত্ৰ আছিল। পঢ়া-শুনাত,

স্কোলাধ্যত সি ভালেই আছিল। সি ফুটবল ভাল খেলিছিল, গানো গাইছিল, আৰু অসমীয়া ৰচনা-তচনাও ভাল লিখিছিল। পিছে ঘৰৰ অৱস্থা আছিল তেনেই বেয়া। পঢ়ি থাকিব পৰা হলে সি বি. এ, এম এ পাছ কৰিব পাৰিলেহেঁতেন হয়তো। পিছে টকা-পইচাৰ অভাৱৰ কাৰণে সি পঢ়া বাদ দিলে, আৰু 'আগৰৰ' কাৰবাৰত ধৰিলে। এই কাৰবাৰত লগৰ অন্য ল'ৰাতকৈ সি ভালেই কৰিলে। দুই তিনি বছৰতে সি যথেষ্ট টকা কৰিলে। আৰু ঘৰখনৰ অৱস্থাও কিছু ভাল কৰিলে।

"আগেয়ে মই ক'ব নোৱাৰো, তাৰ বোলে গুলেজাক বিয়া কৰাবৰ মন— এতিয়াহে জানিব পাৰিছো—হয়নে অ' গুলেজা ?"

ভিতৰৰ পৰা কাৰো মাত শুনা নগ'ল।

"সি আৰবলৈ নে ক'ৰবালৈ যাবলৈ ওলাইছে বোলে। তাত বোলে বহুত কাম ওলাইছে, টকাও বহুত দিয়ে। পিছে সি এটা কথা থিৰাং কৰিব পৰা নাই। আগতে বিয়া কৰাই আৰবলৈ যাব নে, আৰবলৈ গৈ কিছু টকা-পইচা ঘটি আহি বিয়াখন পাতিবহি।"

"সেইটো কথা অলপ অলপ গম পাও', পিছে এইবোৰ যে কিবাকিবি হৈ গ'ল ?"

গোঁহায়ে ক'লে, "তোমালোকৰ কিবা দুৰণীয়া সম্বন্ধেই লাগে হ'বলা। ঢেকীয়াখোৱা গাঁৱৰ দিদাৰত ঠিকাদাৰ যে। পি. ডব্লিউৰ ঠিকা কৰি টকা-পইচা বহুত কৰিছে বোলে। নতুন বাছ এখনো লৈ চলাইছে। বাছখন আজিকালি এই পিনে গাঁৱৰ মাজেদিয়ে টাউনলৈ অহা-যোৱা কৰে। ঠিকাও কৰে, দোকানো দিছে, 'আগৰ-আতৰ' কিনিলৈ মাজে মাজে বোম্বাইত বেচিবলৈও যায়। টকা-পইচাৰ বেচ আমদানী হৈছে। ঘৰবাৰীও পকা কৰিলে। বয়সো কিজানি আমাতকৈ চাৰি পাঁচ বছৰমানহে কম। পঞ্চাশৰ পাৰ হ'ব পায়। পিছে ধনপইচা ঘটি মানুহটোৰ অৱস্থা যিমান ওপৰলৈ গৈছে, মানুহটোৰ স্বভাৱ-চৰিত্ৰ সিমান তললৈ গৈছে। লুচ্চা হৈছে, মদো খাবলৈ লৈছে বুলি গম পাইছো।"

"দিদাৰততো ইমান বেয়া হ'লনে ? মদ খোৱাত ধৰিলে যদি, সি আৰু মানুহ হৈ আছেনে ?"

"নিজৰ ধনেৰে মদ খায়, তোমাক সুধি খাবনে ?"

"মদ মদেই, লোকৰ পইচাৰেই খাওক, বা নিজৰ পইচাৰেই খাওক।" গফুৰে ক'লে।

"নিজৰ পইচাৰে নিজেই মদ নেখায়, অইন অফিচাৰ, বন্ধু দোস্তকো খুওৱায় বোলে—"

"ছয়তানী কামত লগৰীয়া নোলাবনে ? পিছে সিনো কি কৰিলে ?"

"কয়াল, কদুৰেত আৰু গাঁৱৰ কিছুমান আৰবৰ ফালে যাবলৈ ওলোৱা বুলি

শুনি সি বোলে, সিও 'আগৰ-আঁতৰৰ' কাৰবাৰ কৰা মানুহ। সিও কলিকতা, বোম্বাই দেখা মানুহ। সিও কেইবাটাও আৰবৰ হেখক চিনি পায়। সিও যাব আৰবলৈ।"

"হজ কৰিবলৈনেকি ?"

"হজ কৰিবলৈ নহয়, ধন ঘটিবলৈ।"

"পিছে মাষ্টৰ, তুমি গুলেজাৰ ঘটনাটোৰ কথাহে ক'ব খুজিছিলা ? কিবা দেখোন দিদাৰত ঠিকাদাৰৰ কথা কৈ আছা ? কামালৰ কথা কৈছা—"

কথা একেটাই ? কৈছো বৰা। দিদাৰতৰ বোলে ডি চি-ৰ পাচ্‌পর্ট অফিচৰ কেৰেণীৰ লগতো চিনা-জনা আছে, দুজনমান এম. এল. এ. মন্ত্ৰীৰ লগতো চিনা-জনা আছে। বিদেশলৈ যোৱা পাচ্‌প'ৰ্ট উলিয়াবলৈ তাৰ বোলে কোনো ভাবিব-লগীয়াই নাই। চুলতান চৌধুৰীনে কোনোবা দালাল এটাই বোলে কিছুমান ল'ৰাক পাচ্‌প'ৰ্ট উলিয়াই দিম বুলি পইচা লৈ পলাল। দিদাৰতে বোলে ক'লে, "কাকো খাটনি ধৰিবৰ দৰকাৰ নাই। কাকো ঘোচো দিব নেলাগে। গাঁৱৰ যেইটা ল'ৰাক পাচ্‌প'ৰ্ট-ভিচা লাগে সিয়ে উলিয়াই দিব। আৰু কামাল হ'ল তাৰ চিনাকি ল'ৰা, তাৰ লগত আগেয়ে যদি বেছি হলিগলি নাছিল, 'আগৰ-আঁতৰ'ৰ কাৰবাৰ কৰিবলৈ লৈ বেচ আত্মীয়তা হৈছে। মাজে-মাজে দিদাৰত কামালহ'তৰ ঘৰলৈ আহে, আইকণৰ ঘৰলৈও আহে। মাজে-মাজে কামাল আৰু গুলেজা তাৰ বাহতে উঠি টাউনৰ পৰাও আহেগৈ। নহয় জানো আইকণ ?"

আইকণে ক'লে, "দুদিন নে এদিন আহিছিল। আমি বেয়া পোৱা নাছিলো, বোলো আপোন মানুহ—আহিছে আৰু—।"

"সি বাৰু গুলেজাহ'তৰ কথা একো কোৱা নাছিলনে ?"

"সি বোলে তোমালোকে চিন্তা নকৰিবা। কামালৰ লগত গুলেজাৰ বিয়াখন লাগিলে ময়ে পাতি দিম। কেই হেজাৰ টকানো খৰছ পৰিব ? আৰু যাও বুলি ওলায় যদি, বৈ থাকিব নালাগে। দুয়োটাকে ময়ে আৰবলৈ পঠিয়াই দিম। কামালে পাৰে যদি নিজেই তাৰ পাচ্‌প'ৰ্টখন উলিয়াওক। মই গুলেজাৰ এখন পাচ্‌প'ৰ্ট উলিয়াই দিম। বাকী সকলো মই কৰিম। গুলেজাই নগৰলৈ গৈ ফটো একপি তোলাব লাগিব। ময়ে মোৰ বাহতে লৈ যাম। ফটো তোলাই ঘুৰাই লৈ আহিম। তোমালোকে চিন্তা নকৰিবা। দিদাৰতে তেনেকৈ কৈছিলে।"

"দেখাত কথাবোৰ দেখোন ভালেই কৈছিল, কি কোৱা ?"

"কাৰবাৰী মানুহে কথা ভালেই কয়। পিছে ভাল কথা কোৱাৰ পিছত ভাল কাম কি কৰিলে সেইটোহে আচল কথা।"

তাৰ পিছত কনক গোঁহায়ে ইয়াৰ পিছৰ ঘটনাখিনিৰ কথা ক'লে :

দিদাৰতে আইকণ আৰু গুলেজাক বুজাই ক'লে যে আৰবলৈ বা ক'ৰবালৈ যাওকেই বা নেযাওকেই আজিকালিৰ দিনত এখন পাচ্‌প'ৰ্ট উলিয়াই থোৱা

বেয়া নহয়। টকাও বৰ বেছি খৰচ নপৰে। টকাৰ কাৰণে গুলেজাহঁতে চিন্তা কৰিব নেলাগে। প্ৰথমতে টাউনলৈ গৈ ষ্টুডিঅ'ত ফটো এখন তোলাব, তাৰ পিছত ডি. চিৰ অফিচলৈ গৈ দৰ্খাস্তৰ ফৰ্ম-তৰ্ম আনিব। বাকীবোৰ কাম পিছে পৰে হৈ থাকিব।

দিদাৰতে গুলেজাক তাৰ বাছতে আগৰ চীটত তাৰ কাষতে বহুৱাই টাউনলৈ লৈ গ'ল, এটা ষ্টুডিঅ'ত এখন ফটোও তোলালে। হোটেলত দুয়ো চাহ-ভাতো খালে। গধূলি এটা হলত কিবা এখন চিনেমাও চালে। দিদাৰতৰ বাছ টাউনৰ পৰা ঘূৰি গ'ল। সি এখন টেক্সী ধৰিলে, আৰু ক'লে যে এজন ইঞ্জিনিয়াৰৰ লগত এটা দৰকাৰী কথা আলোচনা কৰিবলগীয়া আছে। টেক্সীতে গুলেজাকো লৈ সি ইঞ্জিনিয়াৰৰ ঘৰলৈ গ'ল। তাত কিবা কথা পাতি, এখন বিলাতী মদ বেচা দোকানৰ পৰা দুবটল বিলাতী মদো কিনিলে। আৰু গাড়ীত বহি লৈ তাতেই দুগিলাচমান মদ পি খালে। গুলেজাকো খাবলৈ দিছিল, তাই নেখালে।

তেতিয়া ৰাতি এঘাৰ মানেই বাজিছিল। তেতিয়া লাহে লাহে গাড়ী চলাই ঢেকীয়াখোৱা গাঁৱৰ দিদাৰতৰ ঘৰৰ ফালে গাড়ী চলাবলৈ ক'লে।

ড্ৰাইভাৰে গাড়ী চলালে।

পিছৰ চীটত দিদাৰত আৰু গুলেজা। তাৰ মুখত বিলাতী মদৰ গোন্ধ। তাৰ মদৰ নিচাই ধৰিছে। ড্ৰাইভাৰে নিৰ্বিকাৰভাৱে গাড়ীখন চলাই গৈছে। বাহিৰত কৃষ্ণপক্ষৰ আন্ধাৰ।

কিবা এটা ক'বৰ কাৰণে কেইবাবাৰো চেষ্টা কৰি, গুলেজাৰ গাৰ কিছু কাষ চাপি আহি দিদাৰতে ক'লে, "মই তোক লৈ আৰবলৈ যাম, বুজিছনে নাই, কামাল কোন কুত্তা। সি তাৰ নিজৰ পাচ্‌প'ৰ্টকে উলিয়াব পৰা নাই, তোৰ পাচ্‌প'ৰ্ট ক'ত উলিয়াব পাৰিব? টকা খৰছ নকৰিলে এনেই পাচ্‌প'ৰ্ট পায়নেকি? তোৰ পাচ্‌প'ৰ্ট মই উলিয়াম। এক ঘণ্টাত হৈ যাব, মোৰ লগত তই যাবি নহয়— আৰব, কুবেইট, বাহৰেইন, বিলাত, আমেৰিকা, জাপান? মই তোক লৈ যাম। তই কথা নকয় কেলেই? নেযাবনেকি মোৰ লগত ..."

আৰু মুখত যিহকে আহে দিদাৰতে কৈ যাব ধৰিলে—অসংলগ্নভাৱে।

"এইবোৰ স'চাকৈয়ে কৈছানেকি মাষ্টৰ? তাৰ ঘৈণীয়েক আছে, ল'ৰা-ছোৱালী আছে। সি আকৌ বিয়া, ডাঙৰ ডেকা ল'ৰানে কিবা?" গফুৰে সুধিলে।

"ল'ৰা-তিৰোতাই থাকক অইন কোনোবাই থাকক। তাৰ যে ঢেৰ টকা আছে।" কণক গোঁহায়ে কৈ গ'ল ঃ মদৰ ৰাগীত সি যে এখন টেক্সীৰ ভিতৰত গৈ আছে, আৰু তাত যে এটা ডেকা ড্ৰাইভাৰ বহি আছে, সি পাহৰি গ'ল। ড্ৰাইভাৰটোৱে দিদাৰতৰ কথা-কাণ্ডবোৰলৈ মন দি আহিছিল, আৰু একো নেদেখা নুশুনাৰ দৰে গাড়ীখন চলাই গৈছিল। বাহিৰত আন্ধাৰ গাড়ীৰ ভিতৰতো আন্ধাৰ। গুলেজাৰ গাৰ কাষত মদাহী দিদাৰত।

দোবোল নোখোৱা মাতেৰে দিদাৰতে গুলেজাৰ কোৱা কথাষাৰ ড্ৰাইভাৰৰ কাণত পৰিল, "ৰাতি বহুত হ'ল, আজি আমাৰ ঘৰত কোনোৱেই নাই, তই আজি আৰু তহঁতৰ ঘৰলৈ যাবগৈ নেলাগে, আমাৰ ঘৰতে থাকিবি। কোনো নাই, কাকো মই থাকিবলৈ নিদিও, তই থাকিবি, মই থাকিম—বুজিছ—"

গুলেজাই একো মতা নাই, কিন্তু ড্ৰাইভাৰ জয়নাথে অনুমান কৰিলে যেন পিছৰ চীটত আন্ধাৰত দিদাৰত আৰু গুলেজাৰ মাজত টনা-আজোৰা লাগিছে।

ড্ৰাইভাৰে গাড়ীখন ঘপকৰে ৰখাই দিলে আৰু গাড়ীৰ ভিতৰৰ বডি লাইটটো জ্বলাই দিলে। দিদাৰত উপচু খাই উঠিল।

টেক্সীৰ ড্ৰাইভাৰটো আছিল কনক গোঁহাইহঁতৰ সিফালৰ মোহনপুৰ চাহবাগানৰ চকীদাৰটোৰ পুতেক জয়নাথ তাঁতী। তাক গোঁহায়ে চিনি পায়।

"এই ড্ৰাইভাৰ, গাড়ীখন ৰখাই দিলি কেলেই ?" খক্‌মক্ কৰি দিদাৰতে সুধিলে।

জয়নাথ গাড়ীৰ পৰা নামিল, ইঞ্জিনটোৰ ফালে যাব খোজা যেন দেখুৱাই, সি হেন্ডোলডাল হাতত তুলি ল'লে আৰু ক'লে, "গাড়ীখনৰ কিবা এটা হৈছে, ষ্টাৰ্ট বন্ধ হৈ গ'ল। ঠিক কৰি লও—"

ইঞ্জিনৰ ওপৰৰ বনেটখন উঠাই, জয়নাথে ইঞ্জিনৰ ভিতৰৰ কিবা এটা ভাল কৰিবলৈ লোৱাৰ নিচিনা কৰিলে।

চলংপলংকৈ দিদাৰত গাড়ীৰপৰা নামি আহিল।

"কি, কি হৈছে ? মই চব ঠিক কৰি দিম। তই নেজান যদি আঁতৰ হ—গুচ্।"

কিবা এটা টিপি মেলি জয়নাথ বনেটখন পেলাই আহি তাৰ চীটত বহিলহি আৰু ক'লে, "ৰবচোন ঠিক হৈছেনে নাই এবাৰ চাই লও।" সি গাড়ী ষ্টাৰ্ট দিলে। জয়নাথে এবাৰ পিছৰ চীটলৈ চালে। গুলেজাই এবাৰ আলিবাটৰ ওপৰত গাড়ীখনৰ পৰা কিছু নিলগত থিয় হৈ থকা দিদাৰতৰ ফালে চালে, আৰু এবাৰ জয়নাথৰ ফালে চালে। তাইৰ চকুত আশংকা আৰু ভয়।

গাড়ীখন ষ্টাৰ্ট হ'ল।

"ঠিক হৈছে ?" দিদাৰতে সুধিলে।

"ৰ'বচোন অকণমান—চাইছো", এই বুলি কৈ জয়নাথে গাড়ীখন চলাই দিলে।

"ভয় নাই ড্ৰাইভাৰ, ঠিক হৈ গৈছে, চলি যাব—" কৈ দিদাৰত গাড়ীত উঠিবলৈ আগবাঢ়ি আহিছিল। জয়নাথে এক্সিলাৰেটৰ ভৰাই দিলে। গোঁ কৰি গাড়ীখন চলিবলৈ ধৰিলে।

"ৰখা, ৰখা, এই ড্ৰাইভাৰ" হাত মেলি দিদাৰতে গাড়ীখনৰ পিছে পিছে দৌৰিব ধৰিলে।

"চুৱৰৰ বাচ্ছা—" টেক্সী ড্ৰাইভাৰ, জয়নাথে মুখৰ ভিতৰতে ক'লে, তাৰ পিছত গুলেজাৰ ফালে পাছলৈ ঘূৰি নোচোৱাকৈয়ে ক'লে, "ভয় নকৰিবা। আৰু

কিবা কথা হলে হেণ্ডোলেৰে মই তাৰ মূৰ ফালি দিলোহেঁতেন। তাক মই ভালকৈ চিনি পাওঁ। বে'হায়া জানোবাৰ ছালা, লাজ নাই, বুঢ়া কুকুৰ।"—

খঙত দাঁত কৰচি জয়নাথে ক'লে।

সদ্ৰু মাতেৰে গুলেজাই ক'লে, "বৰ বেয়া মানুহ— !"

এনেকুৱা বেয়া মানুহৰ লগত কেলেই আহিছিলা ?" খঙেৰে কোবাদি জয়নাথে ক'লে। গুলেজাই একো নক'লে।

গাড়ী তীব্ৰ বেগেৰে চলিব ধৰিলে।

কিছু দূৰ নিৰবে পাৰ হ'ল।

"এতিয়া বাৰু ৰাতি কিমান হ'ল।" গুলেজাই সুধিলে।

"তোমালোকৰ ঘৰ কোন খিনিত ?" জয়নাথে সুধিলে। নিজৰ হাতৰ ঘড়ীটোলৈ চাই জয়নাথে ক'লে, "বাৰ পঞ্চলিশ।"

"বহুত ৰাতি হ'ল। বৌতিয়ে বৰ চিন্তা কৰিব। ড্ৰাইভাৰ—"

"কি ?"

"তুমি কনক গোঁহাই চাৱৰ ঘৰ চিনি পোৱা ?"

"পাওঁ। তেওঁলোকৰ ঘৰ আমাৰ ঘৰৰ পৰা বেছি দূৰত নহয়। আমাৰ ঘৰ মোহনপুৰ বাগিচাত।"

"মই এতিয়া আৰু আমাৰ ঘৰলৈ নেযাওঁ। ইমান ৰাতি গাড়ীৰে অকলে ক'ৰবাৰ পৰা অহা বুলি কথাটো জনাজানি হলে বেয়া কথা হ'ব। তুমি মোক গোঁহাই চাৱৰ ঘৰতে নমাই দিয়া। ঘৰটো চিনি পাবা নহয় ?"

"চাৱৰ ঘৰ বাটৰ কাষতে। পিছে ঘৰত জানো তোমাক কোনোবাই নিবিচাৰিব ?"

"ঘৰত বৌতিহে আছে, আৰু কোনো নাই। তুমি কাম এটা কৰিব পাৰিবানে ?"

"মোক চাৱৰ ঘৰতে নমাই, যদি বেয়া নোপোৱা তুমি আমাৰ বৌতিক মনে মনেৰে কবাগৈ যে মই গোঁহাই চাৱৰ ঘৰতে আছো। দুই এদিন চাৱৰ ঘৰতে থাকিম, মো কাৰণে কোনো চিন্তা কৰিব নেলাগে। শালনী গাঁৱৰ সিটো মূৰে মছজিদটোৰ পৰা অলপ নিলগতে আমাৰ ঘৰ। ঘৰৰ আগতে তিনি জোপা নাৰিকল গছ আছে। পিছে— "

"আৰু কিবা কৰিব লাগিবনেকি।" জয়নাথে সুধিলে।

"তোমাৰ গাড়ীৰ ভাড়াটো মই আজিয়ে দিব নোৱাৰিম। গোঁহাই চাৰ যদি ঘৰত আছে। তেওঁৰপৰা লৈ দিব পাৰিম কিজানি।"

জয়নাথৰ কিজানি তেতিয়াও খং আছিল। সি ক'লে, "চন্দ্ৰৰ বাচ্চা হিদাৰত ঠিকাদাৰৰ বেগটো গাড়ীতে আছে। তাত তিনি বটল বিলাতী মদ আছে। সেইকেটা বেচিলে, দুগুন ভাড়া ওলাই যাব। ভাড়াৰ কথা তুমি ভাবিব নেলাগে।"

জয়নাথে গাড়ী আনি কনক গোঁহাইৰ ঘৰৰ আগত ৰখালে আৰু গুলেজাক গাড়ীৰ পৰা নামিবলৈ ক'লে।

কনক গোঁহায়ে কোৱা এই গোটেই কথাখিনি গফ্‌ৰ আৰু আইকণে বৰ মনোযোগেৰে কাণ পাতি শুনিলে। এই সকলো কথা আইকণেও নেজানে। গুলেজাই ইমানবোৰ কথা মাককো কোৱা নাছিল। কেৱল গোঁহায়েহে জানে।

আৰু এখন পটহিওৱা তামোল মুখত ভৰাই কনক গোঁহায়ে ক'লে, "তোমালোকৰ মানুহবোৰো এনেকুৱা। গাঁৱৰ ছোৱালীজনী ঘৰৰ পৰা নোহোৱা হৈছে, কাৰো বিচাৰ-খোচাৰ এটা নাই। এতিয়া নিজে আহি ঘৰ ওলোৱাৰ পিছত আহিছে তাইৰ বিচাৰ কৰিবলৈ। মোৰ ঘৰতে সোমাব লাগে বুলি তাইৰ মনত তেতিয়া খেলালে বুলিহে। আৰু জয়নাথৰ নিচিনা ভাল ড্ৰাইভাৰ আছিল বুলিহে। তিনি পৰ ৰাতি অকলে অকলে গাড়ীৰে আহি ঘৰ ওলোৱাহিহেতেন, পিছদিনা গোটেইখন হৌজাল-বৌজাল নহ'লহেঁতেন জানো? গুলেজাই ভালেই কৰিলে।"

গুলেজা ভিতৰৰ পৰা ওলাই আহিল। "চাৰ, এইবোৰ কথা আৰু সকলোকে ক'ব নেলাগে।"

তাইৰ মুখলৈ চাই গফুৰে ক'লে, "তই এজনী জনা বুজা ছোৱালী। দিদাৰতৰ নিচিনা মানুহ এটাৰ কথাত পতিয়ন যাব নেলাগিছিল। হওতে, তাক তইঁতে ভালকৈ নেজান। এতিয়া কামালে কথাবোৰ জানিব পাৰিলে সি বা কি ভাবে। সি হবলা এতিয়া ইয়াত নাই। ভাগ্যে টেক্সীৰ ড্ৰাইভাৰটো ভাল মানুহ বুলিহে। বাগনৰ বন্দুৱাৰ ল'ৰা হ'ল কি হ'ল, সি নহৈ যদি অন্য কোনোৱা এটা বেয়া ড্ৰাইভাৰ হ'লহেঁতেন।"

গুলেজাই একো নেমাতিলে।

সেইদিনাৰ দুৰ্যোগৰ ৰাতিটোৰ কথা তাইৰ মনৰ পৰা আঁতৰ হোৱা নাছিল। কামালে তাইক ভুল বুজিব বা সন্দেহ কৰিব বুলিও তাইৰ কোনো দুঃচিন্তা নাছিল। কিন্তু দিদাৰতৰ লগত তাইৰ ফটো তোলাবলৈ যাবলৈ তাই হঠাৎ কিয় মান্তি হৈছিল, আজিও তাই ভালকৈ বুজিব পৰা নাই। দিদাৰতৰ বয়সৰ পা-পৰিয়াল থকা, দুৰ্ণাম্নিয়া সম্পৰ্কও থকা বয়সীয়া মানুহ এটাৰ মনত ইমান লেতেৰা আৰু কুৎচিত ভাব থাকিব পাৰে বুলিও, তাই সন্দেহ কৰা নাছিল। গুলেজাৰ বৰ অনুতাপ হ'ল। ইমান ডাঙৰ এটা ভুল তাই কিয় কৰিলে ভাবি ভাবি তাই চিন্তিত হৈ পৰিল।

আইকণে ক'লে, "তাইৰ যে মাষ্টৰৰ ঘৰতে থাকি যোৱাৰ বুধিটো মনত খেলালে। মাষ্টৰে তাইক স্কুলত পঢ়াইছিল। তাই গোটেই জীৱনটো মাষ্টৰৰ ঘৰতে থাকি গলেও মোৰ কোনো চিন্তা নাই। মাষ্টৰক কোনে নেজানে?"

কনক গোঁহায়ে ক'লে, "তোমাৰ জীয়েৰক মোৰ ঘৰত গোটেই জীৱন ৰাখিবলৈ মোৰ কি গৰজ পৰিছে? কামাল বোম্বাইৰ পৰা ঘূৰি আহক। এইৰ বিয়াখন পাতি দিব লাগে। তাৰ পিছত সিহঁত দুটা মকালৈ যায়, বিলাতলৈ যায় গৈ

থাকিব। পিছে মই যাও। বিটায়াৰ কৰিলো বুলি মোৰ একো কাম নাই বুলি ভাবিছাহঁকনে কি? উঠো আৰু—"

গুলেজা গোঁহাইৰ কাষ চাপি আহিল। আৰু ক'লে, "মই কেইদিনমান ঘৰত নথকাৰ কাৰণে, গাঁৱৰ মানুহবোৰে কিবাকিবি কথা কৈছে চাৰ। মই এতিয়া কি কৰিম?"

"মই ঢোল বজাম, তই নাচিবি, তহঁতৰ গাঁৱৰ মানুহবোৰে তবধ লাগি চাব, যেয়ে যিহঁকে কওক, তহঁতে একো নেমাতিবি।"

"ঠিকাদাৰৰ কথাবোৰ কম নে নকম?"

"কলিয়েই জানিবা, কোনোবাই তোৰ কথা বিশ্বাস কৰিব জানো? সি সকলো মিছা বুলি ক'ব। মদাহী মানুহে মদৰ নিচাত থকা সময়তহে সঁচা কথা কয়। তই তাৰ সমান মিছা কথা ক'ব নোৱাৰিবি।"

"আইকণ, মই যাও। জীয়েৰ কেইবাদিনো মোৰ ঘৰত থাকিল। কোনোবা দঢ়ীয়া মৌলবী এটা মতাই আনি গুলেজাৰ পৰাচিত কৰাই পেলাবি। আমাৰ ঘৰটোও গোবৰ-পানী চটিওৱাই মই শুচি কৰাই ল'ম। তৌবা তৌবা, মানুহবোৰ যে ইমান জানোৱাৰ হৈ যাব পাৰে। গফুৰ বহা, মই যাওঁ।"

কনক গোঁহাই যোৱা দেখি, গফুৰো বহাৰ পৰা উঠি ভিতৰলৈ গ'ল।

অলপ আঁতৰত থকা ল'ৰা দুটামান গোঁহাই যোৱা দেখি চোতাললৈ সোমাই আহিল।

"কথাবোৰ আমি সকলো শুনিলো। ক'ৰ দিদাৰত, তাক এপিটন দি ঠিক কৰি দিওনে কি? সি বেটা ইমান বজ্জাত, মদো খায় আৰু—"

আইকণে ক'লে, "যি হৈছে হৈছে। তহঁতে আৰু গণ্ডগোল নলাগাবি। খুচৰি খুচৰি কোনোবাই কিবাৰ ঠাইত কিবা উলিয়াবগৈ।"

গুলেজ'ই ক'লে, "তহঁতে পাৰিলে এবাৰ সেই জয়নাথে নামৰ ড্ৰাইভাৰটোক বিচাৰিবি চোন। লগ পালে মই মাতিছো বুলি কবি?"

"তাকনো কেনেকৈ চিনি পাম? টেক্সী খনৰ নম্বৰ জান জানো?"

গুলেজাই ক লে, "সকলো জানো, গোঁহাই চাৰৰ ঘৰত মোক নমাই থৈ জয়নাথে তাৰ নাম-ঠিকনা সকলো মোক দি গৈছে। তাৰ ঘৰ মোহনপুৰ চাহ-বাগিচাত। তাক তাৰ সকলোৱেই চিনি পায়—জয়নাথ তাঁতী। ৰাতিপুৱাই টেক্সীখন লৈ ওলাই যায়, ৰাতি ঘূৰি আহি সোমাইহি। গাড়ীখন সেই বাগানৰে মেনেজাৰৰ। তেওঁ এখন নতুন গাড়ী ললে। এইখন টেক্সি কৰি দিলে?"

"জয়নাথকনো কেলেই বিচাৰিছ?"

"কাম আছে। পিছত কম। গোঁহাই চাৰে যে আমাক গালি পাৰে, এনেয়েনে?"

"চাৰৰ মুখখনহে একাচেকা, মনটো বৰ কোমল? আমাৰ মানুহবোৰৰ কাৰোবাৰ কিবা বেয়া এটা দেখিলে, চাৰে বৰ বেজাৰ পায়।"

"বাৰু, তহঁতে গোঁহাই চাৰক চাৰ্টিফিকেট নিদিলেও হ'ব। তেওঁ সকলোকে ভাল পায়, সেই কাৰণে আমাৰ ভাল নেদেখিলে তেওঁ বেয়া পায়। তহঁত ৰবাধৰি যা, এইবোৰ কথাৰ যে ভাগ লৈ ফুৰিছহি তহঁতৰ জানো একো কাম-বন নাই ?"

ল'ৰাবোৰৰ মাজতে মকবুলে নামৰ দুষ্ট ল'ৰাটোও আছিল। সি ক'লে, "মই আকৌ ভাবিছিলো বোলো আৰব-চাৰবলৈ গলে তই ক'ৰবাত হেৰাই যাবি, পিছে বিদেশলৈ নৌ যাওতেই তই এবাৰ হেৰাইছিলিয়েই আৰু—"

"এৰা, মই হেৰাইছিলো আৰু তই মোক বিচাৰি উলিয়াইছিলি। যা, যা, কথা ক'বলৈ নাহিবি।"

"হেৰ, তই হেৰাইছিলি যদি, 'হেৰা মই হেৰাই গলো মোক বিচাৰিহি' বুলি নিচিঞৰিলি কেলেই ? তই চিঞৰি নক'লে, তই যে হেৰাইছিলি আমি কেনেকৈ জানিম ?" মকবুলে ক'লে।

"চুপতি কৰাৰ বাহিৰেনো অন্য কি কৰিব পাৰ তহঁতে ?" গদুলেজাই ক'লে।

"আমি বিয়াত দৰা আদৰিবও পাৰো, আৰু বিয়া খাবও পাৰো—মাতকেই বা নেমাতকেই। তহঁতৰ বিয়ালৈ যে মাতিবি আশা নাই। সেই দেখি বিয়াৰ দাৰাতটো আগতে লৈ থলো। এতিয়া যাও বাৰু " কৈ মকবুলহঁত গ'লগৈ।

## চৈধ্য

মাজে-মাজে বাৰ্তাৰ কাকতত বিজ্ঞাপন ওলায় মধ্য-এচিয়াৰ কোনোবা দেশত—চৌদী আৰব, কুৱেইট, লিবীয়া, ওমান—এনেকুৱা কিছুমান দেশত নানা কাম ওলাইছে। কিছুমান ল'ৰাৰ কিছুমান এনেকুৱা দেশৰ নাম প্ৰায় মুখস্থ হৈ গৈছে। যদিও কোনখন দেশ ক'ত বহুতে নেজানে। ডাক্তৰ, বৈজ্ঞানিক, ইঞ্জিনিয়াৰকে আৰম্ভ কৰি যোগালী, ভাত-ৰান্ধনী, মেকানিক আদি কাম কৰিবৰ কাৰণে সেই-বোৰ দেশত মানুহ লাগে। কিছুমান সেইবোৰ দেশৰ তৰফৰ পৰা প্ৰচাৰ কৰা বিজ্ঞাপন, কিছুমান সেইবোৰ দেশত কামৰ ব্যৱস্থা কৰি দিব বুলি এই দেশৰ কিছুমান ফাৰ্ম', অনুষ্ঠান বা সংস্থাই প্ৰচাৰ কৰা বিজ্ঞাপন, আবেদনৰ ফৰ্ম' বিচাৰি কিছু আগধনেৰে সৈতে দৰখাস্ত কৰিব লাগে। দিল্লী, বোম্বাই, পাঞ্জাব আদিতেই এনেকুৱা কোম্পানী বেছি। টকা দি লেখালেখি কৰিলে ফৰ্ম' আহে।

তাৰ পিছত নিস্তব্ধতা।

লেখালেখি কৰিলেও কোনো উত্তৰ নাহে। দিল্লী পাঞ্জাবলৈ যোৱা কোনোবাই

খবৰ কৰিলে, একো বিচাৰি নেপায়। কোনোৱে কোনো সম্ভেদো দিব নোৱাৰে। কোনোবাই মুখ টিপি হাঁহে মাথোন। টকা মৰা পৰে, তথাপি বহুতে দৰ্খাস্ত দি আশা পালি বহি থাকে, আজি নহয়, কালিলৈ কিজানিবা কিবা খবৰ আহেই।

এদিন শালনী গাঁৱৰ কেইটামান ল'ৰা সিফালৰ দেৱকান্ত ফুকন হাইস্কুলৰ শিক্ষক কাৰ্তিক বৰ ফুকনৰ ঘৰলৈ গ'ল। বৰফুকনে মাষ্টৰী কৰাৰ উপৰিও দুখন বাতৰি কাকতলৈ সংবাদ পঠিয়ায়। তেওঁ এজন সাংবাদিকো। তেওঁ ইংৰাজীৰ মাষ্টৰ, ইংৰাজী ভাল লিখে, অসমীয়াও লিখিব পাৰে ভালেই। মাজে মাজে বাতৰি-কাকত আলোচনীত দুই এটা প্ৰবন্ধও লিখে।

গাঁৱৰ গতি মন্দাক্ৰান্তা, মন্থৰ। নগৰৰ নিচিনা বৈচিত্ৰ, চাঞ্চল্য, সভা-সমিতি, দুৰ্ঘটনা, ৰাজনৈতিক কাৰ্যকলাপৰ ব্যস্ততা গাঁৱত নাই। গতিকে কাৰ্তিকৰ চাঞ্চল্য-কৰ বাতৰি পৰিবেশন কৰাটো সদায় হৈ নুঠে। বিষয়বস্তুৰ নাটনি হয়, মাজে মাজে ডালপাত জোৰা দিয়া কথা সংবাদ কৰি লিখি পঠিয়ায়। কোনোবা মানুহ গছৰ পৰি ক'কাল ভগাটো ব্যতৰি কাকতৰ খবৰ হ'ব নোৱাৰে। কচু খাব্দোতে বা উই হাফলু ভাঙোতে কাৰোবাক বৰ'লে বা কোদোৱে কামোৰাটাও খবৰ নহয়, বজাৰত খোৱা-বস্তুৰ দাম অত্যাধিক বঢ়াটো এবাৰবা দুবাৰ খবৰ হ'ব পাৰে, তাৰ বেছি নহয়। হামিদ আৰু হৰেশ্বৰৰ মাজত লগা কাজিয়াখন হিন্দু-মুছলমানৰ মাজৰ ভয়ঙ্কৰ সাম্প্ৰদায়িক সংঘৰ্ষ বুলি বাতৰি পঠিয়ালে, প্ৰথম পৃষ্ঠাৰ বাতৰি হয়। অনুসন্ধান কৰিবলৈ পুলিচ আহে— এসপ্তাহৰ পিছত অৱশ্যে। কিন্তু বাতৰিটো অসত্য বুলি ৰিপৰ্ট দিয়ে। আৰু হামিদ আৰু হৰিশ্বৰে কেলেই কাজিয়া কৰিছিল বুলি দুটাঙোনমান দুয়োটাকে দিওগৈবুলি গৈ যেতিয়া দেখে সিহঁত দুয়োটাই একে লগে বিড়ি খাই বহি আছে, তেতিয়া লগ পালে সাংবাদিক জনকে মিছা বাতৰি প্ৰচাৰ কৰি পুলিচক এনেই দৌৰোৱাৰ কাৰণে কাৰ্তিক বৰফুকনক সতৰ্ক বানী শুনোৱাই থৈ আহে। ৰাইজেও তেওঁক গৰিহণা দিয়ে

দেওবাৰ আছিল। কাৰ্তিক বৰফুকন ঘৰতে আছিল। ল'ৰাকেটাই গৈ তেওঁক লগ ধৰিলে, নিজৰ ব্যস্ততাৰ মাজতো বৰফুকন সিহঁতৰ লগত দহ মিনিট সময় আলোচনা কৰিবলৈ মান্তি হ'ল।

বৰফুকনে পাকে-প্ৰকাৰে ল'ৰাকেটাক বুজালে যে তেওঁ চৰকাৰ বিৰোধী মানুহ। তেওঁ লেফটিষ্ট জাৰ্ণেলিষ্ট, চৰকাৰ বিৰোধী হলেই যে বামপন্থী ৰাজনীতিৰ মানুহ নহবও পাৰে এই কথা বৰফুকনে নেমানে।

বৰফুকন ল'ৰাকেটাৰ সমস্যাৰ কথা শুনিবলৈ অমান্তি নহ'ল। এনেকৈ সদলবলে আহি তেওঁক কিবা সমস্যা বা অভিযোগৰ কথা জনালেই তেওঁ ভাল পায়, নিজকে তেওঁৰ এজন নেতা যেন লাগে। আৰু তাৰ মাজতে, মই 'সাংবাদিক মানুহ', মই জাৰ্ণেলিষ্ট মানুহ বুলি সোঁৱৰাই থাকিবলৈ নেপাহৰে।

"কিবা হৈছেগৈনে তোমালোকৰ।" ল'ৰাকেটাক বহিবলৈ দি আৰু নিজেও তেওঁৰ

নিজা চকীখনত বহি লৈ কাৰ্তিক বৰফুকনে সুধিলে। কথাবাৰ তেওঁ এনে ধৰণে ক'লে যেন সিহঁতৰ সমস্যাটোৰ কথাকে তেওঁ সদায় চিন্তা কৰি আছে।

"এতিয়ালৈকে একো হোৱাগৈ নাই, চাৰ।"

"কেনেকৈ হ'বহে। নিবনুৱা সমস্যাৰ সমাধানৰ কাৰণে চৰকাৰৰ কি কংক্ৰীট আঁচনি আছে। মন্ত্ৰী; এম. এল. এ. সকলো নিজৰ চাকৰিলৈ ব্যস্ত। তোমালোকৰ কথা কোনে চিন্তা কৰে? তোমালোকেই দিনে-ৰাতিয়ে খাটি ভোট জোগাৰ কৰি দি এম. এল. এ, মন্ত্ৰী কৰি পঠিয়ালা এতিয়া পাইছা সোৱাদটো। কেইটাক দিছে চাকৰি? কেইটাই পাইছে কাম? আনএমপ্লয়মেন্ট দিনে দিনে ভয়ঙ্কৰভাৱে বাঢ়িছে। চৰকাৰে বক্তৃতা দিয়ে আৰু একো কৰিব নোৱাৰে। চৰকাৰে ল'ৰা ফচুলুৱা প্ৰতিশ্ৰুতিৰে ভৰা লম্বা-লম্বা ষ্টেটমেন্ট বাহিৰ কৰে। কামত কি হৈছে? লাখ লাখ নিবনুৱা। অভাব-অনাটন বাঢ়িছে, চুৰি-ডকাইতি, হত্যা মাৰ্ডাৰ বাঢ়িছে। মই জাৰ্ণেলিষ্ট মানুহ এইবোৰ সহ্য কৰিব নোৱাৰো জানিছা। মই লিখিয়ে আছো, এইটো চৰকাৰে দেশৰ কোনো সমস্যাৰে সমাধান কৰিব নোৱাৰে, নিবনুৱা সমস্যাতো আৰু নোৱাৰে। এইটো চৰকাৰ ভাঙা, নতুন চৰকাৰ পাতা। নহলে তোমালোকৰ একো নহ'ব, সকলো জহন্নামে যাব।"

এজাউৰি গৰম বক্তৃতা দিলে কাৰ্তিক বৰফুকনে। ল'ৰাকেটাই নিথৰে শুনি থাকিল একো নক'লে।

অলপ শান্ত হৈ বৰফুকনে ক'লে, "মই সাংবাদিক মানুহ। চৰকাৰটোৱে ইকনমিক্স বুজি পাব লাগে। চৰকাৰে জানিবা শ্ৰমিকৰ দৰমহা বা দিন হাজিৰাৰ নিৰিখ বান্ধিয়ে দিলে। শ্ৰম কিনোতাই যে সেই নিৰিখত শ্ৰমিকক কামত নিয়োগ কৰিবই তাৰতো কোনো বাধ্যবাধকতা বান্ধি দিয়া নাই। নিৰ্দিষ্ট নিৰিখত শ্ৰমিকে কাম কৰিবলৈ বাধ্য হ'ব লাগিব, কোনোৱে কাম নকৰো বুলিব নোৱাৰিব। আন হাতে যাৰ কাম কৰাবলগীয়া আছে, সিও কাম নকৰাও বুলিব নোৱাৰিব, নিবনুৱা শ্ৰমিকক বহুৱাই থব নোৱাৰিব। কৰকচোন এনেকুৱা আইন, মই জাৰ্ণেলিষ্ট মানুহ। মই কৈছো, সমস্যাৰ সমাধান নহৈ প'ৰে? সকলো নিবনুৱাক কাম দিব লাগিলে অভাৰটাইম বন্ধ কৰক। টাইমত কাম কৰি শেষ নকৰি, অভাৰটাইমত কৰিবলৈ থৈ দিয়া মানুহবোৰক বিদায় দিয়ক।"

বৰফুকনৰ বক্তৃতা শেষ নহ'ব যেন দেখি ডেকা এটাই ক'লে, "চাৰ, আমাৰ লিখাপঢ়া বেছি নাই। দেহাৰ মেহনতৰ বাহিৰে আমাৰ বেচিবলৈও একো নাই। আমাৰ দেশত আমাৰ লেবাৰ কিনোতা নাই, সেই দেখিহে বিদেশলৈ যাব খুজিছো। শুনিছো, তাত মানুহৰ লেবাৰৰ দাম আছে। তালৈ যাব পাৰিলে কিজানি আমি জীয়াই থকাৰ এটা উপায় পাম।"

মূৰ জোকাৰি কাৰ্তিক বৰফুকনে ক'লে। "ওঁ-হো মই জাৰ্ণেলিষ্ট মানুহ, কথা টোতো ভাল কথা নহয়। আমাৰ দেশৰ ডেকাহঁতে আমাৰ দেশৰ শ্ৰম শক্তিৰে

আমাৰ দেশহে নিৰ্মাণ কৰিব লাগে। নিজৰ দেশৰ পৰা গৈ নিজৰ শ্ৰমেৰে লোকৰ দেশ নিৰ্মাণ কৰা—সেইটো ভাল কথা নহয়। আমাৰ দেশত ঢোদে আলি বান্ধিছিল সিহঁতৰ নামে ঢোদৰ আলি আজিও বৈ গ'ল। আৰব, ইজিপ্ত, কুৱেইটলৈ গৈ, আমাৰ দেশৰ গফুৰ-চফুৰে আলিবাট বান্ধিলে, সেই আলিবাটৰ নাম গফুৰ আলি চফুৰ আলি বাখিবনেকি ? মই সাংবাদিক মানুহ। সেইবোৰ দেশৰ বন্দুগীত কি লিখিব জানো ? লিখিব—আমাৰ দেশৰ এইবোৰ আলিবাট বান্ধিবৰ কাৰণে, এইবোৰ দালান, অট্টালিকা সাজিবৰ কাৰণে, ভাৰত নামে এখন দেশৰ, অসম নামে এখন ৰাজ্যৰ হেজাৰ হেজাৰ বন্দুৱা আনি কামত লগোৱা হৈছিল। সেই খাবলৈ নোপোৱা নিবনুৱা মানুহবোৰক কাম কৰাৰ সুযোগ দি আমাৰ দেশে সিহঁতক অভাৱ-অনাটন দুৰ্ভিক্ষ আৰু মৃত্যুৰ পৰা ৰক্ষা কৰিছিল। মই জাৰ্ণালিষ্ট, সেইটো আমাৰ দেশৰ কাৰণে ভাল কথা হবনেকি ?"

আন এটা ডেকাই ক'লে, "চাৰ আমি য'তে কাম পাও তালৈকে যাম। যিয়ে যি ভাবক, আমাৰ লে'বাৰৰ দাম পালেই হ'ল।"

"তোমালোকে কথাটো ভালকৈ বুজা নাই। মই সাংবাদিক। অন্য পণ্য দ্ৰব্য, মানে বিক্ৰীমাল আৰু কায়িক শ্ৰম মানে, ফিজিকেল লেবাৰৰ মাজত এটা ডাঙৰ পাৰ্থক্য আছে। মই জাৰ্ণলিজম কৰো ময়ো মেণ্টেল আৰু ফিজিকেল লেবাৰ বা শ্ৰম বেচো। কোনোটোৰে পাবলগা উচিত দাম নেপাও। অন্য বস্তু বেচা আৰু লেবাৰ বেচা একে নহয়। তোমালোকে বুজিব নোৱাৰিবা। অন্য পণ্য দ্ৰব্য বেচিলে নোহোৱা হৈ যায়। বেচোতাৰ হাতৰ পৰা কিনোতাৰ হাতলৈ যায়। যেনে এক কেজি নিমখ। মই বেচিলো, তুমি কিনিলা। মোৰ হাতত নোহোৱা হৈ গ'ল। কিন্তু লেবাৰ বেচিলে, শ্ৰম বেচিলে, নোহোৱা হৈ নেযায়। লেবাৰৰ ফলটো বা প্ৰভাৱটোহে কিনোতাই পায়, শ্ৰমশক্তি শ্ৰমিকৰ গাতে বৈ যায়। মই জাৰ্ণেলিষ্ট। চৰকাৰে এইবোৰ ইকনমিক্স বুজি পাব লাগে। পিছে তোমালোক মোৰ ওচৰলৈ কিয় আহিলা ? এনেই অহা নাই নিশ্চয়। মই সাংবাদিক—"

"চাৰ, আপুনি কাগজত লিখক চোন যে আমাৰ যিবোৰ ল'ৰাই আমাৰ দেশত কাম নেপায়। সিহঁতক অন্য দেশত কাম কৰিবৰ কাৰণে চৰকাৰে ব্যৱস্থা কৰি দিব লাগে। আমাৰ চৰকাৰে বিদেশত আমাৰ দেশৰ নিবনুৱাৰ কাৰণে কামৰ জোগাড় কৰি দিব লাগে - লিখকচোন চাৰ—"

গহীন হৈ কাৰ্তিক বৰফুকনে ক'লে, "হঁহুৱাগা। যিটো চৰকাৰে নিজৰ দেশতে তোমালোকৰ কাৰণে একো কৰিব নোৱাৰে, সেইটো চৰকাৰে অন্য দেশত তোমালোকৰ কামৰ ব্যৱস্থা কৰি দিব ? মই জাৰ্ণেলিষ্ট, মই পেপাৰত লিখিলেও একো নকৰে, একো কৰিব নোৱাৰে, ইম্পচিবোল। এই চৰকাৰটো ভাঙা, এইটো চৰকাৰ থাকে মানে অন্য একো সম্পদ-সম্পত্তি বঢ়াব নোৱাৰে, বঢ়াব পাৰিব নিবনুৱাৰ সংখ্যা। 'আগৰকাঠৰ' বজাৰখন কি হ'ল ? চলিছেনে নাই ? মন্দা নে বন্ধ ?"

"বন্ধ বুলিয়ে ক'ব পাৰি।"

"কিয় ? প্ৰডিউচাৰ নাই নে কনজিউমাৰ নাই ? মানে সাংবাদিকতা কৰি—"

"হাবিত সাঁচি গছ নাই বুলি চৰকাৰে আগৰ মহল বন্ধ কৰি দিছে। এতিয়া কাৰবাৰ বন্ধ। কোনোবাই নগা পাহাৰৰ পৰা, কোনোবাই বাৰ্মাৰ পৰা চোৰাংকৈ অলপ অলপ কাঠ আনি কোনোমতে কাৰবাৰ চলাইছে। একো লাভ হোৱা নাই। চাৰ, এই কথাটোও পেপাৰত লিখকচোন।"

"মই পেপাৰত লিখিলে অসমৰ হাবিত সাঁচি গছ গজিবনেকি ?" বৰফুকনে ক'লে।

"মহল চলিবলৈ দিলে মানুহবোৰে মুকলিকৈ কাৰবাৰ কৰিব পাৰিব। চোৰাংকৈ মাল বিচাৰি নুফুৰিলেও হ'ব। তাকে কৰি কিছুমান মানুহ চলিব পাৰিব।"

"নহ'ব, জানিছা, নোৱাৰিব। এইটো চৰকাৰে নোৱাৰিব। যিটো চৰকাৰে ইমান ফৰেষ্ট থাকোতে এজোপা সাঁচি গছ গজাব নোৱাৰে, সিও এটা চৰকাৰ ? মানুহে টপা মুৰত চুলি গজাইছে, চৰকাৰে টকলা মাটিত গছ পুলি এটাও গজাব নোৱাৰে ! মই জাৰ্ণেলিষ্ট। ফৰেষ্ট ডিপাৰ্টমেণ্টৰ যে বিয়াগোম বিয়াগোম মন্ত্ৰী অফিচাৰ আছে, সিহঁতে কোনোবাই কেতিয়াবা সাঁচি গছ চকুৰে দেখিছে ? মই সাংবাদিক, ময়ো সাঁচি গছ ভালকৈ চিনি নেপাও অৱশ্যে—গছজোপা বাৰু—"

"আমি চাৰ আগৰ কাঠৰ কাৰবাৰ বাদেই দিছো। কাম বিচাৰি বিদেশলৈ যাবলৈ ওলাইছো। আমাৰ হৈ আপুনি যদি পেপাৰত জোৰ দি লিখে—"

অলপ চিন্তা কৰি কাৰ্তিক বৰফুকনে ক'লে, "ও", এটা ভাল ষ্টৰি হ'ব। বাৰু, মই ডাটা কলেক্ট কৰি লও। মই জাৰ্ণেলিষ্ট, মই লিখিম। কিন্তু তোমালোকৰ এই চৰকাৰটোৱে কিবা বুজি পাব জানো ? আমাৰ পেপাৰ বহুত মন্ত্ৰীয়ে নপঢ়েই। বুজি পালেহে পঢ়িব ! বাৰু, তোমালোক এতিয়া যোৱাহক মোৰ এখন মিনিষ্টাৰৰ মিটিং কভাৰ কৰিব লগীয়া আছে। স্পীচটো আগতে মই লিখি নিম বুলি ভাবিছো। মিটিংখন মবাইল লাইব্ৰেৰীৰ বিষয়ে। কিন্তু আই, এম এ জাৰ্ণেলিষ্ট। কোনোবাই হয়তো মবাইল থিয়েটাৰৰ বিষয়ে দুঘণ্টা বক্তৃতা দি দিব। মই নগলোৱেইহেঁতেন। মন্ত্ৰীজন আকৌ মোৰ বন্ধু, অল্ড ফ্ৰেণ্ড। মই জাৰ্ণেলিষ্ট—"

ইয়াৰ চাৰি দিনৰ পিছত মাতৃভূমি নামৰ বাতৰি কাকতখনৰ প্ৰথম পৃষ্ঠাত এটা ষ্টৰি প্ৰকাশ পালে :-

"অসমত আগৰ কাঠৰ চোৰাং ব্যৱসায় পুৰা দমে চলি আছে। হেজাৰ হেজাৰ মানুহ এই চোৰাং ব্যৱসায়ত লিপ্ত থকা বুলি জানিও চৰকাৰ উদাসীন। এই বিশেষ চোৰাং ব্যৱসায়ত শালনী গাঁৱৰ আগৰ বেপাৰী বিলাক সক্ৰিয়ভাৱে জড়িত বুলি ভুৰথা মহলে বিশ্বাস কৰে। 'আগৰ' 'আতৰৰ' ব্যৱসায়ৰ লগত

জড়িত থকা বহুত স্থানীয় ডেকা ল'ৰা পোনপটীয়া ব্যৱসায় কৰিব্ৰ কাৰণে মধ্য প্ৰাচ্যৰ ধনী মুছলমান দেশবোৰলৈ সমলৰূপে যাবলৈ সাজু হৈছে বুলি জানিব পৰা গৈছে। জানিব পৰামতে আৰবৰ বজাৰত এক কেজি ভাল 'আগৰ কাঠৰ' দাম একলাখ টকা। 'আগৰ' ৰপ্তানি বন্ধ কৰি দি চৰকাৰে ভাল কামেই কৰিছে। 'আগৰৰ' চোৰাং কাৰবাৰ বন্ধ কৰিব নোৱাৰাটো চৰকাৰৰ চৰম ব্যৰ্থতাৰ পৰিচায়ক। অসমৰ আগৰ কাৰবাৰ কৰি লাখ লাখ টকা অৰ্জন কৰা ডেকা মুছলমান ল'ৰাবোৰ আৰবৰ বজাৰলৈ যাবলৈ কিয় উত্ৰাৱল হৈছে, সেই বিষয়েও চৰকাৰে চোকা দৃষ্টি ৰখা দৰকাৰ।"

'মাতৃভূমি'ত প্ৰকাশ হোৱা এই খবৰটো পঢ়ি কামালহঁত বিস্মিত আৰু হতাশ হ'ল। সিহঁতে এটা কথাতে সান্ত্বনা লাভ কৰিলে যে মিছা বাতৰি প্ৰকাশৰ ক্ষেত্ৰত 'মাতৃভূমি' কাকতখন পৃথিৱীৰ ভিতৰতে অন্যতম বুলি বহুতে কয়। আৰু সেইবাবে বাতৰিটোত কোনেও বেছি গুৰুত্ব নিদিলে।

## পোন্ধৰ

কোনো ঠাইত যেতিয়া দুখীয়া মানুহেই সৰহ থাকে, তেতিয়া তাত দুখীয়া হোৱাটো বৰ বিশেষ কথা নহয়। কোন বেছি দুখীয়া, কোন কম দুখীয়া, কোনোৱে তাৰ জোখ-মাপ কৰিবলৈ নেযায়। এনেকুৱা ঠাইত যি কেইঘৰ ধনী মানুহ থাকে, বা এঘৰ-দুঘৰকৈ যেতিয়া তাত ধনীৰ সংখ্যা বাঢ়ি যায়, তেতিয়া তেওঁলোকৰ সা-সম্পত্তিৰ সঁচা বা মনে-সজা পৰিমাণ বা সংখ্যাৰ বিষয়ে আলোচনা হয়। দৰিদ্ৰ অধিক দৰিদ্ৰ হ'বৰ কাৰণে প্ৰতিযোগীতাত নেনামে, কিন্তু ধনী অধিক ধনী হ'বৰ কাৰণে, গোপনে বা দেখ-দেখকৈয়ে সদায় প্ৰতিযোগীতাত নামে। আপোন ভাই-ককাইৰ মাজতো ধনী হোৱাৰ গোপন প্ৰতিযোগীতা চলি থাকে। মনে মনে ঈৰ্ষা হয় বিশৰকৈ জা-জোৱালীৰ মাজত। বাহিৰত তেনে ভাব প্ৰকাশ নকৰিলেও, মনে মনে ঈৰ্ষা-ঈৰ্ষি বাঢ়ি যায়।

শালনী গাঁও, সাধাৰণভাৱে ক'ব লাগিলে অসমৰ অন্য গাঁৱৰ নিচিনাই এখন দুখীয়া গাঁও আছিল। মাটিগিৰীয়া ধনী মানুহ আছিল মুঠেই ছঘৰ। কেইঘৰমান মজলীয়া অৱস্থাৰ মানুহ নথকা নহয়, কিন্তু গৰীবৰ সংখ্যাই আছিল সৰহ। অন্য গাঁৱৰ তুলনাত ইয়াৰ শিক্ষিত মানুহৰ সংখ্যা বৰ কম নাছিল। কিন্তু শিক্ষালাভ সমাপ্ত হোৱাৰ পিছত, গাঁওখনতে সোমাই থাকিব্ৰ সংস্থান নহয়, গতিকে শিক্ষিত ল'ৰা-ছোৱালীবোৰ জীৱিকাৰ সন্ধানত গাঁও এৰি নগৰ-চহৰলৈ যায়গৈ। গাঁৱৰ চাকৰি-বাকৰি পোৱা ল'ৰাবোৰ দূৰে দূৰে থাকে।

যাৰ লিখাপঢ়া একেবাৰে নাই বা বৰ কম সিহঁত গাঁৱতে থাকে, খেতি-বাতি বেহা-বেপাৰ কৰে, আৰু কোনোমতে জীৱিকা নিৰ্বাহ কৰে।

শালনী গাঁৱত আগৰ কাঠ আৰু আঁতৰ তেলৰ ব্যৱসায় ওলোৱাৰ পিছত চাওতে চাওতে গাঁওখনৰ ৰূপ বহুত সলনি হ'ল। এই ব্যৱসায়ত কায়িক শ্ৰমহে দৰকাৰ, বৰ বেছি শিক্ষাদীক্ষা নহলেও চলে।

'আগৰ'ৰ ব্যৱসায়ত ধৰি গাঁৱৰ শিক্ষিত অশিক্ষিত নিৰ্বিশেষে বহুতে পইচাৰ মুখ দেখিলে। গাঁৱতে আগৰৰ কাৰবাৰত হাজিৰা কাম ওলাল। বটালি মৰা, ডেগ চলোৱা, ঢেঁকী দি আগৰ কাঠৰ গুৰি খুন্দা কাম কৰি ল'ৰাবোৰ গাঁৱতে পোহপাল যাব পৰা হ'ল। এনেই বহি থকা ল'ৰা গাঁওখনত প্ৰায় নোহোৱাই হ'ল।

অৱস্থাৰ বিশেষ পৰিৱৰ্তন নহ'ল সেইবোৰ পৰিয়ালৰ, যাৰ ঘৰত কাম কৰিব পৰা বয়সৰ মতা মানুহ বা ল'ৰা নাছিল। এনে পৰিয়ালৰ তিৰোতা আৰু ছোৱালী বিলাকে তাঁত বৈ যিপাৰে দুপইচা উলিয়াইছিল। কিন্তু শিপিনী থাকিলেও, আগৰ নিচিনাকৈ পাট আৰু মুগাৰ সূতা পাবলৈ নোহোৱা হোৱাৰ কাৰণে, কপাহী সূতাৰ কাপোৰ বৈ বিশেষ লাভ কৰিব নোৱাৰিছিল, খেতিৰ মাটি সৰহ নথকা, আৰু ঘৰত কাম কৰিব পৰা মতা মানুহ আৰু ল'ৰা নথকা বিধৱাবিলাকৰ অসুবিধা হৈছিল বেছি। এনেকুৱা সংস্থান নোহোৱা তিৰোতা গাঁওখনত কেইবাজনীও আছিল।

এনে এজনী বিধৱা তিৰোতা আছিল আইকণ। খেতিৰ মাটি তাকৰ, ঘৰত কোনো মতা মানুহ নাই, ল'ৰা নাই, ছোৱালী এজনী গুলেজা। নিজ ভঁড়ালৰ ধানে তিনিমাহমান খাবলৈ জোৰে। তেল-নিমখৰ আৰু নিজৰ ধান শেষ হলে চাউলপাতৰ খৰচ উলিয়াবৰ কাৰণে আৰ-তাৰ ঘৰত কাম কৰি দিয়ে, কপাহী তাঁত একোজুটি লগাই বয়, খেতিৰ বতৰত অইনৰ পথাৰত ৰোৱা-তোলা-দোৱা কাম কৰি দিয়ে। কাৰোবাৰ ধান খুন্দি দিয়ে, কাৰোবাৰ ঘৰত তাঁত বাটি দি দিয়ে। এনেবোৰ কাম কৰি মাক-জীয়েক দুয়ো কোনোমতে পোহপাল যায়। এনেদৰে কষ্ট কৰি দিন কটাবলগীয়া হোৱাৰ কাৰণে আইকণে দুখ-বেজাৰ কৰি নেথাকে। কাম কৰি খাবৰ কাৰণে আল্লাই হাতদুখন দিছে, কাম নকৰি লোকৰ ওচৰত হাত পতাটোহে লাজ পাবলগীয়া কথা। মেহনত কৰি খোৱাত কোনো লাজ নাই। মানুহে মেহনত নকৰা হলে দুনীয়া কেনেকৈ চলিলহেঁতেন ?

গুলেজা দুবছৰীয়া হওতেই বাপেক ঢুকাল। তেতিয়া আইকণ গাভৰুৱেই হৈ আছিল। গাঁৱৰ কোনো কোনো বৰলাই আৰু কোনো কোনো ডেকায়ো আইকণক বিয়া কৰিবলৈ বিচাৰিছিল। আইকণৰ শহুৰেক তেতিয়াও বাচি আছিল। অসুখীয়া অকলশৰীয়া বুঢ়া মানুহ ! খেতি বাতিতো লাগিব নোৱাৰে। আইকণ আঁতৰি গলে বুঢ়া অকলশৰীয়া হ'ব। তেওঁৰ দুখ হ'ব। বিধৱা আইকণ আকৌ বিয়া হ'বলৈ মান্তি নহ'ল। শহুৰেকৰ সেৱা শুশ্ৰূষা কৰা আৰু

গুলেজাক তুলিতালি ডাঙৰ-দীঘল কৰাতে আইকণ লাগি থাকিল। দুবছৰৰ মূৰত শহৰেক ঢুকাল। আইকণ অকলশৰীয়া হ'ল। ইতিমধ্যে গুলেজা অলপ ডাঙৰ হৈ আহিছিল। ওচৰৰ অন্য ছোৱালীৰ লগতে তায়ো স্কুললৈ অহা-যোৱা কৰিব ধৰিলে। গুলেজাক মানুহ কৰাতে আইকণৰ সকলো চিন্তা-যত্ন কেন্দ্ৰীভূত হ'ল। পঢ়ুৱাই শুনোৱাই তাইক এজনী শিক্ষিতা ছোৱালী কৰিব লাগিব, শিকাই বুজাই এজনী ভাল শিপিনী কৰিব লাগিব,' আৰু কথাই-কামে চলনে-ফুৰণে এজনী ভাল ছোৱালী কৰি তুলিব লাগিব যাতে যথা সময়ত তাই এজনী ভাল গৃহিণী হ'বগৈ পাৰে।

বাপেক নাই, ককাইভাই নাই, বাইভনীও নাই, ওচৰত নিজৰ আপোন পৰিয়ালৰ মানুহো নাই, সিহঁতৰ ঘৰটোও গাঁওখনৰ এটা মূৰত। অকলশৰীয়া হৈয়ে গুলেজা ডাঙৰ হ'ব ধৰিলে। মাক আইকণৰ মৰমৰ লগত মিহলী হৈ আছিল কৰ্তৃত্ব, অভিভাৱকত্ব আৰু কিছু কঠোৰতাও। সন্তানৰ প্ৰতি মাকৰ মৰমৰ কোনো বহিঃপ্ৰকাশ নেথাকে, মাকৰ মৰম কথাত প্ৰকাশ নেপায়, বিপদ-বিঘিনিৰ পৰা বিপথে যোৱাৰ পৰা সকলো সময়তে ৰক্ষণাবেক্ষণ দি আগুৰি ৰাখি ভাষা নোহোৱা মৰমৰ মাজেদি সন্তানক মানুহ কৰাৰ নামেই মাতৃস্নেহ। আইকণে তাকে কৰিবৰ যত্ন কৰিছিল। তাকে কৰিছিল। এই কাৰণেই কম বয়সতে গুলেজা হৈ উঠিছিল এজনী নিৰ্ভীক, স্বাধীন চিতীয়া, সদা প্ৰফুল্ল, ৰাংঢালী আৰু ৰঙীয়াল ছোৱালী। অভাৱ অনাটন থকা সত্ত্বেও, তাই মাথোন হাঁহিবলৈ শিকিছিল। মাকে তাইক কোনোদিন বেজাৰ কৰিবলৈ নিদিছিল। মন মাৰি থাকিবলৈ নিদিছিল। তাইৰ স্বাস্থ্যই আৰু তাইৰ বয়সেও তাইক দুখবেদনাক চিনি পাবলৈ নিদিছিল। গাঁৱৰ বহুতে কোৱাকুই কৰিছিল যে আইকণে গুলেজাক এটা ল'ৰা তোলাদি হে তুলিছে। কান্ধত নাঙল যুঁৱলী লৈ পথাৰত হাল বাবলৈ নগলেও, গুলেজাই ঘোৰা-তোলা কৰিবলৈ, খেতিৰ কামত লাগিবলৈ ভয় নকৰিছিল। বেয়াও নেপাইছিল। দীঘল ডাঁৰিকী লৈ বগৰী, আম পাৰিবলৈ যিদৰে ভয় নকৰিছিল, তেনেকৈ আম মধুৰী গছত উঠি মধুৰী নিজ হাতে পাৰি খাবলৈকো ভয় নকৰিছিল। লাহনী খোকা লৈ গৈ, সৰু, টোকনি পুখুৰী সিঁচি তাই নিজেই মাছ ধৰি আনিছিল। জকাই বাই মাছ ধৰাটো তাই আছিল অন্য ছোৱালীতকৈ আগবঢ়া। তাই সাহসী আছিল, কিন্তু উদণ্ড নাছিল। দুপৰ ৰাতি হাঁপা, শিয়াল সোমাই, গড়ালৰ পৰা হাঁহ-কুকুৰা, নিব খোজাৰ গম পালে, তাই অকলেই হাতত দা এখন আৰু লেম এটা লৈ হাঁপা-শিয়াল খেদি যাবলৈ ভয় নকৰিছিল। এনেবোৰ কথাৰ কাৰণেই গাঁৱৰ কোনো কোনো ল'ৰাই তাইৰ নাম দিছিল গুলেজাৰ চিকাৰী। বিশেষকৈ তাইৰ সমনীয়া নজিৰ নামৰ ল'ৰাটোৱে তাইক এনেকৈ গুলেজাৰ ঠাইত গুলেজাৰ বোলাৰ কাৰণে তায়ো তাৰ নাম দিছিল নজিৰা বেগম।

অৱশ্যে সাধাৰণ নিৰ্দোষ চুপতি বা কথা কটাকটি লাগিলেও গুলেজাই কাৰো লগত হাই-কাজিয়া নকৰিছিল। সকলোৱে বুজিছিল যে তৰ্কবাদ কৰি তাইৰ লগত সহজে কোনো জিকিব নোৱাৰে।

গুলেজা গাভৰু হ'ল। গাই-গাঢ়িয়ে, কথাই-বতৰাই তাই চকুত লগা ধুনীয়া হ'ল। পঢ়া-শুনাত বৰ চোকা নহলেও, তাই প্ৰতি বছৰে ভালকৈয়ে পৰীক্ষা পাছ কৰি গৈছিল। এনেকৈয়ে তাই স্থানীয় হাইস্কুলটোৰ পৰা শেষ পৰীক্ষাটোও ভালকৈয়ে পাছ কৰিলে। কলেজত পঢ়াৰ একান্ত ইচ্ছা থকা সত্ত্বেও, কেইটামান কাৰণত তাইৰ কলেজত পঢ়া হোৱা নাই। টকা-পইচাৰ অভাৱ, মাকক এৰি অকলে দূৰত থাকিব নোৱাৰে, ঘৰৰ ওচৰতো কলেজ নাই, টাউনতহে আছে। প্ৰাথমিক স্কুলৰ শিক্ষয়িত্ৰীৰ চাকৰিৰ বাহিৰে ঘৰৰ আশেপাশে অন্য চাকৰি নাই, তাকো সহজে পোৱাৰ সম্ভাৱনা কম, ঘোচ ঘাচলি দিব লাগে, খাটনি ধৰিব লাগে, পইচা খৰছ কৰিব লাগে। চাকৰি নোপোৱাৰ কাৰণে গুলেজা অধৈৰ্য হোৱা নাই, 'পালে চাকৰি পাম, নেপালে খেতি কৰি, ভাত বৈ খাম, সুবিধা কৰিব পাৰিলে কলেজত পঢ়িম'।

গুলেজাহঁতৰ দুজনীয়া সৰু পৰিয়ালটোৰ এইবোৰ কথা গাঁওখনৰ বহুতে জানে। হাইস্কুল পাছ কৰি ঘৰতে এনেই বহি থকা গাঁৱৰ দেখনিয়াৰ ছোৱালী এজনীৰ বিষয়ে আনটো চিন্তনীয় বিষয় হ'ল—তাইৰ বিয়া। এই কথাও কিছু জনাজানি হৈছে যে 'আগৰ' 'আতৰ'ৰ কাৰবাৰ কৰি অৱস্থা কিছু ভাল হোৱা গাঁৱৰে কেইবাটাও ডেকাই মনে মনে গুলেজাক বিয়া কৰোৱাৰ কথা ভাবি আছে। অৱস্থাপন্ন ল'ৰা এটাৰ লগত বিয়াখন হৈ গলে মাক-জীয়েকৰ সংস্থানৰ সমস্যাটো সমাধান হৈ যাব। গুলেজাই তেতিয়া চাকৰি নকৰিলেও চলিব।

কেইটামান বছৰৰ ভিতৰতে 'আগৰ' 'আতৰ'ৰ ব্যৱসায় পৰি অহাৰ লগে লগে শালনীগাঁৱৰ সন্মুখলৈ দুৰ্যোগ নামি আহিল। আগে গাঁওখনৰ উন্নতি অৱনতি নিৰ্ভৰ কৰিছিল খেতি ভাল হোৱা বা বেয়া হোৱাৰ ওপৰত। তাৰ পিছত গাঁও-খনৰ উন্নতি নিৰ্ভৰশীল হৈ পৰিছিল আগৰৰ কাৰবাৰৰ ওপৰত। আকৌ খেতিয়া গাঁওখন খেতিলৈ ঘূৰি যাবলগীয়া হ'ল তেতিয়া, বিশেষকৈ গাঁৱৰ ডেকাবিলাক কিছু বিপাঙত পৰিল। গাঁৱৰ খেতিৰ মাটি আগৰ খিনিয়েই আছে। খাবৈয়া বহুত বাঢ়িছে। ইমান কেটা মানুহ মৰে তাতকৈ সৰহৰ হয় জন্ম। মুখৰ সংখ্যা সৰহ হোৱাৰ লগে লগে অভাৱৰ পৰিমাণো বাঢ়ি গ'ল। চাকৰি কৰি ধন উপাৰ্জন কৰোতাৰ সংখ্যা তাকৰ, বাহিৰত কাম কৰাবোৰৰ ধন বাহিৰতে খৰছ হয়। সাঁচি গছে ধন আনিছিল, গছ নোহোৱা হৈ আহিল, টকা ওলোৱাৰ বাটো বন্ধ হৈ আহিল। টকাৰ ওৱাদানি হোৱাৰ সময়তে গাঁৱৰ ভালেমান ল'ৰা-ছোৱালীৰ বিয়া-বাৰু হৈ গ'ল। বহুতে ঘৰবাৰীও সজালে।

গুলেজাৰ বিয়া নহ'ল। ঘৰ সজোৱাও নহ'ল। সিঁহতে আগৰৰ কাৰবাৰ কৰা

নাছিল যদিও গাঁওখনৰ অৱস্থা উন্নত হোৱাৰ কাৰণে লগতে সিঁহতৰ অৱস্থাও কিছু ভালৰ্লৈ আহিছিল। আকৌ সিঁহতৰ অৱস্থা বেয়াৰ ফালে ঢাল খাব ধৰিলে।

সময়ত বতৰৰ বৰষুণ হলে খেতি ভাল হয়, বৰষুণ নহলে খেতি নহয়। আগৰ-আতৰৰ কাৰবাৰ আছিল বতৰৰ বৰষুণ। সেই সময়তে গাঁৱৰ অন্য কিছুমান ছোৱালীৰ হোৱাৰ দৰে গুলেজাৰো কাবোবাৰ লগত বিয়া হৈ যোৱা হলে হয়তো এটা সমস্যাৰ ওৰ পৰিলহেঁতেন, পৰিস্থিতি সলনি হৈ গ'লহেঁতেন।

কাছিম, কামাল, ফুদৰত বা বিয়াৰ বয়স হোৱা, আৰু হাতত পইচা থকা কোনোবা ল'ৰা এটাৰ লগত তাইৰ বিয়াখন হৈ গ'লহেঁতেন। হয়তো কামালৰ লগতেই হৈ গ'লহেঁতেন। তাত কাৰো অসন্তুষ্ট হোৱাৰ কাৰণ নাছিল। ফৰিদৰো কামালৰ নিচিনাকৈয়ে গুলেজাৰ ওপৰত চকু থকা বুলিও বহুতে ক'ব পাৰে। কাছিমে যদিও গুলেজাক বিয়া কৰাবলৈ সাহস কৰিব নোৱাৰে তথাপি আইকণ গুলেজাহঁতৰ খবৰ-বাতৰি সিও নলখা নহয়।

কিন্তু গুলেজাৰ মনত কাৰ প্ৰতি কি ভাব আছে সেই কথা কোনোৱে ভালকৈ ক'ব নোৱাৰে, হয়তো গুলেজাই অপেক্ষা কৰিছে মাক আইকণৰ মত-অভিমতৰ কাৰণে, মাকৰ মন বুজিবৰ কাৰণে। এই বিষয়ত মাকৰ মুখতো কোনো স্পষ্ট কথা নাই। হয়তো এই বিষয়ে মন থিৰ কৰিব লাগিলে আইকণে কণক গোঁহাইৰ লগতো আলোচনা কৰিব। ক'ব নোৱাৰি হয়তো জয়নাথ তাঁতীৰ লগতো কথা-বতৰা হ'ব পাৰে। যি বোৰ ল'ৰাৰ বাপেক-মাক-অভিভাৱক আছে, সেইবোৰ ল'ৰাৰ বিয়া বাপেক-মাকৰ পছন্দমতেহে হ'ব। গুলেজাৰ নিজা মত-অভিমত নোহোৱা নহয়, কিন্তু গাঁৱৰ সকলোৱেই তাইক ভাল পায়। কোনোৱে নিশ্চয় ম'তে ত'তে তাইক বিয়া দি নিদিয়ে।

## যোল

এটা কথা শালনী গাঁৱত ঘনে-ঘনাকৈ প্ৰচাৰ হৈছিল যে ফৰিদে কিবা কৈ আৰবলৈ যোৱা পাচ্‌প'ৰ্ট এখন উলিয়াইছে। লগে লগে কিছুমান প্ৰশ্ন : পাচ্‌প'ৰ্ট সি কেনেকৈ পালে, কোনে যোগাৰ কৰি দিলে, কিমান টকা খৰছ পৰিল ? আৰু অন্য কোনোবাই পাইছেনেকি ? সি কেতিয়াকৈ আৰবলৈ যাব ? লগত আৰু কোন যাব ?

ফৰিদৰ এই সাফল্যৰ কাৰণে গাঁৱৰ অন্য ডেকাবোৰৰ কৌতূহল উপজিল। তালৈ সামান্য ঈৰ্ষাও হ'ল। নিজৰ হতাশা ঢাকিবৰ কাৰণে সিঁহতে কোৱাকুই কৰিলে 'তাৰ ভাগ্যটো হৈছে, আমাৰো হ'ব। এখন পাচ্‌প'ৰ্ট উলিওৱাটো কোনো

ডাঙৰ কথা নহয়। সি কিমান টকা খৰচ কৰিলে আমি সিমান টকা কৌঁৰিয়াও খৰচ নকৰো।' তৎপৰতা বাঢ়িল।

আৰবলৈ যাবলৈ এনেই যদি পাচ্‌প'ৰ্ট নিদিয়ে আমি হজলৈ যোৱা পাচ্‌প'ৰ্ট লম, আৰু হজীসকলৰ লগতে তেওঁলোকে যোৱা জাহাজতে যাম। যেনেতেনে আৰব পাবগৈহে লাগিছে।······

হজীসকলৰ লগত গলে, 'হজ' কৰি সেই জাহাজতে ঘূৰি আহিব লাগিব। হজলৈ যোৱা মানুহক তাত বৈ যাবলৈ নিদিয়ে।······

যোৱাটোৰ কাৰণে ইমান ভাবিব লগীয়া নাই. তাত কলৈ যাবি ক'ত কাম বিচাৰি পাবি, কিমান টকা পাবি সেইটোহে আচল কথা। আৰব দেশ হ'ল মুলি তাত কাম চাকৰি শিলগুটিৰ নিচিনাকৈ আলিবাটত পৰি থকা নাই। আৰবী ভাষা জান জানো? কথা-বতৰা কেনেকৈ পাতিবি? কেনেকৈ চলিবি?

পুনৰ হতাশা।

সোণৰ দেশলৈ যোৱাটো নহবগৈনে কি? অন্য দেশলৈ যোৱাতকৈ নিজৰ দেশতে থকাই ভাল। কুৱেইটতনে ক'ত জানো লেবাৰ থকা ঘৰবোৰো বোলে এয়াৰ কণ্ডিচন কৰা। এৰ'প্লেনেৰে ঘৰলৈ অহা-যোৱা কৰাৰ খৰছ দিয়ে। থকা ঠাইৰ পৰা কাম কৰা ঠাইলৈ বোলে এয়াৰ কণ্ডিচণ্ড বাছেৰেহে অনানিয়া কৰে। তাৰ উপৰি বিনা পইচাই চিনেমা দেখুৱায়, লেবাৰৰ ঘৰতো টি.ভি., ভি.ডি.অ, থাকে। সেইবোৰ তেনেই সস্তা তাত!

বিহিস্ত বা স্বৰ্গত ইমানবোৰ সুখ সুবিধা আছেনে নাই, জনা নেযায়, তাত টিভি, চিভি নাই কিজানি। বহুত আগতে সজাতো বিহিস্তবোৰ। কিন্তু এই মাটিৰ বুকুৰে সোণৰ দেশবোৰত মানুহে ভাবিব নোৱাৰা আৰাম আয়েছ, সুখ সুবিধা। নগলে নুবুজিবা—তালৈকে যাব পৰা হলে! তাতে কাম এটাত সোমাই লব পৰা হলে।

এদিন কাছিমে আহি ফৰিদক লগ ধৰিলেহি।

"তুমি বোলে পাচ্‌প'ৰ্ট পালা?"

"ক'ত শুনিলি?"

"সকলোৱে কৈছে। আমাক ক'লে কিবা তোমাৰ পাচ্‌প'ৰ্টখন কাঢ়ি লমনে? পিছে যাবা কেতিয়াকৈ?"

"আগে ববববাই হজ কৰি ঘূৰি আহকগৈ তাৰ পিছত যাম।"

একে লগেনো নোযোৱা কেলেই?"

ফয়জতক ফৰিদেও বববৰা বোলে। ফয়জত ফৰিদৰ বাপেকতকৈ বয়সত ডাঙৰ।

"তয়ে পাচ্‌প'ৰ্ট এখন লৈ বববাৰ লগতে গৈ হজ কৰি আহগৈ বা।"

"মোক যাবলৈ নিদিয়ে।"

"কেলেই?"

'মই বৰত থাকি ঘৰ বান্ধিব লাগে। ঘৰ ধৰিব লাগে।"

"ভালেই—"

কাছিমে ক'লে, "মোৰো তোমালোকৰ লগতে এবাৰ আৰবৰ ফালে গৈ আহিবৰ মন আছিল। খৰছ পাতিৰ যোগাৰ যেনেতেনে কৰিলোহেঁতেন। পিছে তেওঁ কয় যে ধন ঘটিবৰ কাৰণে আৰবলৈ বা বিদেশলৈ যোৱাৰ দৰকাৰ নাই। আৰবলৈ হজ কৰিবলৈহে যাব লাগে, ধন ঘটিবৰ কাৰণে নহয়।"

"ধন ঘটিবলৈ গলে হজ কৰিব নোৱাৰিনেকি ?"

"সিমানবোৰ কথা মই নুবুজো। পাচ্‌পৰ্ট পালা যেতিয়া তুমি যাবাই। কামালহঁতো পাচ্‌পৰ্ট উলিয়াই যাব। সিহঁত লাগি আছে। মোৰহে কিজানি যোৱা নহ'বগৈ—"

"মন কৰিলেই চন। যাও বুলিলে দুনীয়াৰ চব ঠাইলৈ যাব পাৰি। টকাহে লাগে। ধনী মানুহবোৰ প্লেনেৰেহে হজ কৰিবলৈ যায়। সাগৰেদি যোৱা জাহাজ বোলে বন্ধ কৰি দিব। সকলো হজ কৰিবলৈ যোৱা মানুহ প্লেনেৰেহে যাব লাগিব। সময় তেনেই কম লাগে,ঁযোৰহাটৰ পৰা কলিকতালৈ এঘণ্টা, তাৰপৰা বোম্বাইলৈ আঢ়ৈ ঘণ্টা, তাৰপৰা জিদ্দালৈ চাৰে চাৰি ঘণ্টা নে কিমান। জিদ্দা পোৱা মানেই আৰব পোৱা, মক্কা পোৱা। ইমান চিন্তা ভাবনা কৰি থাকিবৰ কোনো দৰকাৰ নাই।"

"সেই বাবে সিমান চিন্তা কৰা নাই। অন্য কথা এটাহে—"

"কি কথা ?"

"সুধিলে আকৌ বেয়া পাবানেকি ?"

"কেলেই বেয়া পাম ? কি কথানো ?"

"গুলেজাৰ বিয়া কেতিয়াকৈ হ'ব ?"

"গুলেজাৰ বিয়াৰ কথা মই কেনেকৈ জানিম ?"

"তাইৰ বিয়া বাৰু কাৰ লগত হ'ব ?"

ফৰিদে ডাঙৰকৈ হাঁহি দিলে।

"গুলেজা বাৰু মোৰ কি হয় ? তাইৰ বিয়া কেতিয়াকৈ হ'ব, কাৰ লগত হ'ব, মইনো কেনেকৈ জানিম ?"

"হাঁহি উৰাই নিদিবা। গুলেজাক বাৰু কোনে বিয়া কৰাব ? তুমি বিয়া কৰাবা নে কামালে বিয়া কৰাব ?" কাছিমে সুধিলে।

"কেলেই সুধিছ ? তোৰ গুলেজাক বিয়া কৰাবৰ মন আছেনেকি ?"

অলপ চিন্তা কৰি কোৰাৰ দৰে কাছিমে ক'লে "ৰৰৰৰাই কৈছে হজ কৰিবলৈ যোৱাৰ আগতে হেনো মোৰ বিয়া পাতি থৈ যাব—"

"কাৰ লগত ? ছোৱালীজনী কোন ?"

"গুলেজা বোলে।" কথাষাৰ কৈ কাছিমে ফৰিদৰ মুখলৈ চালে।

"গুলেজাকনো তেওঁ ক'ত দেখিলে যে বোৱাৰী কৰিবলৈ ওলাইছে ?"

"মই সেইবোৰ ক'ব নোৱাৰো। তুমি মোক ভুল নুবুজিবা। বাবা সদ্যহতে মৰিল, ৰবববাই মোক খুৱাই-পিন্ধাই মানুহ কৰিছে। তেওঁৰ ইচ্ছাক মই বাধা দিব নোৱাৰো। বাধা দিলে তোমালোকেহে দিব লাগিব।"

"আমি আকৌ বাধা দিম কেলেই ? বহুত দিন গাঁৱৰ বিয়া খাবলৈকে পোৱা নাই। ফয়জত মোল্লাৰ ভতিজাকৰ বিয়াখন এলাপেচা বিয়া হ'বনেকি ? মই ছোৱালীক বোম্বাইৰ পৰা অনা ভেনিটি বেগ এটা প্ৰেজেণ্ট দিম।"

"গুলেজাই বাবু মোৰ লগত বিয়া হ'বনে ; ৰবববাই আগৰ দিনৰ নিচিনাকৈ কথাবোৰ ভাবিছে। কাৰোবাৰ লগত কাৰোবাৰ বিয়া হলে অইন কোনোৱে বেয়া পাব নেলাগে, সকলোৱে ভাল পাব লাগে। মোৰ লগত গুলেজাৰ বিয়া হলে কামালে জানো ভাল পাব ? তুমি জানো ভাল পাবা ?"

"সেইটোও সুধিব লাগিছেনে, ভাল ল'ৰা এটাৰ লগত ভাল ছোৱালী এজনীৰ বিয়া হ'ব। তাত বাবু কোনে ভাল নেপাব ?"

"গুলেজাৰ বিয়া অন্য কাৰোবাৰ লগত হৈ গলে তুমি পিছে কাক বিয়া কৰাবা ?"

"মই বিদেশলৈ যাম। তাৰপৰা কেতিয়া ঘূৰি আহো ক'বতো নোৱাৰো। বিয়া পাতিলে সকলোকে মাতিম। ভোজ খুৱাব নোৱাৰিলেও লুচি-ভাজি খুৱাম।"

"কথাবোৰ তুমি একৰকমে কৈছা যেন লাগিছে।"

"বুজি নোপোৱা যেন লাগিছে নেকি ?"

"নহয়, মই শুনিছিলো বোলে কামাল বা তুমিহে গুলেজাক বিয়া কৰাবা।"

"ময়ো শুনিছিলো। পিছে গুলেজা ছোৱালী এজনী। বাপকহে নাই, মাক আছে। হয়, তাই ধুনীয়া ছোৱালী, গুণী ছোৱালীও। পিছে গুলেজাক কাৰোবালৈ বিয়া দিব খোজে, কোনোবাই বিয়া কৰাব খোজে, কাৰোবালৈ কোনোবাই খুজিব খোজে। শেষত কি হয়গৈ কোনে জানে ?"

"তোমাক সোধাৰ কাৰণে বেয়া নেপাবা। মই নিজে বিয়া কৰাবলৈ খৰধৰ লগোৱা নাই। ৰবববাইহে কৈছে। অইনৰ মন ভাঙি মই কাকো বিয়া কৰাব নোখোজো। ঈদৰ পিছতে ৰবববা হজলৈ যাব। এতিয়াৰ পৰা তিনি মাহ মানৰ ভিতৰতে ঘূৰি আহিবগৈ। পাতিব লাগিলে তিনি মাহৰ পিছতো মোৰ বিয়া পাতিব পাৰে। নহয় জানো ?"

হাঁহি ফৰিদে ক'লে, "কাৰোবাৰ মন ভাঙি ময়ো কাকো বিয়া নকৰাও। যাৰ লগতে গুলেজাৰ বিয়া হ'বৰ মন আছে, তাৰ লগতে বিয়া হ'বলৈ নেপালে জানো গুলেজায়ো বেজাৰ নেপাব। তাইবো জানো মনটো ভাগি নেযাব। গুলেজা জনা-বুজা ছোৱালী, নিজৰ মনটো তাই বুজি পায়। মই বিদেশলৈ যাবলৈ ওলাইছো। বিয়া-বাবুৰ কথাত মই লাগি থাকিব নোৱাৰো। কামালহ'তে কি কৰিব সেইটোও মই ক'ব নোৱাৰো। ভাল ছোৱালী আৰু ক'ৰবাত নোলাই নেথাকে। আমিও উপযুক্ত

হ'ব লাগিব—এজনী ভাল ছোৱালী বিয়া কৰাবৰ কাৰণে। আৰু সকলোৱে ধুনীয়া ছোৱালী বিয়া কৰাবলৈ হাবিয়াও কাঢ়ি ফুৰিলে, ইবোৰ ছোৱালী কোনে বিয়া কৰাব? সি'হতৰ কি অৱস্থা হ'ব?"

ফৰিদৰ কথাখিনি শুনি কাছিমে ভাল পালে। ফৰিদে খোলাখুলিকৈয়ে কথাখিনি কৈছে। সি স্বাৰ্থপৰ নহয়। কাছিমে ক'লে, "আমাৰ কিবা কথাত ৰৰৰবাই বেয়া পায় বুলিহে মোৰ ভয় লাগে। বিয়ে যি নকওক তেওঁ চাধাচিধা মানুহ, কিবা কথাত বেয়া পাই আমাক বদদোৱা দিয়ে বুলি, শাও দিয়ে বুলিহে ভয় লাগে।"

"মোক যেনেকৈ কথাটো খোলাখুলিকৈ সুধিলি, তেনেকৈ কমালকো লগ ধৰি সুধি চা, সি গুলেজাক বিয়া কৰোৱাৰ কথা ভাবি থৈছেনেকি। সিও নলেকুৰীয়া।"

"কামালকো সুধিম বুলি ভাবিছিলো, পিছে সিদিনা কি কৰিলে শুনা নাই জানো?"

"মই একো শুনা নাই। ভালেমান দিন মই ঘৰত নাছিলো। কামালে কি কৰিলে?"

"কামাল বোম্বাইত থকাৰ সময়তে গুলেজাৰ ঘটনা এটা যে হৈছিল শুনিছা চাগৈ—"

"ও', মাকৰ লগত কিবা লাগি, পেচ পাতি, গৈ কণক গোঁহাই চাৰৰ ঘৰত আছিলগৈ বোলে—নহয় জানো?"

"তুমি তেনেকৈয়ে শুনিছা নহয়?"

"কথাটো সঁচা নহয়নে কি?" ফৰিদে সুধিলে।

"গুলেজা গৈ গোঁহাই চাৰৰ ঘৰত থকা কথাটো সঁচা। তাত থকাটো সঁচা, পিছে তাত গৈ থকাৰ কাৰণটো অন্য বুলিহে আমি-শুনিছো।"

ফৰিদে কৌতূহল অনুভৱ কৰিলে। সি কাছিমৰ মুখৰ ফালে চাই সুধিলে, "কথাটো আচলতে কি? গাঁওখনত দুদিনমান নেথাকিলেই কত কি যে ঘটে।"

কাছিমে চমুকৈ দিদাৰতৰ লগত হোৱা ঘটনাটোৰ কথা ফৰিদক ক'লে, তাৰ পিছত ক'লে, "গুলেজাৰ কথাটো ডাঙৰ নহ'লহে'তেন। পিছে, কোৱা শুনিছো বোলে দিদাৰত ঠিকাদাৰ টাউনলৈ গৈ জয়নাথ ড্ৰাইভাৰক লগ ধৰি, গাড়ীত থাকি যোৱা তাৰ মোনাটো বিচাৰিলে, মোনাটোত হেনো কেই বটলমান বিলাতী মদ আছিল। জয়নাথে হেনো গাড়ীৰ ভাড়া বিচাৰিলে। দুয়োৰে তৰ্কাতৰ্কি লাগিল। মানুহ গোট খালে। তেতিয়া জয়নাথে সেইদিনা ৰাতিৰ ঘটনাটোৰ কথা সকলোকে কৈ দিলে। দিদাৰতে জোৰ দি ক'লে যে জয়নাথৰ সকলো কথা মিছা। জয়নাথে জোৰ কৰি ক'লে, 'মই বাইজৰ আগত কোৱা কথা এটাও যদি মিছা হয়, মোৰ ওপৰত মেল চপোৱা, মোৰ ওপৰত মোকৰ্দমা কৰা গুলেজাক মাতা, সাক্ষী দিবলৈ। বদনাম হব বুলি গুলেজাই আজিলৈকে কাঁকো জনোৱা নাই। পিছে তোমাৰ

কথা মই চাৰা দুনীয়াত জনাই দিম'—এই বুলি কৈ জয়নাথে তাৰ গাড়ীৰ ভিতৰৰ পৰা মোনা এটা উলিয়াই আনি সকলোৰে চকুৰ আগত দাঙি ধৰি ক'লে, 'এইটো ঠিকাদাৰৰ মোনা হয়নে নহয় আপোনালোকে লোধক। আৰু তেওঁৰ মোনাৰ ভিতৰত এইয়া এওঁ কি নিছিল চাওক।' এই বুলি কৈ সি বিলাতী মদৰ বটলকেটা উলিয়াই সকলোকে দেখুৱালে।

মানুহবোৰ লাহে লাহে তাৰপৰা আঁতৰি গ'ল। দিদাৰত ঠিকাদাৰ মদাহী বুলি বহুতেই জানিছিল। আজি জয়নাথ ড্ৰাইভাৰে প্ৰমাণ কৰি দেখুৱালে।

জয়নাথে মদৰ বটল কিটা এটা এটাকৈ ওচৰৰ লেম্প প'ষ্টটোত মাৰিয়াই ভাঙি দুৰলৈ দলিয়াই পেলাই দিলে, আৰু লগে লগে ক'লে, 'মই জানো, ঠিকাদাৰে তাৰ মদৰ বটল বিচাৰিব। থৈ দিছিলো। যা, এতিয়া মোৰ ওপৰত মোকৰ্দমা কৰগৈ, মই বাগানৰ বন্দুৱাৰ ল'ৰা হ'ব পাৰো, লেখাপঢ়া নজনা ড্ৰাইভাৰ হ'ব পাৰো, কিন্তু বাইভনীৰ ইজ্জত কেনেকৈ ৰক্ষা কৰিব লাগে মই জানো। মোৰ গাড়ীত মানুহহে নিও, জানোৱাৰ নিনিও। জানি থবি।'

কথাবোৰ কৈ জয়নাথ গাড়ী চলাই গুচি গ'ল। খণ্ডত দাঁত কৰচি দিদাৰতো আঁতৰি গ'ল। মুখ খুলি কিবা এটা ক'ব খুজিছিল, নোৱাৰিলে।"

কাণ দি ফৰিদে কাছিমৰ কথাখিনি শুনি আছিল। কাছিমৰ কথাই তাক অবাক কৰিলে। এইবোৰ কথা সি নেজানিছিল। আচলতে সি গুলেজাৰ খবৰো বৰ বেছি ৰাখিব পৰা নাছিল।

দুয়োটাই দুটা চিগাৰেট জ্বলাই লৈ কিছুপৰ নিৰবে হুপিলে। ধোঁৱাবোৰ এৰি দি দি ফৰিদে এটা চিন্তা কৰিলে, তাৰ পিছত সুধিলে, "কামালে এইবোৰ কথা ক'ব পাৰেনে নোৱাৰে?"

"ক'ব নোৱাৰে। এইবোৰ হোৱাৰ সময়ত সিও ঘৰত নাছিল।"

"এতিয়াও সি জানো ঘৰত আছে?"

"নাই। ঘৰলৈ সি আহিছিল বোলে। তাৰ পিছত ক'ৰবালৈ গ'ল। এতিয়া ক'ত আছে ক'ব নোৱাৰো। ঘৰত পিছে নাই।"

"কলৈ গৈছে ঘৰত কৈ থৈ যোৱা নাই?"

"নাই যোৱা। কোৱা শুনিছো বোলে জয়নাথে কোৱা কথাবোৰ যেতিয়া তাৰ কাণত পৰিল প্ৰথমে সি গুলেজাৰ ওচৰলৈ গ'ল। শুনা কথাবোৰ স'চা নে মিছা সি গুলেজাক সুধিলে। গুলেজাই সকলো কথা তাক খোলাখুলি কৈ ক'লে। তাৰ পিছত সি জয়নাথৰ ওচৰলৈ গ'ল। তাৰ মুখৰ পৰাও সকলো কথাৰ বুজ ললে। তাৰ বৰ খং উঠিছিল, কিন্তু সি কাকো একো নক'লে। তাৰ পিছত সি ঘৰৰ পৰা ওলাই গ'ল, লগত আৰু কোনোবা এটাক লৈ সি দিদাৰতৰ ঘৰলৈ গ'ল, আৰু প্ৰথমে তাৰ লগত বহি কিছুপৰ কাৰবাৰ-তাৰবাৰৰ কিছু কথা পাতিলে। ৰাতি ভালেমান হ'ল, ষাও বুলি মাত লগাই বহাৰ পৰা উঠি কামালে হঠাৎ দিদাৰতৰ

ভিতিত টেপা মাৰি ধৰিলে। দিদাৰতে মুখেৰে মাতিব নোৱাৰা হ'ল। তাৰপিছত গুণ্ডাটোৱে মাটিত পেলাই লৈ দিদাৰতক ভুকুৱাই, খামুচিয়াই, চৰিয়াই, গুদিয়াই আধামৰা কৰিলে। তাৰ পিছত, সঁচামিছা নেজানো, কামালে হেনো দিদাৰতৰ কাণ এখন কাটি হাতৰ মুঠিত লৈ তাৰপৰা ওলাই আহিল। সেই ৰাতিৰ পৰা কামাল বোলে ঘৰলৈ ঘূৰি অহা নাই। কলৈ গ'ল কোনেও ক'ব নোৱাৰে। মঞো লগ পোৱা নাই।"

ফৰিদে কলে, "অথানিৰ পৰা মোক এই দৰকাৰী কথাবোৰ নকৈ লাংপাং কথাবোৰ কৈ আছিলি কেলেই ?"

"এইবোৰ কথা তুমি গম পাইছা বুলিহে মই ভাবিছিলো। সেই দেখিহে কোৱা নাছিলো।"

"এইবোৰ কথা আজিলৈকে মোক কোনেও কোৱা নাই। দিদাৰতে পিছত কিবা কৰিলেনেকি ?"

"কামালৰ ওপৰত কেঁচ দিছে বুলি শুনিছো। কোনোবা কোনোবাই হেনো কেঁচ নকৰিবলৈ হে কৈছে। কেঁচ হলে জয়নাথে গুলেজাৰ ফালেহে সাক্ষী দিব। ইপিনে ঠিকাদাৰৰ কাণ এখনৰো এফালেই নে গোটেইখনেই গ'ল।"

"কামালনো কলৈ গ'ল, সিতো কাৰোবাৰ ভয়ত পলাই ফুৰা বিধৰ ল'ৰা নহয়। সি কিজানিবা গুলেজাহঁতৰ ঘৰতে সোমাই আছেগৈ। খবৰ কৰা নাইনে ?"

"তাত নাই। কথাবোৰ শুনি গুলেজাহঁতেও তাক বিচাৰিছে। অইনৰ হতুৱাই খবৰ কৰাইছে।"

"কামালে পাচ্‌পʼৰ্ট পাইছে জানো ?"

"এতিয়ালৈকে নাই পোৱা হবলা।"

"তাক কাব তাৰ পাচ্‌পʼৰ্ট মই যোগাৰ কৰি দিম।"

"মোৰ কাৰণেও এখন উলিয়াই দিবানেকি ?"

"পাচ্‌পʼৰ্ট লৈ লৈ সকলো বিদেশলৈ গুচি গলে পিছে গুলেজাৰ বিয়াৰ কি হ'ব ?"

"তুমিতো এতিয়াই বিদেশলৈ নোযোৱা। তুমিয়ে কিবা এটা কৰিবা আৰু—"

কাছিমে ক'লে, "মই শুনিছো বোলে গুলেজাক তুমিও ভাল পোৱা।"

"মই গুলেজাৰ কাৰণে অইনৰ কাণ কাটি ফুৰিব নোৱাৰো।"

"তুমি জানো গুলেজাক ভাল নোপোৱা ?"

"যি ভাল পোৱাৰ কথা সকলোৱে জানি থায়, তাক জানো ভাল পোৱা বুলিব পাৰি ? বাৰু তহঁতে নিজৰ নিজৰ চিন্তা কৰগৈ, গুলেজাৰ চিন্তাও কৰিব নেলাগে, মোৰ চিন্তাও কৰিব নেলাগে।" ফৰিদে ক'লে।

কাছিম মাত লগাই গ'লগৈ।

# সোতৰ

ফয়জত মোল্লা এইবাৰ হজ্জ কৰিবলৈ যাব। তাৰ কাৰণে আজি কেইবা বছৰৰে পৰা পইচা গোটাইছে। বাৰীৰ বাঁহ-কাঠ বেচি নিজে সঁজা খৰাহি-পাচি ডলা-কুলা বেচি, বাৰীৰ অমিতা, কল, লাও, কোমোৰা বেচি ফয়জতে যি পাৰে পইচা সাঁচিছে হজ্জ কৰিবলৈ যোৱা-অহাৰ খৰছ উলিয়াবৰ কাৰণে। ঘৈণীয়েক চৌধ বছৰ আগতে ঢুকাল। মাজে মাজে সাঁচতীয়া টকাখিনি উলিয়াই হিচাপ কৰি চায়—কিমান হৈছে। হৈছে গৈ। আৰু দুহেজাৰমান হলেই হৈ যাব। এইবাৰ যাবই লাগিব, হজ্জ কমিটিৰ লিষ্টত নাম উঠিছে। আৰু পলম কৰাটো ভাল নহ'ব। হায়াত মউতৰ কথা কোনে জানে? আৰু দহ বছৰো বাচিব পাৰে, কাইলৈকেও মৰি থাকিব পাৰে। আল্লাই যদি নচীবত ৰাখিছে তেতিয়াহে, কৰো বুলিয়ে যি কোনোৱে হজ্জ কৰিবগৈ নোৱাৰে।

গাঁৱৰ মানুহে কোৱা মেলা কৰে: কি মানুহটো কি হৈ গ'ল দেখিলা। এশাজ খালে ইসাজ খাবলৈ নাই। লোকৰ পথাৰত হাল বাই, লোকৰ ঘৰত কাম-বন কৰি ভাত-মুঠি মোকলোৱা মানুহটো আজি হজলৈ যাব পৰা হ'ল। বৰ নেকবখত্ মানুহ, কপলীয়া মানুহ। ছোৱালী তিনিজনী বিয়া দিলে, ল'ৰাটোলৈ ছোৱালী আনিলে, আৰু কি কৰিব লগীয়া আছে ফয়জত মোল্লাৰ? এতিয়া আল্লা আল্লা কৰি জীৱনৰ বাকী দিনকেটা ভালেকালে পাৰ কৰিব পাৰিলেই হ'ল।

মানুহে বুজবাজ লৈছে। যা-যোগাৰ কি হৈছে তাৰো ভু লৈছে। ফয়জতৰ পকা দাড়ি ভৰা মুখখনত এমুখ হাঁহি। মনটো ৰঙেৰে ভৰা। 'দোৱা কৰিবা, আল্লাই যেন উমেদ পূৰা কৰায়—'

ফয়জত, যিটো মানুহে নিজৰ জিলাখনৰ চহৰ কেখনকে ভালকৈ দেখা নাই, সি যাব সাত সাগৰৰ সিপাৰৰ মক্কা মদিনালৈ—হজ্জ কৰিবলৈ? কম কথা নহয়।

"আগ ডোখৰত নামাজ ৰোজা একো নকৰাকৈয়ে গ'ল। জানোৱেইবা কিমান, 'আমৈ'পাৰৰ চুৰা কেইটামান ভুলে শুদ্ধই মুখস্থ কৰিছিলো, কলিমাকিটাও শুদ্ধ হয়নে নহয় নেজানো। ৰোজাকেটা ৰাখো, কবুল হৈছেনে নাই আল্লাইহে জানে। ভাত-পানী নোখোৱাকৈ থাকিলেই ৰোজা হ'বলৈ হোৱা হলে, আমাৰ লঘোনীয়া মানুহ সকলো ৰোজাদাৰ হ'ব। আমি গুনাহগাৰ মুৰ্খ মানুহ। আমি এক ৰাকাত যদি নামাজ পঢ়ো, দহোটা নকৰিবলগীয়া কাম কৰো, এবাৰ যদি কলিমা পঢ়ো, এটা যদি আল্লাৰ পাক নাম লও, এশটা নকবলগীয়া, ফাহিচা কথা কও। আমি খোজে প্ৰতি ভুল কৰো, পাপ কৰো, কথাই প্ৰতি জগৰ লগাও। এবাৰ হজ্জ-

ক্ষীণ আহিলেই সকলো গুনাহ মাফ হৈ যাবনে ? গোটেই জীৱন আন্ধাৰত সোমাই আছিল, অকস্মাৎ পোহৰ দেখা পালেই সকলো পোহৰ পাই গলো বুলি ভবা জানো ঠিক ? কিবা এটা ভাল কাম কৰিবলৈ ললে, আগেয়ে কৰি থোৱা বেয়া কামবোৰ তকুৰ আগতে আছে। ভয়েই লাগে। আল্লাইহে জানে আমাৰ নিচিনা পাপী গুনাহগাৰ বোৰৰ নাজাত কেনেকৈ হ'ব।…"

আজিকালি ফয়জতৰ কথালৈ মানুহে কাণ দিয়ে।

পিছে ফয়জতৰ এটা পুৰণি বদনাম আছে। বুঢ়া বোলে বৰ কিৰ্পিণ, কৰাইছ। নিজৰ বেমাৰ হলেও ধন ভাঙি দাৰাই এপালি নেখায়। পিন্ধা কাপোৰকানি ফাটি কিচিকি পিন্ধিৱ নোৱাৰা নহয় মানে নেপালায়। সীয়ানৰ ওপৰতে সীয়ান দি ৰাটি থাকে। ফাটি পিন্ধিব নোৱাৰা হলেও, ফটা কাপোৰ পেলাই নিদিয়ে বা অইনকো নিদিয়ে থৈ দিয়ে, লেমৰ সলিতা কৰিবৰ কাৰণে। খোজনীয়া-মগনীয়াক নিদি খেদাই নিদিয়ে যদিও, ইমান কম দিয়ে যে দিয়াই নিদিয়াই সমান। ফয়জতৰ এনে কিৰ্পিণালিৰ কাৰ্যকলাপ যিবোৰ ডেকা ল'ৰাৰ অসহ্য হয়, সিঁহতে ফয়জতৰ কিৰ্পিণালিৰ কথা এগুণক দুগুণ কৰি কয় আৰু ফয়জতৰ কিছুমান সজা বা মনে-সজা কাহিনী কৈ ৰংতামাচা কৰে।

যেনে ঃ

এপোৱা মিঠাতেলে এমাহৰ কম গলে ফয়জতে বোৱাৰীয়েকক গালি পাৰে। ফয়জতৰ কুতাটো মাহেকত এবাৰ ধোৱে, চাবুন দি নহয়, চ'ডা দি সিজাই দিয়ে, এচাৰিলে ফাটিব বুলি থকুচি দিয়ে—নিজেই ধোৱে। অইনক ধুবলৈ নিদিয়ে। ঘৰটোৰ ভিতৰত ৰাতি মুঠেই দুটা কেৰাচিনৰ লেম জ্বলায়। বেছি তেল পোৰে বুলি সলিতা সৰুকৈ লগায়। ফয়জতৰ তুলিখনৰ বয়স হেনো পঞ্চাশ বছৰতকৈও বেছি হ'ল। ফাটে বুলি চ'তৰ পৰা কাতিলৈকে বান্ধি ওলোমাই থয় তেতিয়া কঠ বা পাটিত শোৱে। আঘোণত তুলিখন নমাই লয়।

ফয়জতে হেনো আগেয়ে বিড়িহে খাইছিল—এটা বিড়ি দুবাৰতকৈ বেছি খাব নোৱাৰি কাৰণে মলাধপাত খাবলৈ ললে। এহোপা এহোপাকৈ দিনটো এচিলিম ধপাত খায়েই কটাই দিব পাৰি। খৰছ বহুত কমে। গাঁওখনৰ ভিতৰত আটাইতকৈ পুৰণি মৌজোল ফয়জতৰ ঘৰতে পোৱা যায় বুলি এটা কাহিনী ল'ৰাবোৰে প্ৰায়ে কোৱাকুই কৰে। পোন্ধৰনে যোল বছৰমানৰ আগতে হেনো ফয়জতৰ ঘৰত বাহ লোৱা মৌ এবাহ কাটি ছপোৱামান মৌজোল পাইছিল। তাৰ আধাতকৈ সৰহ এতিয়াও আছে। কাৰোবাৰ বৰ বেছি কাহ হলে দুটোপাল বা তিনি টোপাল দিয়ে আদাৰস আৰু তুলসী পাতৰ লগত মিলাই খাবৰ কাৰণে। ল'ৰাবোৰৰ হিচাপ মতে এই মৌজোলকে ফয়জত বুঢ়া মৰিবৰ সময়ত মুখত দিব পৰা হ'ব। যিমানে মৌ পুৰণি হ'ব, সিমানে বেছি মিঠা হ'ব।

পিছে এই ফয়জতেই এজনী এজনীকৈ তিনি জনী জীয়েকৰ বিয়া দিলে।

লেখৰ আৰু জোখৰ কোনো বস্তু নিদিয়াকৈ নেথাকিল। বাইজকো তোল্-ভাত চাহ-জলপান নখুউৱাকৈ নেথাকিল, দৰাঘৰকো খুৱাই-খুৱাই সন্তুষ্ট নকৰাকৈ নেথাকিল। দৰাঘৰীয়াই হওক বা গঞা বাইজেই হওক বিয়াত সকলোৱে সন্তুষ্ট হৈছিল। ইমান কৰাইচ ফয়জত মোল্লাই জীয়েকহঁতৰ বিয়াত ইমান খৰছ কৰা দেখি সকলোৱে তবধ মানিলে। বিয়া খাই সকলোৱে কোৱাকুই কৰিছিল, সঁখাবোৰে এনেয়ে মানুহটোক বেয়া বোলে, গাঁৱতনো ইয়াতকৈ ভালকৈ কোনে শোধপোছ কৰিবছে? কেইখন ধনী মানুহৰ ঘৰৰ বিয়াতে বাৰু এনেকৈ দৈ কিৰিম খুৱাইছে?

পিছে ফয়জতৰ সদায় দোষ বিচাৰি ফুৰা গাঁৱৰ দুষ্ট ল'ৰা দুটামানে তেতিয়াও ক'লে, "বৰজনী জীয়েকৰ বিয়াতে লোৱা কুৰ্তা আৰু পায়জামাটোৰেই ফয়জতে চাৰিখন বিয়া পাতিলে—জীয়েক পুতেক আটাইকেটাৰে। এতিয়া সেই সাজকে পিন্ধি হজ কৰিবলৈ যাবলৈ ওলাইছে। চাবা সেই সাজেৰেই ঘুৰি আহিবগৈ আৰু ক'বৰলৈ নোযোৱালৈকে সেই সাজকে পিন্ধি থাকিব।···

ফয়জত মোল্লাৰ ভতিজাপুতেক দুটাৰ ডাঙৰটোৰ বিয়াও ফয়জতেই পাতি দিলে। সিহঁতৰ বাপেক সৰুতে ঢুকাল। সৰুটো ল'ৰাৰ নাম কাছিম আলি। তাৰ বিয়াখন পাতিবলগীয়া হৈ আছে। ককায়েকে গড় কাপ্তানী বিভাগত মহৰী কৰে, থাকে ভাটি অসমত। কাছিম থাকে গাঁৱত, মাকৰ লগত। মাটিবাৰী খেতিপথাৰ আছে। কাছিমে 'আগৰ'ৰ কাৰবাৰো কৰিছে যদিও টুটুৰীয়াকৈ আৰু ছেগ বুজি বুজি। কেতিয়াবা ক'ৰবাৰ গছ এজোপা কিনে, 'আগৰ কাঠ' উলিয়াই বেচে, কেতিয়াবা কাৰবাৰ পৰা 'মাল' কিনি লৈ লাভ ৰাখি বেচে। টকাৰ কাৰণে বৰ হায়ে বিয়ে নাই। খেতিৰ আৰ্জনেৰেই মাক-পুতেক দুটা মানুহৰ চলি যায়।

হজলৈ যোৱাৰ আগতে ফয়জতে ভতিজা পুতেক কাছিমৰ বিয়াখন পাতি যাবলৈ ঠিক কৰিলে। কাছিমৰ মাকেও ক'লে তাৰ বিয়াখন পাতি দিব লাগে। নহলে কামাল কাদিৰহঁতৰ লগ লাগি সিও আৰবলৈ যাবলৈ মনে মনে পাঙি আছে।

এইবোৰ সম্পত্তিকে চৰাই কৰাই খালেই হ'ল। বিদেশলৈ যাবলৈ কিহে পাইছে? মৰো দুই তিনি মাহ নেথাকিম। ইয়াত ঘৰবাৰীবোৰ কোনে চাব?

বিয়াখন পাতি দিলে সি বিদেশলৈ যোৱাৰ কথা পাহৰিব। এতিয়া ডাঙৰো হৈ আছে, মনত যিহকে খেলায় তাকে কৰি ফুৰিছে। ছোৱালীৰ কথা কিবা কৈছে নেকি? অৱশ্যে তাৰ কথামতেই নহ'ব, কিন্তু জানি থোৱা ভাল। আমাৰ পছন্দৰ লগত যদি তাৰ পছন্দ মিলে আমাৰ একো ভাবিবলগীয়া নেথাকে। কোনোবাই তাক ছোৱালী দিয়াৰ কথা উলিয়াইছেনেকি?

কেইবা ঘৰেও কাণ চোৱাইছে। পিছে মইনো সেইবোৰত কি মাত মাতিম? তাৰ বিয়াখন পাতো বুলি ক'লে সি কি কয় বুজিব নহয়।

প্ৰথমে কাছিমে তাৰ বিয়া পতাৰ বয়স হোৱা নাই বুলিছিল, তাৰ পিছত ক'লে বিয়া পাতিবলৈ তাৰ টকাপইচা নাই, তাৰ পিছত ক'লে কৰায়েক বৌৱেকহঁতে কি বা কয়। অৱশেষত সি বিয়াৰ কথা ক'লে, সিহে বহুতকে বিপাঙত পেলালে : তাৰ পছন্দৰ ছোৱালীজনী আইকণৰ জীয়েক গুলেজা।

গাঁওখনৰ সকলো ডেকা ল'ৰাই গুলেজা জানিত নো কি দেখা পায়। কামালেও বোলে তাইক বিয়া কৰাবলৈ পাঙি থৈছে। আৰু কেবাটাও ডেকাৰ মনত তাইৰ ছবি। তাইৰ মনটোহে আজিও কোনেও পোৱা নাই। ঘৰখনৰ অৱস্থা নাই। তাই ছোৱালীজনীৰ ৰূপটো হওঁতে আছে, দেখনিয়াৰ ছোৱালী, কাজুৰাও, কোনো কথা-কামলৈ ভয় নকৰে। বুদ্ধিও আছে, সাহসো আছে। সেই বুলি গাঁওখনত তাইৰ নিচিনা গাভৰু ছোৱালী আৰু নাইনে কিবা? তাইৰ জানো কি মোহিনী আছে! গাঁওখনত দলে দলে চকুত লগা গাভৰু ছোৱালী নাইহে জানিবা! পিছে বিয়াৰ কথা ওলালেই—গুলেজা। পিছে নাম লয় হয়, সময়ত বিয়া কৰাবলৈ ওলাই আছে কেইটা?

তাইক যিয়ে বিয়া কৰাও* নোবোলক, তাই যাক বিয়া কৰাও* বোলে তাৰ লগতহে বিয়া হ'ব—চাই থাকিবা।

মই জনাত বহুতেই মনে মনে তাইক বিয়া কৰোৱাৰ কথা পাঙি থৈছে যদিও, আজিলৈকে কোনেও ছোৱালী ধৰাগৈ নাই। কাছিমক লাগে বুলিছে যৌতিয়া, এবাৰ শোধাই চালে বেয়া নাছিলনেকি?

ফয়জতে হা-না একো নক'লে।

খোদাৰ হুকুম আছে যদি হ'ব। দেশদস্তুৰৰ কথা এটাও আছে। দুয়োঘৰৰ সুবিধা-অসুবিধাৰ কথাও আছে। মিতিৰৰ মানুহঘৰৰ আঁতি গুৰিৰ কথাও চাব লাগে, নহলে সম্বন্ধ পাতি সোৱাদ নেলাগে।

সেইবোৰ কথা মই বৰ চিন্তা কৰা নাই। পিছে কামালে তাইক বিয়া কৰাব বুলি কথাটো বহুত দিনৰ পৰা ওলাই আছে। সিহঁত দুটাৰ মাজত কিবা বুজাবুজিও আছেনেকি, কথাবোৰৰ বুজ লব লাগে।

মাজতে দিদাৰত ঠিকাদাৰৰ কিবা কথা এটাও ওলাইছিল।

সেইবোৰ একো নহয়। সাত শত্ৰুৱেও আইকণৰ জীয়েক গুলেজাক বেয়া ছোৱালী বুলি ক'ব নোৱাৰে। সেইবোৰ ভাবিবলগীয়া নাই। পিছে কাছিমৰ লগত তাই বিয়া হ'ব খোজে বা নোখোজে সেইটোহে কথা। কিবা উপায়ে সেইটোৰ এটা চয়-নিচয় কৰিব লাগে। হেতা-ওপৰা কৰাটো ভাল নহ'ব।

ছোৱালীজনী বৰ সুলক্ষণীয়া। তাইৰ সমনীয়া ধনী ধনী মানুহৰ ঘৰৰে কতজনী ছোৱালী গাঁওখনতে আছে, সিহঁতৰ আকৌ গ্ৰাহকেই নাই। এ, ক'ব নোৱাৰি লখিমী নে কুলক্ষণীয়া, লখিমী হোৱা হলে ইমান সহুতে বাপেক মৰেনে? আৰু জীয়েকজনী সুলক্ষণীয়া হোৱা হলে, মাকজনীয়ে ইমান কষ্ট

কৰি কটনা কাটি থাকিবলগীয়া হয়নে ? তাইৰ এটা গুণ অৱশ্যে আছে। ইমান দুখ কষ্ট যদিও তাই কোনোদিন মন মাৰি বেজাৰ কৰি নেথাকে, মন কৰিছানে ? তাই সদায় ধাংচালী, সদায় হাঁহি মনত থাকে। বাঁওৰাল।'

'আমাৰ গাঁৱলীয়া ছোৱালী কোনজনীনো বেজেৰুৱা ? কোনে নো বেজাৰ কৰি, মন মাৰি বহি থাকে ? দুখৰ মাজতে সিহঁত ডাঙৰ-দীঘল হয়, দুখৰ লগতে সিহঁত জীয়াই থাকে। দুখলৈ সিহঁতৰ ভয় নাই। দুখ জানিবা বতৰৰ ব'দ বৰষুণ হে। আহিব যাব, সদায় নেথাকে, চাপৰিলে মেঘ নেবায়। যি মেঘে তিয়াই, সেই মেঘেই শুকুৱাব। ভয় বা চিন্তা কৰি থকাৰ কি দৰকাৰ ?'

'পিছে সদায় হাঁহি থকা গাভৰু ছোৱালীৰ মন বুজি পাবলৈহে টান। কাছিমৰ নিচিনা ল'ৰা এটাই তাইৰ নিচিনা ছোৱালী এজনীৰ মনৰ ভাব বুজিব পৰাৰ আশা নাই। অন্য কাৰোবাৰ হতুৱাই আইকণ আৰু গুলেজাক কথাটো সোধাব লাগে। দুখীয়া হলেও আইকণে গুলেজাক কালৈকো যাচি নিদিয়ে। তাইক গাঁৱতে কেইবাটাও ডেকা ল'ৰাই বিয়া কৰাবলৈ ওলোৱাৰ কথা মাক-জীয়েক দুয়োজনীয়ে জানে।'

'গুলেজাক সোধাতকৈ বিয়াৰ কথা দৰকাৰ হলে, কামালকে সুধিব লাগে। কাৰোবাৰ মন যদি ক'ৰবাত বান্ধ খাই আছে, তাৰ মাজত আমি নোসোমোৱাই ভাল। জানি শুনি কাৰো মন ভাঙিব নেপায়। তাৰ পৰা কাৰো ভাল নহয়, কল্যাণ নহয়।'

ফয়জত বুঢ়া হজলৈ যাবলৈ ওলোৱাৰ সময়ৰ এইবোৰ ঘৰুৱা আলোচনা। কাছিমে এইবোৰত ভাগ নলয়। তাৰ কাৰণে বেছি জৰুৰী খবৰটো হ'ল—বৰ বাপেক এইবাৰ হজ কৰিবলৈ মক্কালৈ যাব। বৰ বাপেক হজ কৰি হাজী হৈ ঘূৰি অহাৰ পিছত সিহঁতৰ পৰিয়ালটোৰ মান-মৰ্যাদা বাঢ়ি যাব। লগে লগে কাছিমৰো মান মূল্য বাঢ়িব। তাৰ বিয়াখন পিছে পৰে পাতিলেও হ'ব। যাৰে লগত তাৰ বিয়া হ'বলগীয়া কপালত আছে, তাৰে লগত হ'ব।

পিছে গাঁওখনৰ ভিতৰত গুলেজাকে তাৰ ভাল লাগিছিল। পিছে সেইবোৰ কথা যাকে-তাকে মুখ খুলি কৈ ফুৰিব পাৰিনেকি ?

কামালৰ মনটোও জনা দৰকাৰ।

ফৰিদৰ মনটোও বুজা দৰকাৰ।

পাৰিলে গুলেজাৰ মনটো জানিবলৈ চেষ্টা কৰা দৰকাৰ।

ৰবৰবাই নিজে নিজে কিবা এটা ঘপহ কৰে কৰি নেপেলালেই হয় ?

কাছিম বাট চাবলৈ সাজু।

সি বন্ধু-বান্ধৱৰ লগতো কথাটো আলচ কৰিব। বিয়া বুলি আৰু জীৱনটো লৈ জুৱা খেলিব নোৱাৰি নহয়।

# ওঠৰ

আইকণ গৈছিল ফয়জত মোল্লাৰ ঘৰলৈ তেওঁৰ হজলৈ যোৱাৰ যা-যোগাৰ কেনে হৈছে বুজ লবৰ কাৰণে। ফয়জত তেতিয়া ঘৰতে আছিল।

শালনী গাঁৱৰ পৰা প্ৰতি বছৰ হজলৈ যোৱা মানুহ নোলায়। দুই তিনি বছৰৰ মূৰত একোজন যায়। হজ কৰিবলৈ আৰবলৈ যাবলৈ কেইবা হাজাৰো টকা লাগে। গাঁৱৰ সৰহভাগ মানুহেই পেটে-ভাতে পোহপাল গৈ থকা মানুহ, অতি কমৰহে অলপ ৰাহি কৰিব পৰা আৰ্জন আছে।

হজ-যাত্ৰী হ'বলৈ ওলোৱা জনকলৈ, যোৱাৰ চাৰি-ছমাহৰ আগৰ পৰা ৰাইজৰ মাজত গুণাগ'থা চলে। ব্যক্তিজন আলোচনাৰ বিষয় হৈ পৰে, তেওঁৰ কথা আৰু কামে বিশেষত্ব আৰু গুৰুত্ব লাভ কৰে। হয়তো যি জন মানুহৰ কথা-বতৰা আৰু কাৰ্যকলাপক ৰাইজে নানা ধৰণে সমালোচনা কৰিছিল, সেইবোৰ কথা মানুহে পাহৰি যাবৰ চেষ্টা কৰে। মানুহজন যে এজন ভাল মানুহ সেইকথা সকলোৰে মুখে মুখে বাগৰি যায়। ভাল মানুহ নহলে হজ কৰাৰ ভাগ্য যাৰে-তাৰে, সকলো মানুহৰে হয়নেকি ?

আইকণক বহিবলৈ দি, নিজেও বহিলৈ ফয়জতে কথা পাতিবলৈ ললে ঃ

"এৰা, দোৱা কৰিবা, নিয়ত কৰি ওলাইছো। সকলো আল্লাৰ হাতত। গুণাহগাৰ বান্দা, আল্লাই আশা পূৰ কৰি ভালে-কালে ঘূৰাই আনিলেই হয়।" ফয়জতে ক'লে।

ফয়জত গুলেজাৰ বাপেকৰ বয়সীয়া। আইকণে ককাইটি বুলি মাতে। আইকণে ক'লে, "ভাল কাম কৰিবলৈ যাবলৈ ওলাইছা, আল্লাই নিয়ত পূৰণ নকৰিব কেলেই ? আমাক আল্লাই ধন-পইচা নিদিলে, নহলে আমিও যাব পাৰিলো-হেঁতেন।"

"বে'-চব্দুৰ হ'ব নেপায়। কাৰ কপালত কি আছে কোনে জানে ? কিজানি তয়ো কেতিয়াবা যাব পাৰই। কত ভিক্ষাৰী-মগনীয়ায়ো গৈ হজ কৰি আহিছেগৈ। জীয়েৰৰ ভালনে এতিয়া, তাই এইফালে নাহেই দেখোন, ঘৰতে আছে নহয় ?"

"নেথাকিনো কলৈ যাব ?"

"মাজতে বোলে গোঁহাই মাষ্টৰৰ ঘৰত দুদিনমান আছিলগৈ ? হয়নেকি কথাটো ?"।

সেই কথাৰ উত্তৰ নিদি, আইকণে দহটকীয়া ন'ট এখন ফয়জতলৈ আগবঢ়াই ক'লে, "তাই গামোছা এজুটি বৈছিল। তাৰে গামোছা বেচি ৰূপ কেইটকা দি

পঠিয়াইছে, তোমাক দিবলৈ, হজ্জত খৰছ কৰিবা। আমাৰ কাৰণে পাক ঠাইত আল্লাৰ ওচৰত দোৱা কৰিবা, লোৱা।"

টকাকেটা লৈ ফয়জতে ক'লে, "তইনো আকৌ পইচা কেলেই দিছ? তহঁতৰ নিজৰে নাই।"

ফয়জতে ভিতৰৰ কাৰোবাক চিঞৰি মাতিলে। টকাকেটা থৈ, আইকণক চাহ দিবলৈ ক'লে।

"তহঁতৰ ফালে পাক এটা মাৰিম বুলি ভাবি আছো, দিনো আছে, এবাৰ যামেই সেইফালে। কোন দিনা যাব পাৰো জানো এথোন।"

ফয়জত অলপ ৰ'ল। গল খেকাৰি লৈ যেন অলপ সাজু হৈ ল'লে। তাৰপিছত ক'লে, "কথা এষাৰ ক'লে বেয়া পাবিনেকি?"

আইকণে ফয়জতৰ মুখলৈ চালে।

"ছোৱালীজনীক ক'ৰবালৈ দিয়া-মেলাৰ কথা-বতৰা কিবা হৈছেনেকি?"

আইকণে মূৰ জোকাৰিলে আৰু ক'লে,

"আমাৰ নিচিনা ছাল-চিগা ভিকহুৰ ঘৰৰ ছোৱালী খুজিবলৈ নো কোন আহিব?"

"তেনেকৈ ক'ব নেপায়। তয়ে কচোন তাইৰ নিচিনা এজনী ছোৱালী আমাৰ এই অঞ্চলত ক'ত আছে? ৰূপতে পাৰিব নে, গুণতে পাৰিব?" কথাতে কয় বোলে লেতেৰী হাঁহৰ লোঠে'ৰা কণী।"

তলমূৰ কৰি আইকণ মনে মনে থাকিল।

কিবা এটা কথা চিন্তা কৰাৰ নিচিনাকৈ ফয়জতো অলপ সময় মনে মনে ৰ'ল, তাৰ পিছত ক'লে, "তাইৰ বাপেকো নাই, ককাই-ভায়ো নাই, তই অকলশৰীয়া মানুহজনীয়ে গুলেজাক কিমান ৰাখিবি?"

হুমুনিয়াহ এটা কাঢ়ি বাহিৰৰ ফালে চাই আইকণে ক'লে, "তাইৰ খা-খছলত ভাল কাৰণেহে, মনৰ বলো আছে দেখিহে, নহলে মোৰ জোলে জুৰিলেহেঁতেন। আমাৰ মান-ইজ্জত ৰক্ষা কৰিব লাগে বুলি তাই বুজে।"

"এৰা, তাইৰ কোনো বেয়া কথা আমিও কেতিয়াও শুনা নাই। আমাকো ভতিজাটোৰ কাৰণে, কাহিমৰ কথা কৈছো, তেনেকুৱা ছোৱালী এজনীকে লাগে। ভতিজা বুলি কোৱা নাই। ময়ে জানো তাক ডাঙৰ-দীঘল কৰা নাই? সি ল'ৰাটো বেয়া নহয়?"

আকৌ আইকণে ফয়জতৰ মুখলৈ চালে। তাই যেন কথাষাৰৰ মৰ্ম বুজি পোৱা নাই। অলপ পৰ নিৰবে থাকি তাই সুধিলে, "কি কৈছা জানো। মই ধৰিব পৰা নাই। আমাৰ গুলেজাৰ কথা কৈছানেকি?"

"আৰুনো কাৰ কথা কৈছো। ময়ো হজলৈ যাবলৈ ওলাইছো। জীৱন-মৰণৰ ঠিকনা নাই। মনতে ভাবিছো বোলো যোৱাৰ আগতে তাৰ বিয়াখন পাতিথৈ যাঁও। তহঁতে কেনে বোল জানো?"

আইকণে মনে-মনে শুনি গ'ল। একো নেমাতিলে আৰু কি কয় শুনিবৰ কাৰণে কাণ দিলে।

ফয়জতেই ক'লে, "মই বোলো গুলেজাৰ যদি ক'তো বিয়াৰ বন্দোবস্ত হোৱা নাই আমাৰ কাছিমলৈকে আনি থও। বেয়া হ'বনেকি ?"

চাহ-জলপান দি আইকণক ভিতৰলৈ মাতিলে, একো নকৈ আইকণ ভিতৰ সোমাই গ'ল। ফয়জত বহাতে বহি থাকিল। আৰু ভিতৰত আইকণে ফয়জতৰ সৰু জীয়েক ফুলৰ লগত কি কথা পাতে, তালৈ এনেয়ে কাণ দিলে।

"বাবাই কিবা কথা এৰাৰ কৈছেনেকি পেহী ?" ফুলে সুধিলে, তাৰ পিছত নিজেই ক'লে, "কেইবা ঘৰৰ পৰা তালৈ ছোৱালী যাচিছে। পিছে যাৰে তাৰে ঘৰৰ ছোৱালী তালৈ আনিব পাৰোনেকি ? কাছিম ককাইটিৰ তেনেকৈ পঢ়াশুনা বেছি নাই হয়, চাকৰি-বাকৰি নেপায়। সি খেতি-বাতি, কাৰ-কাৰবাৰ কৰি ঘৰতে থাকিব, গাঁৱতে থাকিব। আমাৰ দদাইৰ ল'ৰা নে আমাৰ নিজৰ ককাই আমি কোনো দিন নেভাবো। তাৰ ভাগত খেতিৰ মাটিও পৰিছে চৌধ হালিচা। আমি বোলো আমাৰ ঘৰত গুলেজাৰ নিচিনা ছোৱালী এজনী হলেহে ভালকৈ চলিব পাৰিব। বিয়াৰ পিছত গুলেজাই যদি ক'ৰবাত চাকৰি পায়, চাকৰি কৰিব, আমি বেয়া নেপাওঁ।

পেহী, তোমালোকে কথাষাৰ ভাবি চিন্তি চোৱা। কাৰোবাক সোধা মেলা কৰিব লগীয়া আছে যদি সোধা পোছা কৰা। পিছে আমাক সোনকালে তোমালোকৰ মতটো জনাবা। বাবা হজলৈ যোৱাৰ আগতে কাছিম ককাইটিৰ বিয়াখন পাতিথৈ যাবলৈ বৰ হেঁপাহ কৰিছে। তোমালোক অকলশৰীয়া মানুহ, তোমালোকেওতো বিয়াখনৰ কাৰণে অলপ যা-যোগাৰ কৰিব লাগিব। আমাক পিছে একো বস্তু দিব নেলাগে। ছোৱালীজনী হলেই হ'ব।"

হয়তো কথাখিনি ফুলে আগতে আলচি থৈছিল। তাই প্ৰায় একে উশাহে কথাখিনি ক'লে। তাইৰ কথাৰ একো উত্তৰ নিদি, জলপান চাহখাই, তামোল এখন মুখত ভৰাই, আইকণ ভিতৰৰ পৰা বাহিৰ ওলাই আহিল। ফয়জত তেতিয়া বহাতে বহিয়ে আছিল।

যাবলৈ মাত লগাই আইকণে ক'লে, "মই এতিয়া যাঁও—"

"যাৱ ? যা-বাৰু। হয় নহয় সোনকালে আমাক কিবা এটা জনাবি। পিছে তই আৰু জীয়েৰে মন কৰিবলে, অইনৰ আৰু মাত মাতিবৰ কি আছে, নহয় জানো ?"

"এতিয়া বাৰু মই যাঁও। আকৌ কোনোবা দিনা আহিম।"

এটা দোধোৰ-মোধোৰ মন লৈ আইকণ ঘৰমুৱা হ'ল। পদুলি মুখলৈকে আহি ফয়জত মোল্লাই তাইক বিদায় দিলে। ফয়জত মোল্লাৰ ঘৰলৈ গুলেজাক বিয়া দিব পাৰিলে বেয়া নহয়। তাইৰ বিয়াৰ বয়স হৈছে, মই বুঢ়া হৈ আহিছো, আমাক মাজত বেয়া মানুহো আছে, তাই ভাল ছোৱালী বুলিছে। ফয়জত মোল্লাৰ ঘৰখন চকু

আমাৰ ঘৰৰ নিচিনা মানুহৰ ওপৰত পৰাটো ভাল পাবলগীয়া কথা। পিছে কাছিমৰ পঢ়াশুনা গুলেজাতকৈ কম। তাইবা কি ভাবে, কি কয়, কামাল আৰু ফৰিদেতো অহা-যোৱা কৰে। মুখ খুলি আজিলৈকে এটায়ো মনৰ ভাবৰ কথা কোৱা নাই। পোনপটীয়াকৈ আজিহে ফয়জুত ককাইটিয়ে তেওঁলোকৰ ভাবটো জনালে।

কথাবোৰ চিন্তা কৰি আইকণ ঘৰ পালেহি। ভিতৰ সোমাই দেখিলে আগফালৰ কোঠালিতে কণক গোঁহাই বহি আছে, কামাল আৰু গুলেজাৰ লগত কিবা কথা পাতি।

গুলেজাই যেন মাকৰ কাৰণেই বাট চাই আছিল এনে ধৰণে মাতত আনন্দ সানি তাই ক'লে, "বৌটি আহিলি? বহুত দেৰী কৰিলি।"

লগে লগে গোঁহায়ে কৈ উঠিল, "কত ফুৰাহে আইকণ, যেন জীয়েৰৰ কাৰণে ক'ৰবাত দৰা বিচাৰিহে গৈছিলা। আজি মই সময় মতে নোলোৱাহি হলে, কামালৰ লগত জীয়েৰ উৰা মাৰিলেহেঁতেন।"

"চাৰে আৰু কি যে কয়", মিঠা খঙেৰে গুলেজাই ক'লে, আৰু ভিতৰ সোমাই গ'ল।

"হেৰ, কামাল জানিবা আমাৰ ইয়াৰে, বিদেশৰ নহয়। আমাৰ অসমখন কম দেশ বুলি ভাবিছনেকি? শ্ৰীকৃষ্ণ আহি কুণ্ডিলৰ ৰুক্মিণীক পলুৱাই নিলেহি। নাতিনীয়েক অনিৰুদ্ধই উষাক নিবলৈ আহি সেইখন হৰিহৰৰ ৰণকে কৰিলে। উলুপী নে কোনোবা আমাৰ এই ফালৰে এজনীৰ কথা জানই। ভীম নে কোন—"

"মাষ্টৰ কেতিয়াবাই আহিলনেকি? ফয়জুত মোল্লা হজলৈ যাবলৈ ওলাইছে। মাত এষাৰ লগাই আহিলো", আইকণে ক'লে।

গোঁহায়ে গহীন হৈয়ে ক'লে, "বোলো কামাল আৰবলৈ যাবলৈ ওলাইছে, টালি টোপোলা কথাত লাগি আছে, সেই দেখি ঘৰৰ পৰা বাহিৰ ওলোৱা নাই। পিছে ভদ্ৰলোক আহি ইয়াত গুলেজাৰ লগত মেল মাৰি আছেহি। দুয়োটাৰে ভুৰুংকৰে ক'ৰবালৈ উৰা মৰাৰ মৎলব যেন হে লাগিছে। এইবোৰ পাখি লগা চৰাই, এনেকৈ মুকলিত এৰি থৈ মিতিৰ খাই ফুৰাটো বিপদৰ কথা কিন্তু।"

"আপুনিনো কেতিয়া আহিল?"

"কাতিমহীয়া দিনেৰে এদিন হ'ল, চাহো নাই, জলপানো নাই, তামোল পকটিয়াই কথা পাগুলি বহি আছো।"

"গুলেজাইনো ভিতৰত সোমাই কি কৰি আছে। মাষ্টৰক চাহ এটোপাও দিব পৰা নাইনে?"

মাষ্টৰে ক'লে, "গুলেজাই বোলে চাহ-জলপান একেবেলিয়ে বিয়াৰ ৰভাতলতহে খুৱাব। সিমান পৰলৈ লাগিলে কণক গোঁহাই শুকাই-খীণাই মৰিলেও মৰক। আইকণ বহা, বহা, আহিয়ে পোনে পোনে ৰান্ধনীশালত সোমাব নেলাগে।

ঘৰীয়াৰ ঘৰত মই চাহ-জলপান নেখাৱেই। পিছে মই উঠো। ইহঁত হালক ঢেৰ জ্বালো।"

"শুদামুখে কেলেই যাব আকৌ? গুলেজা—"

উগাৰ এটা মাৰি কণক গোঁহায়ে ক'লে—"ভজা পিঠা গাল পেটত ভৰাই লৈ এতিয়া বেজৰ ওচৰলৈ দৌৰিব লগীয়া নহলেই হয়—ঔম—"

আইকণে হাঁহি দিলে।

"চাৰ, আমাৰ ঘৰলৈকে আহিলনে অন্য কোনিবা গৈছিলে?'

"ইয়ালৈকে আহিলো। শুনিলো বোলে কামালে দিদাৰতে নে কাৰোবাৰ কাণ এখন কাটি আনি, মনে মনে গুলেজাক উপহাৰ দিছেহি। হেৰ, উপহাৰ দিছই যেতিয়া, লুকুৱাই দিয়, দেখুৱাই দিয়, কাণখন দিয়াতকৈ থুৰীয়া এযোৰ দে, কাণফুল এযোৰ দে, লোকৰ কাণখন এতিয়া এই খাবই নে পিন্ধিবই? হেৰ গুলেজা, দিদাৰতৰ কাণখন কি কৰিবালি? খোপাত পিন্ধি আছনে, বাকছত ভৰাই থৈছ? চাও ওলাই আহচোন।"

ইমানপৰ কামাল মনে মনে আছিল। এইবাৰ সি ক'লে, "চাৰ, মই পলাই ফুৰিছো বুলি কোনোবাই কোনোবাই কৈছে। পিছে মই নাই পলোৱা, নপলাও, দিদাৰতে বোলে মোকদ'মা দিছে। এইবাৰ মই তাৰ ইখন কাণো কাটিম চাৰ।"

আইকণে ক'লে, "আমাৰ বাৰীত পিছফালে নতুনকৈ জাতিলাও লাগিছে। যাচোন কামাল, তাৰে দুটা জালি চাই চিঙি আনগৈ। এটা চাৰক দেহি, এটা তই লৈ যাবি।"

কামাল উঠিল।

"হেৰ, জাতিলাওৰ গছ চিনি পাৱ? নেপাৱ? পিছফালে যে নাহৰ জোপাৰ নিচিনা ওখ গছ জোপা দেখিছ, সেই জোপাই জাতিলাও। পিছে নাহৰ গছ বা চিনি পাৱনে নেপাৱ— "

কামাল ওলাই গ'ল। সৰুকৈ আইকণে ক'লে, "মাষ্টৰ, ডাঙৰ কথা এটা হৈছে নহয়—" "ও", ডাঙৰ কথা নহৈ আৰু সৰু কথা হ'বনে? কামাল জাতিলাও চিঙিবলৈ গৈছে, সেইটো কি সৰু কথা? আৰু কি ডাঙৰ কথা হৈছে, কোৱাচোন— "

"ফয়জত মোল্লাৰ ঘৰলৈ যে গৈছিলো—"

"ও" সেইটোও সৰু কথা নহয়। তাৰপিছত?"

"তেওঁ কথা এটা ক'লে, মই ভবাই নাছিলো যে তেওঁ তেনেকুৱা কথা এযাৰ ক'ব।"

গোঁহায়ে আইকণৰ মুখলৈ চালে।

"কিবা ডাঙৰ কথা ক'লে চাগৈ—কি কথা?"

"তেওঁৰ ভতিজাক কাছিমলৈ গুলেজাক লাগে।"

গোঁহায়ে চিঞৰি ক লে, "হেৰ কামাল, লাও আৰু এটা পাৰ। ভাল খবৰ আছে।"

"মই একো নকৈ গুছি আহিলো। ভাবিলো বোলো আগে নাক সুধিম। এইবোৰ কথাত মই মুখ মেলিব পাৰোনেকি? আপুনি বা এতিয়া কি কৰিবলৈ দিহা দিয়ে।"

কণক গোঁহায়ে চিঞৰি ক'লে, "হেৰ' গুলেজা, ক'ত নিতাল মাৰিলি? মই কভা দিবলৈ মানুহ মাতেো, বৌতিয়েৰে মাহ-হালধি বিচাৰক, কামাল ধন ঘটিবলৈ আৰবলৈ যাওক, আৰু গুলেজাই উপহাৰ পোৱা দিদাৰতৰ কটা কাণখন খোপাত পিন্ধি, কইনা হৈ ফোঁচফোঁচাই কান্দক, আৰু হাতীত উঠি কাছিম আহক দৰা হৈ—ধুনীয়া হ'ব।"

অনুৰোধৰ সুৰত আইকণে ক'লে, "এতিয়া আমিনো ফৰজত মোল্লাক কি উত্তৰ দিম?"

"ও*, কিবা এটা ক'ব লাগিব।"

"হয়।"

গহীন হৈ গুৰু গম্ভীৰ উপদেশ দিয়াৰ ধৰণে গোঁহায়ে ক'লে, "ফৰজত মোল্লাক এটা কথা ক'ব লাগে যে কণবাপু সৰবজানে কুকুৰা ঠেঙেৰে মাটিত মঙ্গল চাই কৈছে যে আগে মোল্লা হজ কৰি ভালে-কুশলে আৰবৰ পৰা ঘূৰি আহক। তাৰ আগতে ভতিজাক কাছিমৰ বিয়া পতাটো মঙ্গলজনক নহ'ব। বাটত দুটামান গ্ৰহ আছে। বিয়া পাতি থৈ গ'লে আৰব সাগৰত জাহাজ ডুবাৰ ভয় আছে।"

কামালে তিনিটা জাতিলাও পাৰি আনিলে আৰু আইকণৰ আগত মাটিতে থৈ ক'লে, "এইয়া লাও চাৰ—"

"ও*, হ'ব। পিছে লাজ-চাজ কৰিব নেলাগে, কথা এটা কচোন ফাইনেল। আকৌ দ্বিতীয়বাৰ নোসোধো। খাটাং জবাব দিবি। আগে তই আৰবলৈ যাবিনে আগে বিয়া কৰাবি? ছোৱালীজনী কোন বুজিছ নহয়? নে নাই বুজা?"

"চাৰ, কি কৰিব লাগে আপুনিয়ে কওক। আগৰৰ কাৰবাৰ নোহোৱা হৈ আহিছে। হাতত টকা-পইচাও নাই—"

"বক্তৃতা দিব নেলাগে। তাৰ মানে আগে তই এক জাহাজ ধন ঘটি আনিবি, তাৰ পিছত উৰাজাহাজত তুলি কইনা বিয়া কৰাই উৰিবি? খাটাং?"

"চাৰ মানে—"

"তোৰ ভাষাৰ মানে বুজাব নেলাগে। মই বুজি পাইছো। তই যদি ঘূৰি আহি ছোৱালীজনী নেপাবহি, মানে তাইৰ যদি তই নেথাকোতে অইন কাৰোবাৰ লগত বিয়া হৈ যায়?"

"চাৰ, আপুনি কি কৈছে—?"

"অসমীয়া ভাষা বুজি নোপোৱাই হলিনেকি? মই আকৌ আৰবী নেজানো,

অকল চালাম আজেইকুল আৰু বিচ্মিল্লা জানো। দুইটা নহবও পাৰে, খুজিছ ? হয়, আৰবৰ ধন, নহয় স্ত্ৰীধন। হয় গুলেজা, নহয় টকা। আগৰ দিনত আৰবৰ টকা লোহোৱাকৈয়ে বিয়াবোৰ হৈছিল, আজিকালি কথা বেলেগ—হেৰ গুলেজা—"

ইমানপৰ চুপচাপ থকাৰ পিছত এইবাৰ গুলেজাই আহি ভিতৰৰ পৰ্দা খনৰ সিফালে থৈ ক'লে, "চাৰ, মই কলেজত পঢ়িম।"

"টকা ক'ৰ পাবি কলেজত পঢ়িবলৈ ? ক'ৰ কলেজত পঢ়িবি ?"

"টাউনৰ কলেজত। মাটি বন্ধক দিম। আজিকালি ছোৱালীয়ে ফিজ দিব নেলাগে ?"

"কাক বন্ধকত দিবি তহঁতৰ মাটি ?"

"জয়নাথ ড্ৰাইভাৰক দিম। তাক মই কৈছো, সি লম বুলিছে।"

"জয়নাথ ? সেই টেক্সী ড্ৰাইভাৰ ল'ৰাটো, তাৰ বহুত টকা হ'ল নেকি ? সি মাটি বন্ধক লৈ কি কৰিব ?''

"নহলে এনেয়ে কোনোৱে টকা ধাৰে নিদিয়ে। সি আমাক আধিকৈ খেতি কৰাই খাবলৈ দিব।"

"কলেজত কেইবছৰ পঢ়িবি ? তাৰ পিছত কি কৰিবি ? আৰবলৈ যাবি গৈ নেকি ?"

গুলেজাই একো নেমাতিলে। কামালে গুলেজাৰ মুখলৈ চালে।

কণক গোঁহাই বহাৰ পৰা উঠিল। "হেৰ, মেট্ৰিক পাছ ছোৱালী বিয়া কৰাব পৰা ল'ৰাই আমাৰ গাঁৱত নাই। কলেজত পঢ়ি বি. এ., এম. এ পাছ কৰা ছোৱালী কোনে বিয়া কৰাব। আমাৰ কোনোবা আছে জানো ?"

"ফয়জত মোল্লাক পিছে মই কি কম ?" গোঁহাইৰ মুখলৈ চাই আইকণে সুধিলে।

"কথাটো দেখোন জীয়েৰে কলেই ? কামাল ধন ঘটিবলৈ বিদেশলৈ যাব, গুলেজা জ্ঞান ঘটিবলৈ কলেজলৈ যাব, ফয়জত পুণ্য আৰ্জিবলৈ মক্কালৈ যাব, হেৰ, হেৰ, আৰু কোন কলৈ যাব ? মইতো তহঁতৰ জহন্নামলৈ যাবলৈ ওলাই আছো। তাৰ আগতে মই জাতিলাও লৈ ঘৰলৈ যাওঁ—"

কণক গোঁহায়ে লাওটো হাতত লব খুজিছিল। গুলেজাই ক'লে, "লাওচাও কামাল ককাইটিয়ে দি আহিবগৈ চাৰ, আপুনি নিজে নিব নেলাগে—"

"পিছে কামাল জানো এতিয়া তহঁতৰ ঘৰৰ পৰা যাব ? ইহঁতে কথা পাতিবলৈ লাওতেই মই আহি ওলালোহি। ইহঁতৰ কথা পতা নহ'ল। মোক চাগে শাওহে দিছে।"

"মই চাইকেলেৰে গৈ লাওটো আপোনাৰ ঘৰত দি থৈ আহিম গৈ চাৰ। আপুনি ব'লক।"

গোঁহাইক আগবঢ়াই দিবৰ কাৰণে আইকণো চোতাললৈ ওলাই আহিল।

অলপ বৈ পিছ পৰি সনুকৈ কামালে গনুলেজাক ক'লে, "কাছিমো যে এটা কেণ্ডিডেট মই জনাই নাছিলো। মই বোলো অকল ফৰিদ হে কেণ্ডিডেট। সি পাচ্‌পৰ্ট পালেই। মৰো যাম। কাছিম হে থাকিব কিজানি, সি পিছে ভাল লৰা।"

"মানুহৰ কাণ নাক কাটি ফুৰিলেই আৰবলৈ যাব পাৰিবানে কি ?"

"অলপ 'আগৰ' আৰু 'আতৰ' গোট খাইছে। কেইদিন মানতে মই বোম্বাইলৈ যাম। ঈদৰ সময়ত আৰবী বিলাকো আহিব। পাবো যদি তাৰ পৰাই এখন পাচ্‌পৰ্ট উলিয়াম, আৰবলৈ মই যামেই।"

"মই কলেজত পঢ়াৰ কথা চাৰক পিছে এনেয়ে ক'লো। জয়নাথে পিছে কৈছে, যেনেকৈ পাৰে সি মোক সহায় কৰিব। মোৰ কিন্তু পঢ়িবৰ বৰ মন আছে।"

"বহুত মানুহ বোলে মাল কঢ়িওৱা জাহাজতো কুলী হৈ যায়। সুবিধা কৰিব পাৰিলে তেনেকৈয়ে যাম।"

মাতটো অলপ টান কৰি গনুলেজাই ক'লে, "ফৰিদ, কাছিম, তুমি আৰু যি যি আছা সকলো যিমান সোনকালে পাৰা আৰব বিলাত যলৈকে যোৱা যোৱাগৈ। তেতিয়া মই অলপ শান্তিৰে থাকিব পাৰিম।"

"দিদাৰতক পিছে কি কৰিম ? তাক থৈ যাবলৈহে ভয় হৈছে।" কামালে ক'লে।

"তাৰ খবৰ-বাতৰি মৰে লৈ থাকিম। তুমি চিন্তা কৰিব নেলাগে। এইবাৰ আৰবৰ পৰাহে ঘূৰিবাগৈ হ'বলা ?'

"খেমালী নহয় গনুলেজা। এবাৰ গৈ আহোগৈ, মোক অবিশ্বাস নকৰিবি।"

"যোৱা, মই পিছে ক'লৈকো নেযাওঁ। ইয়াতে থাকিম।" গনুলেজাই ক'লে।

## ঊনৈশ

অৱশেষত ফয়জত মোল্লাৰ হজ কৰিবলৈ যোৱাৰ দিন-বাৰ ঠিক হ'ল। গাঁৱৰ কেইটামান ডেকা তেওঁক বোম্বাইলৈকে আগবঢ়াই থবলৈ যাবলৈ ওলাল। তাৰে দুটামানে এই চেগতে কিছু 'আতৰ' আৰু 'আগৰ' কাঠো লগতে লুকুৱাই নিয়াৰ দিহা কৰিলে। কথাটো অন্যে তেনেকৈ গম নেপালে। আগে-পিছেও গাঁৱৰ কোনোবা হজ কৰিবলৈ যাবলৈ ওলালে আগবঢ়াই থবলৈ কোনোবা আপোন মানুহ যায়। যদুৱা কোনোবা যাওতা নেথাকিলে বা নোলালে অন্য মানুহেই যায়। কোনোবাই ষ্টেচনত ৰেলত তুলি থৈ আহেগৈ ; কোনোবাই গুৱাহাটীৰ পৰা হজ যাত্ৰী লৈ যোৱা স্পেচিয়েল ৰেলত তুলি বিদায় দিয়েগৈ আৰু কোনোবা বোম্বাইলৈকে গৈ জাহাজত তুলি বিদায় দি থৈ আহেগৈ।

ৰৰবাপেকক আগবঢ়াই থবলৈ কাছিমো যাবলৈ ওলাল। অলপ দিনৰ আগতে

তাৰ বিয়াখনো হৈ গ'ল। গুলেজা এতিয়া বিয়া নহয়। তাই কলেজত নাম লগাই পঢ়িব—বুলি আইকণে ফয়জতলৈ কৈ পঠোৱাৰ পিছত ফয়জতে আৰু জোৰ নকৰিলে। কেইদিনমানৰ ভিতৰতে গাঁৱৰ অন্য এজনী ছোৱালী বন্দোবস্ত কৰি ফয়জতে কাছিমৰ বিয়াখন পাতি পেলালে। হজলৈ যাবলৈ ওলোৱাৰ সময়ত বিয়া-পাতি ধুমধাম কৰি, পইচাবোৰ আধানাৰ্জ্জ কৰিবৰ দৰকাৰ নাই, উপায়ো নাই। তথাপি বিয়াখন একেবাৰে চুচুৰীয়া নহ'ল। আইকণৰ নিচিনা এজনী মানুহৰ ইমান ফুটনী, মোৰ ভতিজাটোলৈ জীয়েকক নিদিলে। কালৈনো দিয়ে চাম! তাইৰ ছোৱালী নহলে, কাছিমৰ কাৰণে ছোৱালী নেপাই নেথাকো।

ফয়জতে নিজৰ কথা ৰাখিলে, আৰু অনিশ্চা স্বত্ত্বেও, কিছু টকা খৰছ কৰি বিয়াখন অলপ ডাঙৰকৈয়ে পাতিলে। বিয়ালৈ আইকণহঁতকো মতালে, গুলেজা নাহিল, আইকণ আহিল। গুলেজাক কাছিমলৈ খোজা কথাষাৰ গাঁৱত জনাজনি হৈছিল, গুলেজাৰ আহিবলৈ লাজ লাগিল। অৱশ্যে কাছিমৰ বিয়াখন গাঁৱৰে অন্য এজনী ছোৱালীৰ লগত হৈ যোৱাৰ কাৰণে আইকণ গুলেজা দুয়ো ভাল পালে। এটা অসুবিধাজনক পৰিস্থিতিৰ পৰা দুয়োজনী ৰক্ষা পৰিল।

কামালক লগ ধৰি ফৰিদে ক'লে, "তোৰ পাচ্‌প'ৰ্টখনৰ কাৰণে বৰ চিন্তা নকৰিবি। যদি তোৰ কাৰণে পাচ্‌প'ৰ্ট এখন উলিয়াব নোৱাৰো মোৰ খনকে তোক দিম।"

"তোৰখন মোক কেনেকৈ দিবি? ফটো আছে নহয়?"

"ফটো সলনি কৰিব পৰা যাব। পিছে মোৰ পাচ্‌প'ৰ্টেৰে তই গলে তোৰ নাম ফৰিদ আহমদ হ'ব। অৰ্থাৎ তই, মই হ'ব লাগিব।"

"সেইবোৰ কৰি কিবা বিপদত পৰিব লগা হয় ক'বতো নোৱাৰি। নেলাগে বুজিছ কেতিয়াবা ভুলতে কোনোবাই সুধিলে মোৰ মুখৰ পৰা আচল নামটো ওলাই গলে ধৰা পৰি যাম।"

"বহুতে পাচ্‌প'ৰ্ট জাল কৰি দেশ-বিদেশলৈ অহা-যোৱা কৰি আছে। মানুহটোৰ লগত পাচ্‌প'ৰ্টৰ ফটোখন মিলিলেই হ'ল। নামটো নোসোধেই কেতিয়াবা।"

ফৰিদে তাৰ কাৰণে ইমানখিনি ত্যাগ কিয় কৰিবলৈ ওলাইছে সেই কথা চিন্তা কৰি কামালে ভাবিলে, যিটো ল'ৰাই পাচ্‌প'ৰ্ট জাল কৰিও তাক আৰবৰ নিচিনা দুৰদেশলৈ আঁতৰাই পঠিয়াব খুজিছে, তাৰ কিজানি অন্য কিবা উদ্দেশ্যও আছে। কি হ'ব পাৰে বাৰু সেই গোপন উদ্দেশ্য? অসমত এতিয়া 'আগৰ 'আঁতৰ'ৰ কাৰবাৰ তেনেই মন্দা হৈ আহিছে। মোক দূৰণীলৈ পঠিয়াই দি সি কাৰবাৰটো একচেতিয়া কৰিব খুজিছেনেকি? সিও কাৰবাৰ কৰিছে, ময়ো কৰিছো, তাৰ কাৰবাৰত হেতা-ওপৰা কৰা নাই মই, সিও মোৰ ভাগৰ কাঢ়ি খোৱা নাই। আমি দুটাই নিজৰ নিজৰ ভাগে যেনেকৈ পাৰো কাৰবাৰ কৰি খাইছো, লাভো নিজা, লোকচানো নিজা। তাৰনো মোক দূৰণীলৈ পঠিয়াবলৈ ইমান তৎ নোহোৱা হৈছে কেলেই?

আৰু কি কাৰণ হ'ব পাৰে ?- গুলেজা ?

গুলেজাক মই ভাল পালো বুলি অন্যে ভাল নেপাব, সেইটো মই কেনেকৈ দাবী কৰিম ? সি যদি গুলেজাক বিয়া কৰাব খোজে, আৰু গুলেজাও যদি তাৰ লগত বিয়া হ'বলৈ মান্তি হয়, তাত মই কেতিয়াও বাধা নিদিও। গুলেজালৈ তাৰ মৰম আছে। সেই কথা ময়ো জানো আৰু বহুতেই জানে, পিছে অন্য কথাত সি মটমটীয়া যদিও, এই বিষয়ত সি বৰ লাজকুৰীয়া। মুখ খুলি তাৰ মনৰ কথা সি কাকো নকয়। গুলেজাৰ নিচিনা এজনী খোলা মনৰ ছোৱালীক এইবোৰ কথা মুখ ফুটাই ক'বলৈকো হয়তো তাৰ সাহসে নকুলায়। মই বিদেশলৈ, দুৰণীলৈ, বহুত দিনৰ কাৰণে আঁতৰি গ'লে, হয়তো তাৰ মনৰ কথা সি গুলেজাক মুখ খুলি ক'ব পাৰিব। লগৰ সমনীয়া ডেকা ল'ৰাৰ লগত সি অন্য কথাত বীৰত্ব কৰিব পাৰে, কিন্তু ছোৱালীৰ আগত সি লেউসেউ, কথাকে বিচাৰি নেপায়।

পৰিস্থিতিটোৱে কামালক কিছু বিব্ৰত কৰিলে। কিন্তু ফৰিদৰ নিচিনা ল'ৰা এটাই যদি পাচ্‌প'ৰ্ট এখন উলিয়াব পাৰে, মইনো কিয় নোৱাৰিম ? এনে এটা জিদৰ ভাব তাৰ মনৰ মাজত উদয় হ'ল আৰু সিয়ে তাক কিছু সাহসো দিলে। পাচ্‌প'ৰ্ট নো কেনেকৈ নিজে উলিয়াব পাৰি সেই কথাকে ভালকৈ বুজি আহো বুলি কামাল এদিন ফৰিদহ'তৰ ঘৰ ওলালগৈ।

কাৰবাৰ কৰিও ফৰিদে নিজৰ ঘৰৰ অৱস্থা বৰ টনকিয়াল কৰিব পৰা নাই। ঘৰত এতিয়ালৈকে ইলেকট্ৰিক লাইট লব পৰা নাই। পুৰণি ঘৰটোৰ চাল কেৱল টিনৰ কৰা হৈছে যদিও, ঘৰ আগৰটোৱেই আছে— কাঠৰ খুটা, বাঁহৰ বেৰ, বেৰত সৰু সৰু খিৰিকি, মাটিৰে লিপা বেৰৰ ওপৰত চূণ দিয়া হৈছে যদিও, ধোঁৱা, ধূলি লাগি বেৰবোৰ মলিয়ন হৈ আছে। গাঁৱৰ অন্য খেতিয়ক মানুহৰ ঘৰৰ নিচিনাকৈয়ে, সিহ'তৰ বহা কোঠালীটোৰ এচুকতো কোৰ, কুঠাৰ, চিপৰাং আদি থোৱা আছে। মাজতে এখন সৰু পুৰণি মেজ, তাৰ ওপৰতে এটা লণ্ঠন জ্বলি আছে। মেজখনৰ কেউফালে কেইখনমান কাঠৰ পুৰণি চকী, দুখন কিছু নতুন। মেজখনৰ এচুকত এটা সৰু ট্ৰেনজিষ্টৰ। এখন নে দুখন পুৰণি আলোচনী, হয়তো বহুতবাৰ পঢ়ি-পঢ়ি তাতে পেলাই থৈছে।

কামাল গৈ পাওঁতে ফৰিদ ঘৰত নাছিল। ঘৰত আছিল ফৰিদৰ বাপেক কণপাই। কণপাই অসুখীয়া, এজমা আছে। অনবৰত কাহি থাকে। মানুহটো বৰ খীণাইছে। কামিহাড়বোৰ জকজক কৰে ওলাই পৰিছে, মাজে মাজেহে দুই এডাল কেঁচা চুলি আছে। দাড়িবোৰো তেনেই পকিছে আৰু বৰ দীঘলো হৈছে। কণপায়ে কিছু মলিয়ন লুঙী এখন পিন্ধি আছে, গাত চোলা নাই। কামাল গৈ মাত দিলত ভিতৰৰ পৰা তেনেকৈয়ে ওলাই আহিল, আৰু তাৰ মুখলৈ চাই ক'লে,— "কেমালনেকি ? ক'ৰ পৰা আহিলি ? আজিকালি আমাৰ ফালে নাহই। বহু বহু। হেৰ' আইজনী, কেমাল কেকাৰ আহিছে।"

কামাল বহিল, আৰু সুধিলে—"দাইতি তোমাৰ গাতো কেনেকুৱা আছে এতিয়া ?"

"একেবাৰে ভাল নাই। কাহটো লগত যোৱা। আজিকালি আকৌ বৰকৈ খাব খ'বও নোৱাৰা হৈছো, তোকো নেলাগে, খালেও হজম নহয়, এবা আৰু টোপনী—"

আৰু ক'ব নোৱাৰিলে। কণপাইৰ বৰকৈ কাহে ধৰিলে। কণপায়ে বুকুখন হেঁচামাৰি ধৰিলে আৰু কোনোমতে ক'লে, "এইয়া এনেকৈ কাহে ধৰিলে কথাকে ক'ব নোৱাৰা হও।"

ভিতৰৰ পৰা আইজনী ওলাই আহিল। লগে লগে ভনীয়েক ৰূপহীও ওলাই আহিল। কামালে সিহঁতৰ মুখলৈ চালে।

আইজনীয়ে ক'লে, "তেনেকৈ চাব নেলাগে, আমাক চিনি নেপাবি। তই সেই কালৰ বাটহে চিনি পাব, আজিনো বাট ভুল কৰিলি কেনেকৈ ?"

"তহঁতে যেনেকৈ বাট ভুল কৰি আমাৰ ঘৰলৈ গৈ থাক তেনেকৈয়ে।"

আইজনী আৰু ৰূপহী দুয়োজনী কাণ সমনীয়া বাই-ভনী।

"বাথৰ কলৈ গ'ল ? তাই ঘৰত নাই নেকি ?"

"বাথৰ জেঠাইহঁতৰ ঘৰত আছে। যাবৰ কেইবাদিনো হ'ল। তই কেতিয়াকৈ যাবি ?"

"কলৈ ?"

"জানো, তহঁতেহে জান কলৈ ? গাঁওখনৰ গোটেই ল'ৰামখা খালি আৰবলৈ হে যায়। আমাৰ ফৰিদো ওলাইছে নহয়—" ৰূপহীয়ে ক'লে।

কণপায়ে ক'লে,—"মই তাক হাক দিছো। সি আৰবলৈ গুচি গ'লে ঘৰখন কেনেকৈ চলিব ? মই বেমাৰী মানুহ, কোনদিনা মৰো ঠিক নাই। ছোৱালীকেজনী অকলে অকলে ঘৰখনত কেনেকৈ থাকিব ? আগৰৰ নাই, অন্য কিবা কাৰবাৰ কৰ। নহলে খেতি-বাতিকে কৰক। আমাৰ চৌদ্ধ পুৰুষ বোকা ফেনেকিয়ে মৰিল। নিজৰ মাটিত নিজে খেতি কৰিব—কিহৰ লাজ ? খেতি-বাতি নকৰাকৈ থাকি, নেখাই লঘোনে মৰাতকৈ, খেতি-খোলা কৰি খাই বৈ জীয়াই থাক। মেহনত কৰি খোৱাটো বেয়া কথানেকি ? তয়ো বোলে যাবলৈ ওলাইছ, হয়নেকি কথাটো ?"

"ভাবিছো, কেতিয়া যোৱাটো হয়গৈ ক'ব পৰা নাই।"

"কিনো কৰগৈ বিদেশলৈ গৈ ? ইয়াতে জানো কাজ-কাৰবাৰ, খেতি-বাতি কৰি খাই বৈ থাকিব নোৱাৰিবি ?"

"আমাৰ খেতিৰ মাটিনো কিমান, জানাই! কাৰবাৰ নোহোৱা হৈ আহিছে। পঢ়া-শুনাও বেছি নাই, চাকৰিও নেপাওঁ। এনেয়ে চৰত বিদেশলৈ যাবলৈ ওলোৱা নাই।"

"এবা, তহঁতৰ অৱস্থাটো মই বুজিছো। তহঁত বেলে-মটৰে উঠি বোম্বাই-কলিকতা ফুৰা মানুহ, খেতিৰ পথাৰত নামিবলৈ বেয়া লাগিবই।"

আইজনীয়ে ক'লে, "পিছে আমি বনোৱা চাহ পানীত সোৱাদ পাবি জানো ?"

"আগে দি চাচোন বাব ? সোৱাদ নেপালে চোতালখন আছে নহয়—পেলাই দিবলৈ।"

কণপাইৰ আকৌ কাহে ধৰিছিল। কাহি কাহিয়ে ক'লে, "মই অকণমান বিছনাত পৰোগৈ। তই চাহ-তাহ খাই যাবি। নাহই নহয় আমাৰ ফালে।"

"ফৰিদনো কলৈ গ'ল বাবু ? তাক লগ পাব লাগিছিল, সি বোলে পাচ্‌প'ৰ্ট পাইছে। যাব বা কেতিয়াকৈ ?"

'সিতো পাৰিলে কাইলৈকে যায়। মইহে যাব নেলাগে বুলিছো। তেও, ওলাল যেতিয়া যাওক। ছমাহ এবছৰ থাকি ঘূৰি আহিলেই হয়। তয়ো তাক বুজাই কবিচোন। অকলে অকলে বিদেশলৈ পঠিয়াবলৈ বেয়াই লাগিছে। পাৰিলে তয়ো লগতে যাব যদি আমাৰ চিন্তা কমিব। আৰু ইমাননো হুকুমুৰ কৰিব লাগিছে কিয় ? আৰবখন কিবা একে দিনাই ধোঁৱা হৈ উৰি যাবনে ?"

কণপাই উঠি ভিতৰলৈ গ'ল। বুপহীও ভিতৰলৈ গ'ল কামালৰ কাৰণে চাহ কৰিবলৈ। আইজনী কামালৰ ওচৰ চাপি বহিল আৰু অলপ সৰু সৰুকৈ ক'লে—"সি যাব খুজিছে যাওক, নহয় জানো ?"

"পিছে ঘূৰি আহি যদি তহঁতক ঘৰত নেপায় হি ?"

"ঘূৰি আহি আমাক নিবিচাৰিলেই হ'ল। আমাৰ কাৰণেনো সে বন্দী হ'ব লাগিছে কেলেই ?" আইজনীয়ে ক'লে।

"দাইতিও নেথাকিলে ফৰিদো নেথাকিলে, তহঁত কেজনী অকলে থাকিব পাৰিবিজানো ?"

"আমাৰ অলপ অসুবিধা হ'ব আৰু। সেই কাৰণেহে যোৱাৰ আগতে কেকাক বিয়াখন কৰাই থৈ যাবলৈ কৈছো। সি নথকা সময়ত বৌ যদি থাকে, আমাৰ চিন্তা নাই, চলি যাব। ভূঁই কঠিয়া কৰি থাম, ভাত মুঠিহে লাগে। আৰুনো কি লাগিছে ? বৌক থৈ গ'লে কেকা সোনকালে আহিব—কি কয় ?"

"বৌয়েৰনো কোন হ'ব ? তঁহতে কাৰ কথা ভাবিছ ?"

"আমি গুলেজাৰ কথাকে ভাবিছিলো। পিছে আইকণ পেহীৰ পদূলীত বোলে কেণ্ডিডেটৰ ভিৰ হৈছে। তয়ো বোলে তালৈ নিতৌ অহা-যোৱা কৰ হয়নেকি কথাটো ?"

"তহঁতক কোনে ক'লে ?"

"মানুহৰ মুখে শুনিছো। কেকায়ো কৈছে।"

"ফৰিদে আকৌ কি কৈছে ?"

"তাকতো তহঁতে জানই, কিমান লাজকুৰীয়া। তাৰ মনতে ভাৱ হৈছে, তইহে হেনো গুলেজাক বিয়া কৰাবলৈ খাপ পাতি আছ। কথাটো হয়নেকি বাবু ?"

"এদিন গৈ গুলেজাক সুধি নাহগৈ কেলেই ?"

"তাইক যে সুধিবগৈ লাগে, গুলেজাই হে তোক বিয়া কৰাবনেকি? ন্দকুৰাব নেলাগে কচোন—"

"তই কিমানলৈকে পঢ়িছিলি?"

"মই? কেলেই? ক্লাচ চেভেন পাছ—"

"চেভেন পাছ! কথাবোৰ যেনেকৈ জেৰা কৰিছ আৰু অলপ বেছি পঢ়া হলে, তই ওকিলেই হ'ব পাৰিলিহেঁতেন। ৰূপহী—হেৰ' গাজিছেনে?"

"কি গাজিব?"

"চাহ গছ। তাই চাহ ৰুবলৈ যোৱা নাই জানো?" কামালে ক'লে।

ভিতৰৰ পৰা ৰূপহীয়ে চিঞৰি ক'লে,—"ৰবি, চাহৰ কলঘৰ হৈছে। গাইজনীও জগিছে। পিছে চেনীকলটোহে হোৱাগৈ নাই। আমাৰ হাতৰ চেনী নোহোৱা চাহত গুলেজাৰ হাতৰ চাহৰ নিচিনা সোৱাদ পাবি জানো?"

কৈ কৈ ৰূপহীয়ে টিনৰ সৰু ট্ৰে এখনত ভজা পিঠা, আথৈ এবাটি, আৰু এপিয়লা চাহ পানী আনি মেজখনত থলেহি।

"এইবোৰ কিহৰ কাৰখানাত বনালি? ৰূপহী?"

"বৌতিয়ে পাতি থৈ যোৱা ৰান্ধনী শালৰ কাৰখানাত—খাই চা চোন, কেনেকুৱা পাৱ।"

পিঠা এটাত একামোৰ মাৰি কামালে ক'লে,—"তহঁতে যি ভাব ভাবিব পাৰ; যি কৰ ক'ব পাৰ, মোক কিন্তু টকা লাগে। আমি দুখীয়া হোৱাৰ কাৰণে আমাৰ কম দুৰ্গতি হৈছেনে? যিবা আগৰৰ কাৰবাৰ কৰি পইচা দুটামানৰ মুখ দেখিছিলো সিও নোহোৱা হৈ আহিল। এশ টকীয়া চাকৰি এটাৰ কাৰণে হেজাৰ টকাৰ ঘোচ দিব লাগে। আমি বাৰু ক'ৰ পৰা দিম? দুনীয়াৰ য'তে সৰহধন ঘটিব পাৰো তালৈকে যাব খুজিছো। ছুখ বা বিলাসীতা বুলি নেভাবিবি। দুখীয়া হোৱাটো ডাঙৰ পাপ আৰু ধনী হোৱাটো তাতকৈ ডাঙৰ পাপ—গুণাহ জানিছ।"

"প্ৰথম ভাগৰ পাপখিনি কৰিলিয়েই এতিয়া হ'বলা দ্বিতীয় ভাগৰ পাপ কৰিবলৈ ওলাইছ?"

"বাৰু, পাপ কৰি মই জহন্নাম-তহন্নাম যলৈ যাঁও যাম। পিছে তহঁতকেজনী এনেকৈ ঘৰতে থাকি বুঢ়ী হবিনে, বিয়া বাৰু হবি? তহঁতৰো জানো বিয়া পাতিব নেলাগে?"

"আমাৰ বাৰু যি হয় হ'ব। তোৰে ফৰিদ কেকাৰে বিয়াকেখন সোনকালে পাতি পেলা। সঁচাকৈয়ে কৈছো কাইতি, ফৰিদ কাইতি আৰবলৈ যায় যদি যাওক, তাক আগবঢ়াইহে দিবি। আমাৰ যে তহঁততকৈও বেয়া অৱস্থা। সিয়ে যদি অলপ টকা পইচা ঘটি আনিবগৈ পাৰে আনকথা, আমি ৰক্ষা পৰিম। তহঁতে পিছে টকা দুটামান পালেই বেডিঅ'-চেদিঅ' কিনি পইচাবোৰ উৰাই দিয়াটো বন্ধ কৰিব লাগিব। নহলে আমাৰ কাৰো অৱস্থা ভাল নহয়।"

প্ৰতিবাদ কৰাৰ ধৰণে কামালে ক'লে, "দুখীয়া হলো বুলি আৰু অকণো হাঁহি ফুৰ্তি নকৰিমনে? জীৱনত আৰু সদায় ভাত-কাপোৰৰ চিন্তা কৰি থাকিলেই হবনে? আমাৰ দেশৰ গাঁৱৰ ল'ৰাবোৰৰ ধনী হোৱাৰ কোনো উপায় নাই। সেই দেখিহে বিদেশলৈ যাবলৈ ওলাইছো।"

আইজনীয়ে ক'লে, "কথাটো আমিও বুজিছো, পিছে আমাৰ দেশৰ কিমান ল'ৰানো ধন ঘটিবলৈ এনেকৈ বিদেশলৈ যাব পাৰিব? আৰু এনেকৈ তহঁত ডেকা ল'ৰাবোৰ দূৰণীলৈ গুচি গলে আমাৰ গাঁওবোৰ উৰুঙাহে নেযাবনে?"

"হেৰ, আমি আছোৱেই বা নায়েই আমাকনো কোনে লেখত ধৰে? গাঁওখনৰ কাৰণে যা দেশখনৰ কাৰণে আমি কিটো কৰিব পাৰিছো, যে ৰাইজে আমাক লেখত ধৰিব?"

বুপহীয়ে ক'লে, "কাণখন পিছে কাৰ হাতত দি থৈ যাবি?"

কামালে বুপহীৰ মুখলৈ চালে।

"কাণখন মানে?"

"আমি স্কুলৰ কিতাপত পঢ়িছিলো—'পাছে ত্ৰিনয়ন দিব্য উপবন দেখিলন্ত বিদ্যমান।' কাৰোবাৰ বোলে তিনটা চকু থাকে। পিছে তইনো তিন নম্বৰ কাণ খনেৰে কি কৰিবি?"

গহীনাই কামালে ক'লে, "অ' সেই কাণখন? সেইখন কপালতে লগাই লম। তাৰে তহঁতৰ কথাবোৰ দূৰৰ পৰাই শুনি থাকিম, আৰব পূৰব য'তে থাকো।"

ফৰিদ আহি সোমালহি। সি ক'ৰবাৰ পৰা ভাগৰি জুগৰি আহিছে। সি চকী এখনতে বহিল।

ফৰিদে কামালক ক'লে,—"মই তোক বিচাৰি গৈছিলো।"

"ময়ো অথনিয়ে আহিলো। তোকে বিচাৰি আহিছিলো। বৈ আছো।"

"আজি বহুত ঘূৰা হ'ল। এটা দিহা লগাই থৈ আহিলো। আইজনী পানী এগিলাচ দে।"

"কিহৰ দিহা লগাই থৈ আহিলি?"

"তোৰ পাচ্‌প'র্টৰ। টাউন পালোগৈ কাকতি উকিলে এইবোৰ কৰি দিয়ে। উকিল নলগালে নহয় জানিছ। হৈ যাব, তাই আৰু চিন্তা কৰিব নেলাগে। পিছে টকাহে বহুত লয়।"

"লওঁক টকা। পিছে হ'বগৈনে বাৰু?"

"ওঁ হ'ব। উকিলক মই অলপ পইচা দিয়ে আহিলো। উকিলক ফৰ্মো আনি দি থৈ আহিছো। তোৰ এখন পাচ্‌প'র্ট চাইজ ফটো তোলাব লাগিব।"

বুপহীয়ে ক'লে, "কপালত তিন নম্বৰ কাণখন লগাই লৈ ফটোখন তোলাবি, তোৰ চিন ক'তো নেহেৰায়।"

কামালৰ কিছু সময়ৰ আগৰ মনৰ বিষণ্ণতা যেন বহুত কমি গ'ল। ফৰিদক মই

ভুল ভাবিছিলো—সি একেবাৰে অকামিলা নহয়। তাৰ নিজৰ জগতে সি যোক কাৰণেও যত্ন কৰিছে।

কামালে ক'লে, "টকা যিমান লাগে সিমান দিম। মই পাচ্‌পৰ্ট খন পালেই হয়।"

"হ'বগৈ তই চিন্তা নকৰিবি। পাচ্‌পৰ্ট উলিওৱাৰ কিটিপটো শিকি ললো যেতিয়া এতিয়া এখন নেলাগে দহখন পাচ্‌পৰ্ট উলিয়াব পাৰিম।"

"দহখন নেলাগে। আগে আমাৰ দুখনকে উলিয়া। তয়ে মরে আমি একেলগে যাম।"

ফৰিদে ক'লে, "প্ৰথমে তয়ে যাচোন। আগে তোৰ পাচ্‌পৰ্ট খনহে উলিয়াব খুজিছো। আমাৰ ঘৰখনৰ কিমান অসুবিধা দেখিছই বাবাৰ গা একেবাৰেই ভাল নহয়। কেতিয়া কি হয় আল্লাইহে জানে।"

আইজনীয়ে ক'লে, "তহঁত দুটা একেলগেই যা। অকলে অকলেনো বিদেশত কেনেকৈ থাকিবিগৈ? একেলগে থাকিলে এটাৰ কিবা এটা হলে আনটোৱে চোৱা-চিতা কৰিব পাৰিবি। খবৰ বাতৰিও দিব পাৰিবি।"

ৰূপহীয়ে ফৰিদলৈ চাহ আনিলে। কামালকাই আৰু এপিয়লা চাহ খাবিনেকি?

"চেনীকলটো চলিছে জানো?"

"তই চেনি নোহোৱা চাহকে খালিনেকি? ৰূপহী মই চেনি আনিছো, বেগতে আছে নে—"

"ফয়জত মোল্লা হজলৈ যোৱাৰ পিছতে আমি যাব পাৰিলে বেয়া নহয়। পিছে ইয়াৰ পৰা গৈ কলিকতা বা বোম্বাইৰ পৰা ভিচা লবগৈ লাগিব। তাৰ পিছত কেতিয়া কোন তাৰিখে কি জাহাজ যায়, তাৰো খবৰ লৈ, তাত চিট ৰিজাৰ্ভ কৰিব লাগিব। কাম ভালেমান বাকী আছে।" ফৰিদে ক'লে।

"কি কৰিব লাগে, তই কবি মই সকলো কৰিম। যি কোনো উপায়ে আৰবলৈ যাব পাৰিলেই হয়। তাৰ পিছত যি হয় হ'ব। তাৰ কথা পিছত চিন্তা কৰিম।"

ফৰিদে ক'লে, "পাচ্‌পৰ্ট পাইছো যদিও মই ভাবিছো,—এতিয়া মই আৰবলৈ নেযাওঁ। এতিয়া তই, কাদিৰ বা আৰু কোন কোন যাব যা। তহঁতে তাত কি কৰিবগৈ পাৰ, কেনেকুৱা পাব আমাক জনাবিগৈ। পিছত মই যাম।"

ফৰিদৰ কথাত কামালে বৰ উৎসাহিত অনুভৱ নকৰিলে। বিদেশত ফৰিদৰ নিচিনা নিজ গাঁৱৰে চিনাকি ল'ৰা এটা লগত থকা হলে দুয়োটাৰে সুবিধা হ'ল-হেঁতেন। বিদেশত চিনাকি আপোন মানুহ এটা হস্কিলে-মস্কিলে, টানে-আপদে, মাত এবাৰ মাতিবলৈকে লাগে। বিদেশৰ আও ভাও বুজি নোপোৱা মাত কথা বুজি নোপোৱা ঠাইত কত কি হবলৈ আছে। মাৰিদৰ যদুৱা অসুবিধাবোৰ অগ্ৰাহ্যে আওকান কৰিব পৰা বিধৰ নহয়। মাৰিদৰ নিচিনা আপোন পৰিয়ালৰ মাজতে

সদায় সোমাই থকা ল'ৰা এটা। বেমাৰী বাপেক আৰু তিনিজনীকৈ গাভৰু ভনীয়েকক এৰি থৈ যাবলৈ কেৰোবেছো কথাটো একো অস্বাভাৱিক নহয়। এতিয়া পাচ্‌প'ৰ্ট পোৱাতো খাটাং হোৱাৰ পিছতহে বোধকৰো কথাবোৰ সি ভাবি চাইছে।

যাবলৈ উঠি কামালে ক'লে, "তোৰ জানিবা পাচ্‌প'ৰ্ট হলেই। মোৰ খনো উলিয়াই লও, আমি দুয়োটা একেলগে যাওঁ ওলা। সুবিধা যেন নেদেখিলে তই লাগিলে ঘূৰি আহিবি, আৰু ভাল নেলাগিলে মুয়ো নেথাকো, গুচি আহিম। তাৰ গৰমো সহ্য কৰিব পাৰো বা নোৱাৰো। পিছে নৌ যাওতেই উন্নতি অহাৰ কথা ভবাৰ দৰকাৰ নাই। মন ঠিক কৰ, যাও ওলা।"

কণপাই বিছনাৰ পৰা উঠি আহিল। আৰু কামাল-ফৰিদ দুয়োটাৰে মুখলৈ চাই ক'লে, "কেমাল, তহঁত যাবলৈ ওলাইছ যেতিয়া যাহঁত। মই হকাবধা নকৰো। আমি যেনে তেনে চলি যাম। মোৰ অইন একো চিন্তা নাই। সেইফালে বোলে ইৰাক, ইৰাণ, চিৰীয়া, জৰ্দান এনেকুৱা মুছলমান দেশবোৰৰ মাজত মাজে মাজে যুদ্ধ লাগি থাকে। কাৰ ক'ত কেতিয়া কি হয় ক'ব নোৱাৰি। পিছে তাত কিবা আৰু অকল তহঁত হালেই থাকিবিনে? হেজাৰ বিজাৰ মানুহ আছে। আল্লাই চবকে ৰক্ষা কৰক। তহঁতে ভয় কৰিবৰ দৰকাৰ নাই। তাত বিপদ আছে, আমাৰ ইয়াত জানো বিপদ নাই? আৰু বিপদ-আপদ হ'ব যেন দেখিলে নিজৰ দেশলৈ, নিজৰ ঘৰলৈ ঘূৰি আহিবি। যাম বুলি ওলালি যেতিয়া আল্লাৰ নাম লৈ যা।"

কামালে ক'লে, "মোৰ একো নাই। ফৰিদ ওলালেই হয়। ফৰিদেও যাবলৈ ঠিক কৰিছে, পিছে একেলগে গলেও আমি আটাই কেইটাই যে একে ঠাইতে একে ৰকমৰ কাম কৰিবলৈ পাম, তাৰ আশা বৰ কম। আৰু তাত কোনে কি কাম কৰিবগৈ লগা হয় তাকো আগতিয়াকৈ ক'ব নোৱাৰো। মই কিন্তু য'তে যি কামকে পাওঁ, তাকে কৰিম, মই এতিয়া যাও দাইতি—"

মাত লগাই কামাল গ'লগৈ।

## বিশ

গধূলি আঠবজাত ভাটিমুৱা ৰেলখন আহি ষ্টেচন পাবহি। পাঁচ মিনিটমান ৰ'ব। সেইখিনি সময়ৰ ভিতৰতে নামোতাবোৰ নামিব, উঠোতাবোৰ উঠিব। তাৰ পিছত ৰেলখন গুচি যাব। ষ্টেচন শূন্য পৰিব।

আজি সন্ধিয়া ষ্টেচনত গাঁৱৰ ভালেমান মানুহ জমা হৈছে। ফয়জত মোল্লাক লৈ গাঁওখনৰ মতাই-মাইকীয়ে এশ, ডেৰশমান মানুহ ৰেল ষ্টেচনলৈ আহিছে। অন্য গাঁৱৰ, মোল্লাৰ দূৰ সম্পৰ্কীয় কিছু মানুহো আহিছে। ইয়াৰ আগেয়েও শালনী

গাঁৱৰ দুই এজন মানুহ মকালৈ হজ কৰিবলৈ নোযোৱা নহয়। আগৰ কালত হোৱাৰ দৰে আজিকালিৰ মানুহ দূৰ দেশলৈ যাবলৈ ওলালে অন্য মানুহবোৰ বৰ চিন্তিত নহয়। আগেয়ে হজ কৰিবলৈ যোৱা ইয়াৰ আটাইকেজন মানুহেই ভালে ভালেই ঘূৰি আহিছেহেঁগে। ফয়জত মোল্লাৰ স্বাস্থ্যপানী ভালেই আছে। তেওঁও ভালে-ভালে ঘূৰি নহাৰ কাৰণ নাই। তথাপি ফয়জত এটা ভাল উদ্দেশ্য লৈ দূৰ দেশলৈ যাবলৈ ওলাইছে, তেওঁক বিদায় দিবলৈ অহাটো কেৱল শিষ্টাচাৰেই নহয়, আপোন পৰিয়াল আৰু সম্বন্ধীয়া মানুহৰ এটা কৰ্তব্যও। ভতিজাক কাছিম আৰু তাৰ ন-কৈ বিয়া কৰোৱা পাৰিবাৰো ষ্টেচনলৈ আহিছে। ন-বোৱাৰীৰ গাত নতুন সাজপাৰ, নতুন অলঙ্কাৰ। ছোৱালীজনী মিঠা বৰণীয়া যদিও, ষ্টেচন-প্লেটফৰ্মৰ লাইটৰ পোহৰত ন-কইনাজনীক বেঁচ শুৱনীয়েই দেখাইছিল। সকলোৱে একোবাৰ ন-ছোৱালীৰ ফালে চাইছিল।

কামাল-কাছিমহঁতো আগবাঢ়ি আহিল। সিহঁতৰ লগত কাদিৰ, কুদৰৎ, ফৰিদ, আৰু গাঁৱৰ অন্যান্য দুটামান ডেকা ল'ৰা।

কুদৰতে ক'লে, "কাছিম, তই এতিয়াই আৰবলৈ নগলি ভালেই কৰিলি। বৰপাই বা তাৰ পৰা কেতিয়া ঘূৰি আহি পায়হি কোনে জানে? তেওঁ কামৰ মানুহ কিবা এটা কৰো বুলিলে নকৰাকৈ নেথাকে। দুদিনতে তোৰ বিয়াখন গমৃগমীয়াকৈ পাতি পেলালে।"

তাৰ পিছত কাছিমৰ গাৰ কাষতে ৰৈ থকা ন-ছোৱালীক উদ্দেশ্য কৰি ক'লে, "পিছে আজিলৈকে আমি কইনাৰ হাতৰ তামোল এখনো মুখত দিবলৈ পোৱা নাই। চাহ-জলপানতো নায়েই। সেই দেখি আমাৰ ন-ছোৱালীক মাতবোল কৰা নহ'ব দেই। আমি তোকহে কৈছো, ন-কইনাক আমি চিনিও নেপাও, মাতবোল শুনা নাই, মাতো বুজি নাপাওঁ।"

ছোৱালীজনীয়ে ওৰণিৰ তলতে ফিককৈ হাঁহি দিলে আৰু সৰুকৈ ক'লে, "চিনি নোপোৱা মানুহক আমিও চাহ-তামোল খুৱাব নোৱাৰো, ৰেল-ষ্টেচনত বটা শৰাইও নাই। ঘৰলৈ কোনোবা গ'লে, কাৰোবাক চাহ-জলপান নুখুৱালে তেতিয়াহে দায় ধৰিব লাগে।"

কুদৰতে চিঞৰি ক'লে, "হেৰ কামাল, কাদিৰ শুনিছহঁকনে? বৰপাইক পঠিওৱাৰ পিছত আজি ৰাতি ন-ছোৱালীয়ে ভাত-খাবলৈ দাৱাত কৰিছে। ভালেই হ'ল, আজি গধূলি ঘৰৰ ভাতসাজ ৰাহি হ'ল। সকলো ওলাহ'ক।" দূৰৰ পৰা ৰেলৰ ইঞ্জিনৰ লাইটৰ পোহৰ দেখা গ'ল।

"সউৱা ৰেল আহিছে। ৰেল আহি পাবহি এতিয়া—" কোনোৱাই চিঞৰিলে।

ষ্টেচনত অন্য যাত্ৰী বৰ বেছি নাছিল। আৰবলৈ হজ কৰিবলৈ, যাবলৈ ওলোৱা ফয়জত মোল্লা আৰু তেওঁক বোম্বাইত আগবঢ়াই থবলৈ ওলাই অহা জোৱায়েক

দুটা আৰু মাজু জীয়েকজনী—এওঁলোকেই যাত্ৰী। অন্য সকলো যাত্ৰীসকলক ষ্টেচনত আগবঢ়াই থবলৈ অহা আপোন পৰিয়াল আৰু গাঁৱৰ অন্যান্য মানুহ।

ৰেল আহি ষ্টেচনত ৰ'লহি। হুৰমুৰ লাগিল। প্ৰথমে ৰেলৰ ডবা এটা বিচাৰি লৈ ফয়জুতৰ বোম্বাইলৈ যাবলৈ ওলোৱা জীয়েক উঠিল। তাৰ পিছত ঠেলি হেঁচি বাকচ-চুটকেচ, টোপোলা-টাপলীবোৰ উঠোৱা হ'ল। তাৰ পিছত সকলোৰে পৰা বিদায় লৈ, কাৰোবাক মুৰত ধৰি দোৱা কৰি, কাৰোবাক অকণমান বুকুত সুমুৱাই লৈ, আৰু শেষত "যাঁও দেই বোপাইহঁত, আহিছোদেই আইহঁত" বুলি মাত লগাই ফয়জত মোল্লা ৰেলত উঠিল। কান্দিবহঁতে অকণমান ধৰিমেলি দিলে। সকলোৰে চকু চলচলীয়া, মুখ কন্দনামুৱা, মাত খোকাথুকি। কামালহঁতৰ অৱশ্যে বিশেষ চিন্তা নাই। সিহঁতে এইখন ৰেলেৰেই বহুবাৰ বোম্বাইলৈ অহা-যোৱা কৰিছে, একো নতুন যেন লগা নাই। কিন্তু ফয়জতৰ কাৰণে এইয়ে ইমান দীঘলীয়া ৰেল যাত্ৰা। বহুত দিনৰ কাৰণে ঘৰ-বাৰী, আপোন পৰিয়াল এৰি দূৰ দেশলৈ যাবলৈ ওলাইছে। বেয়া লাগিবৰ কথাই। ৰেলৰ খিৰিকিৰ কাষত বৈ, ভিতৰৰ ফালে চাই কামালে ক'লে, "আমিও আৰবলৈ যাবলৈ ওলাই আছো। এইবাৰৰ হজৰ সময়ত কিজানি নেপামগৈ। হলেও আমি যামেই। আমাৰ কাৰণে মক্কা ছৰিফত দোৱা কৰিবা। যেন আমিও সোনকালে আৰবলৈ যাব পাৰো।"

ফয়জতে ক'লে, "পাৰিবি বোপাই, কেলেই নোৱাৰিবি? আল্লাক খাটিবি, আল্লাই তহঁতৰ উমেদ পুৰা কৰিব। আমাৰ কাৰণেও দোৱা কৰিবি যেন ভালে-কালে হজ কৰি ঘূৰি আহিবগৈ পাৰো।"

ৰেলৰ ইঞ্জিনে হুইচেল বজালে। গাৰ্ডে নীলা লাইট দেখুৱালে। লাহে লাহে ৰেলৰ চকা ঘূৰিল। ওচৰত বৈ থকা মানুহবোৰ ৰেলৰ কাষৰ পৰা আঁতৰি আহিল। ক্ৰমে ৰেলৰ গতি খৰ হ'ব ধৰিলে। ৰেলত উঠি থকা ল'ৰাকেটা খৰখেদাকৈ নামি আহিল। সিহঁত লগত নেযায়।

কাছিম ৰেলৰ খিৰিকিৰ বাহিৰত বৈ আছিল, চলি যোৱা ৰেলখনৰ লগে লগে সি দোখোজমান গ'ল, আৰু চিঞৰি চিঞৰিয়ে ক'লে, "মোৰ কন্তুকেটা নেপাহৰিবা। গৈ পায়ে চিঠি লেখাবাগৈ—যোৱা দেই।"

ৰেলৰ গতি খৰ হ'ল। শব্দ বেছি হ'ল। কিছু পৰৰ মুৰত ৰেলখন আন্ধাৰৰ বুকুত সোমাই পৰিল। ৰেল ষ্টেচন নিজম পৰি আহিল। ষ্টেচনত থকা মানুহবোৰে কিছু সময় ৰেলখন যোৱাৰ ফালে চাই বৈ থাকিল। ক্ৰমে ৰেলৰ পিছফালৰ ৰঙা লাইট দুটাও নেদেখা হৈ আহিল। মানুহ বিলাকে ঘৰামুৱা যাবৰ কাৰণে খৰখেদা লগালে।

কাছিম আহি কামালহঁতৰ ওচৰত ৰ'লহি। এনেয়ে সি ক'লে, "ববপাই ভালে কালে পালেগৈয়ে হয়। তাত বোলে ট্ৰেঞ্জিষ্টাৰ বৰ সস্তা। আমাৰ কাৰণে মই টু-ইন-ওৱান এটা আনিবলৈ কৈছো। এটা আনিলে বোলে কাষ্টমে নধৰে।"

"অলপ সোণ আনিবলৈ নকলি কেলেই ? তাত বোলে সোণো সস্তা।"

"সোণো আনিবলৈ কৈছো। অলপ টকাও দিছো, পিছে সোণ আনিলে ধৰে বোলে।"

"আজিকালি সকলো হজীয়ে বিদেশী হাতঘড়ী, সোণ, ট্ৰেঞ্জিষ্টৰ আনে। আনিব জানিব লাগে।"

"বৰপায়ে বা সেইবোৰ আনিব পাৰেনে নোৱাৰে"—কাছিমে ক'লে।

ন-ছোৱালীক কোৱাদি কামালে ক'লে, "তহঁতে ভাল চাণ্ড এটা মিচ্ কৰিলি কাছিম। বৰপাইৰ লগতে তয়ে ন-ছোৱালীয়ে হজ কৰিবলৈ যোৱা হলে, হাজীহৈও আহিব পাৰিলিহেঁতেন। সোণো এসেৰমান আনিব পাৰিলিহেঁতেন। মাইকী মানুহে অৰ্নামেণ্ট গঢ়াই আনিলে কাষ্টমে নধৰে।" হয়তো ন-ছোৱালীক শুনাবৰ কাৰণেই সি তাৰ কথাৰ মাজত যি পাৰে ইংৰাজী শব্দ ব্যৱহাৰ কৰিলে।

এইবাৰ ফৰিদে ক'লে, "সেই কাৰণেহে কৈছো বোলো কামালেও বিয়া কৰাই গুলেজাক আৰবলৈ লৈ যাওক। আমিও কাছিমৰ বিয়াখন খোৱাদি, ইহঁতৰ বিয়াখন খাঁও। আৰু আহোঁতে তহঁতেও যিমান প'ৰ সোণ-ৰূপ লৈ আহিব পাৰিবি।"

মোল্লাক বিদায় দিবলৈ ষ্টেচনলৈ গুলেজা অহা নাছিল। কাছিমলৈ ফয়জত মোল্লাই গুলেজাক খুজিছিল। নহ'লগে। ষ্টেচনলৈ যাবলৈ তাইৰ ভাল নেলাগিল। গুলেজাই আইকণকে পঠিয়াই দিছিল ষ্টেচনলৈ। ঘৰলৈ বুলি অন্যৰ লগতে আহিবলৈ লৈ আইকণ আলিবাটত উঠিছিলহি, তাত লাইট নাই, আন্ধাৰ। তাৰে পৰাই আইকণে ফৰিদৰ কথাখিনি শুনিছিল। কথাখিনি শুনি মনে মনে তাই ভালেই পাইছিল। হলেগৈয়ে হয়, সোণ-ধন পিছতো হ'ব। আগে কামালৰ লগত গুলেজাৰ বিয়াখন হৈ গলেই হয়। বিয়াৰ পিছত সিহঁতৰ যলৈকে মন যায় যাব। প্ৰথম কথা বিয়াখন।

ৰেলখন ফয়জত মোল্লাক লৈ গ'লগৈ, আৰু বৈ থকাৰ দৰকাৰ নাই। তাতে ৰাতিৰ কথা। গোটখোৱা মানুহখিনি থৰথুজীয়াকৈ প্লেটফৰ্মৰ পৰা বাহিৰ ওলাই আহিল। এতিয়া আৰু কাৰোফালে চাবলৈ কাৰো আজৰি নাই। কামালহঁতো আগবাঢ়িছিল।

এখন টেক্সী আহি বৈ গ'লহি। মানুহবোৰ একাষৰীয়া হৈ পাৰ হৈ গ'ল। বাটৰ মটৰ গাড়ী চাবলৈ মানুহৰ ধৈৰ্য বা প্ৰয়োজন নাছিল তেতিয়া। টেক্সীখন কামালৰ চিনাকি যেন লাগিল। সি বৈ দিলে। ড্ৰাইভাৰৰ চীটৰ পৰা জয়নাথ নামি আহিল।

"তুমি এতিয়া কোনফালে যাবা।" জয়নাথে সুধিলে।

"মই! ঘৰলৈ যাম। আৰু নো কলৈ যাম ?"

"গাড়ীত উঠা।"

"ক'ৰবাত কিবা হৈছেনেকি ?" কামালে সুধিলে।

"উঠাচোন সোনকালে।" একৰকম হুকুম দিয়াৰ ধৰণেই জয়নাথে ক'লে।

কামাল গাড়ীত উঠিল। জয়নাথে বেগেৰে গাড়ীখন চলাই দিলে।

"ক'ত কি হৈছেনো জয়নাথ?" কামালে সুধিলে।

"গোঁহাই মাষ্টৰক মাৰপিট কৰিলে।"

"কি?"

"ওঁ!"

"কোনে মাৰপিট কৰিলে?"

"দিদাৰত ঠিকাদাৰৰ মানুহে। গুলেজাহঁতৰ ঘৰত কোনো নথকাৰ সময়তে, তাইক পলুৱাই নিবৰ কাৰণে দিদাৰতে কেইটামান গুণ্ডা পঠিয়াই দিছিল। আজি ফয়জত মোল্লাক ৰেলত তুলিবলৈ গাঁৱৰ মানুহবোৰ ষ্টেচনলৈ আহিব বুলি দিদাৰতে জানিছিল। গুলেজাক ঘৰত থৈ মাক আহিছে বুলিও কেনেবাকৈ খবৰ পাইছিল।"

"তাৰ পিছত?"

"সেই সময়তে ক'ৰবাৰ পৰা আহি গোঁহাই চাৰ গুলেজাহঁতৰ ঘৰ সোমাই-ছিলহি। দেখিলে, গুলেজাহঁতৰ পদুলিমুখৰ গছ জোপাৰ আঁৰত দুটা মানুহ আন্ধাৰত লুকাই আছে।

"তাৰ পিছত?"

"চাৰে সিহঁতক দেখিলে। তেওঁ ভিতৰৰ পৰা বাহিৰ ওলাই গ'ল। মানুহ কেটাৰ ওচৰ পাই সুধিলে 'কোন? তহঁতে ইয়াত কি কৰিছ? ক'ৰপৰা আহিছ তহঁত?'

'আমি যেয়ে নহও, তোমাক কেলেই? তুমিনো কোন?' দুটা মাতেৰে তাৰে এটা মানুহে ক'লে।

'ৰাতিখন আন্ধাৰত লোকৰ পদুলি মুৰত বৈ আছহি কেলেই? তহঁতে ইয়াত কি কৰিছ?'

'আমি আইকণ বুঢ়ীৰ জীয়েকক লগ পাবলৈ আহিছো।'

'তেনেহলে ঘৰলৈ নগৈ ইয়াত এনেকৈ বৈ আছহি কেলেই?'

'আমাৰ ইচ্ছা, আছো, থাকিম। তাত তোমাৰ কি হ'ল?'

পদুলিমুৰত চিঞৰ-বাখৰ শুনি হাতত লণ্ঠন এটা লৈ গুলেজা দুৱাৰ মেলি বাহিৰলৈ ওলাই আহিল।

'সেইজনী গুলেজা –' এটাই চিঞৰি ক'লে। আৰু দুয়োটা চোতালৰ ফালে আগবাঢ়িল। গোঁহাই চাৰো লগে লগে গ'ল, আৰু লগে লগে চিঞৰি উঠিল, "খবৰদাৰ, আগনেবাঢ়িবি, গুলেজা তই ভিতৰলৈ যা। ইহঁত গুণ্ডা।'

'ওঁ আমি গুণ্ডা। গুলেজাক লৈ যাবৰ কাৰণে আহিছো, নিমেই।'

"কি কৈছ? ক'ৰপৰা আহিছ তহঁত? কোনে পঠিয়াইছে তহঁতক?'

"দিদাৰত ঠিকাদাৰে পঠিয়াইছে। আমি তাইক লৈ যাবলৈ আহিছো।"

গোঁহাই চাৰে চিঞৰি উঠিল, 'কুকুৰহঁত ভাগ্। চাও গুলেজা, দুৱাৰদাং এডাল আনচোন, ইহঁত ক'ৰ গুণ্ডা ওলাইছে অলপ চাও—।'

সিহঁতে গুলেজাৰ হাতত ধৰিবলৈ হাত মেলিছিল। চাৰে গাৰ জোৰেৰে এটাক বগৰাই দিলে গটা মাৰি। সি পৰি গ'ল। তেতিয়া ইটোৱে চাৰক সাৱট মাৰি ধৰিলে। দুয়োৰে মাজত দবৰা-দৰ্বাৰ লাগিল। তেতিয়া গুলেজাই ভিতৰলৈ গৈ দীঘল দা এখন উলিয়াই আনিলে, আৰু দা-খন দাঙি লৈ ক'লে, 'চাৰক এৰ, নহলে ছোৱা-ছোৱা কৰিম—।'

গুলেজাৰ হাতত দা দেখি মানুহ দুটাই গোঁহাই চাৰক এৰি দিলে আৰু তাৰ পৰা পলাই দৌৰ মাৰিলে—।"

"তই কেনেকৈ এইবোৰ কথা জানিলি জয়নাথ?" কামালে সুধিলে।

"মই গুলেজাহঁতৰ ঘৰত তোমাকে বিচাৰি গৈছিলো।"

"মোক? কেলেই?"

"কেলেই পিছত কম বাবু। তুমি গুলেজাহঁতৰ ঘৰতে থাকিবা বুলি গাড়ী লৈ মই তালৈকে গৈছিলো। গৈ দেখো গুলেজাহঁতৰ ঘৰত গোঁহাই চাৰ চকী এখনতে বহি আছে, আৰু গুলেজাই চাৰৰ গাটো পিটিকি দিছে।"

"চাৰে দুখ পাইছে নেকি?"

"ক'ব নোৱাৰো। বয়সীয়া মানুহতো। মোক দেখি গুলেজাই বোলে, তুমি ষ্টেচনলৈ আহিছা। মোক তোমাক নিবলৈ দৌৰা দৌৰিকৈ ইয়ালৈ পঠিয়াই দিলে।"

গাড়ী আনি জয়নাথে গুলেজাহঁতৰ ঘৰৰ আগত ৰখালেহি।

কামাল তত্তাতৈয়াকৈ গাড়ীৰ পৰা নামিল, তাৰ মুখৰফালে চাই গুলেজাই সুধিলে। "বৌতিকো লৈ নাহিলা কেলেই?"

তাইৰ প্ৰশ্নৰ উত্তৰ নিদি কামাল গোঁহাই মাষ্টৰৰ কাষলৈ গ'ল আৰু সুধিলে, "চাৰ কি হৈছিল? কেনেকৈ কি হৈছিল?"

গোঁহায়ে ক'লে, "গাঁওখন উদং কৰি থৈ চব গলি ৰেল চাবলৈ। তহঁতৰ গাঁওখন মই ৰখিবহি লাগে! একো হোৱা নাই। কিবা হৈছে বুলি কোনে ক'লে?"

"জয়নাথে। সি গৈ মোক ষ্টেচনৰ পৰা লৈ আহিছেগৈ। সি ক'লে বোলে কোনোবাই আপোনাৰ লগত মাৰ্বাপিট কৰিলে?"

"ও'হো। জয়নাথে ঠিক কথা কোৱা নাই।"

"তেনেহলে চাৰ, কিনো হৈছিল?"

"মাৰ্বাপিট হোৱা নাই। অকল মাৰ হৈছিল, এক পক্ষীয়। ওৱান চাইডেড্। মইহে সিহঁতক মাৰিয়ালো। সিহঁতে মোক মাৰিব নোৱাৰিলে। সেইটো মাৰ্বাপিট হ'লনেকি? তই কচোন। আইকণ কলৈ গ'ল।"

"আহি আছে। অলপতে পাবহি।"

"দিদাৰতৰ কাণখন কি কৰিলি ?"

গুলেজাই ক'লে, "জয়নাথ গাড়ীতে আছে নে কি ? ভিতৰলৈ মাতা। মই তোমালোকৰ কাৰণে চাহ কৰো।"

"চাৰক এতিয়াও চাহ-তাহ দিয়া নাইনেকি ?"

গুলেজাই ক'লে, "আৰু অলপ আগবঢ়া হলেই সিহঁতক মই কাটিলোহেঁতেন। চাৰকো সিহঁতে মাৰিব খুজিছিল। তুমি দিদাৰতৰ এখন কাণ কাটি এৰিব নেলাগিছিল, ইখনো কাটিব লাগিছিল। তাৰ নিধকৰ এতিয়াও লাজ হোৱা নাই। মোৰ পিছত গুণ্ডা লগাইছে। বৌতি ঘৰত নেথাকেই, মই অকলে অকলে ঘৰত থাকি ইমানজনী হলো। এতিয়া মোৰ পিছত লাগিছে দিদাৰত। আমি দুখীয়া হলো বুলি আমাৰ মান-ইজ্জত নোহোৱা হোৱা নাই।"

গুলেজাৰ খং তেতিয়াও আছিল। লঘু কথা কৈও গোঁহাই মাষ্টৰে তাইৰ খং সাম কটাব পৰা নাছিল। কামালে গুলেজাৰ এনেকুৱা খং আগে কাহানিও দেখা নাছিল, পৰিস্থিতিটোৱে তাক কিছু বিব্ৰত আৰু হতভম্ব কৰিলে।

গোঁহাই মাষ্টৰে ক'ল, "ও* অতপৰে গুলেজাই মোক ৰাখিলে, এতিয়া মই যাও, তই গুলেজাক ৰখ। নহলে তই ইয়াতে থাক, গুলেজাই তোক ৰাখি থাকক। থাকিবি নহয় ?"

গুলেজা ভিতৰলৈ সোমাই গ'ল। জয়নাথো আহি ভিতৰত বহিলহি। ভিতৰলৈ যাঁওতে গুলেজাই কৈ গ'ল। "চাৰ আপোনালোক কোনো কেনিও নেযাব। মই চাহ-তাহ কৰো।"

জয়নাথে ক'লে, "চাৰ, দিদাৰতৰ ওপৰত কে'চ কৰিব লাগে।"

গোঁহায়ে ক'লে, "নেলাগে সেইবোৰ কৰিব, মোকৰ্দমা এখন লগাই ললে, আইকণ, গুলেজা, কামাল, তই, মই সকলো কাছাৰীলৈ অহা-যোৱা কৰি, ধন ভাঙি হায়ৰাণ হ'ব লাগিব। উকিলক দিবলৈ ধন ক'ৰ পাবি ? তাতকৈ কামালে দিদাৰতৰ ইখন কাণো কাটি আনি গুলেজাক দিয়কহি। তাই পাৰিলে সেই দুখন কাণো নিজৰ কাণ দুখনতে লগাই লব। মাষ্টৰ, মাষ্টৰণীয়ে টানি টানিও তাইৰ কাণ দুখন দীঘল কৰিব নোৱাৰিলে। দিদাৰতৰ দুখনকে নিজৰ দুখনত লগাই ললে তাই সেই বোঁৱাৰ নিচিনা দীঘলকণীয়া প্ৰাণীটি হৈ যাব পাৰিব। নোৱাৰিবিনে গুলেজা।"

ৰাতি তেতিয়া কিছু হৈছিল। গুলেজাই ভিতৰত চাহ কৰিছিল আৰু ভিতৰৰ পৰাই গোঁহাই মাষ্টৰৰ কথাবোৰ কাণপাতি শুনি আছিল। এনেতে আইকণ আহি ঘৰ পালেহি।

"অ' চাৰ, অ' তহঁতো আছ ? মোৰ আকৌ চিন্তাহে লাগিছিল, বোলো গুলেজাজনী ঘৰত অকলে অকলে আছে। সকলোকে এনেকৈ বাহিৰতে বহুৱাই থৈ তাইনো কলৈ গ'ল ?"

গোঁহায়ে ক'লে, 'গদুলেজাই আকৌ বোলে বৌতিনো কলৈ গ'ল, চিন্তাহে লাগিছে। কিজানিবা ফয়জত মোল্লাৰ লগতে ৰেলত উঠি হজ কৰিবলৈকে গ'লগৈ জানোচা। পিছে মকালৈ নগৈ ঘৰলৈ ঘূৰি আহিলা যে ভালেই কৰিলা, মই এতিয়া যাওঁ—বহুত ৰাতি হ'ল।"

এনেতে গদুলেজাই চাহ আনি সকলোৰে মাজত থলেহি!

"হেৰ, আহিলেই যে চাহ-জলপান দিয়, ক'ৰবাত বাগান-তাগান খুলিছনেকি? খা—জয়নাথ, মোৰ সোনকালে ঘূৰি যাব লগা আছিল। যিহে দিনকাল, সোনকালে ঘৰ নোসোমালেগৈ ঘৰত মোৰ কাৰণে চিন্তাহে কৰিব।"

গদুলেজাই ক'লে, "চাৰ, আপুনি অকলে খোজকাঢ়ি নেযাব। জয়নাথে গাড়ীৰে আপোনাক ঘৰত থৈ যাবগৈ। কামাল কাইটিও লগতে যাওঁক।"

তিনিও চাহ খালে।

জয়নাথে ক'লে, "চাৰ যায় যদি উঠক, আপোনাক ঘৰত থৈ ময়ো ঘৰলৈ যাওগৈ ৰাতি হ'ল।"

গোঁহাই মাষ্টৰে ক'লে "আইকণ দা-কটাৰীবোৰ অলপ লুকুৱাই মেলি থবা। তোমাৰ গদুলেজাই মানুহ আৰু কচুগছ একে বুলি ভাবিবলৈ লৈছে। কেতিয়াবা কচু বুলি কোনোবা মানুহকে ঘপিয়াব। বহুত বলশক্তি হৈছে নহয় গাত।"

আইকণে এবাৰ গদুলেজাৰ মুখলৈ চালে, তাৰ পিছত ক'লে, "চাৰে জানো কি কয়—"

গোঁহায়ে ক'লে, "মোৰ কথা বুজি পাবলৈ হজীক আগবঢ়াবলৈ ৰেল ষ্টেচনলৈ গলেই নহ'ব। নিজেও এবাৰ গৈ হজ কৰি আহিবগৈ লাগিব। জয়নাথ, যাওঁহক বল।"

গোঁহাই মাষ্টৰ আৰু জয়নাথ বহাৰ পৰা উঠিল।

কামালে ক'লে, "চাৰ ময়ো যাম ৰ'ব।"

গোঁহায়ে ক'লে, "নেলাগে হেৰ মোক আগবঢ়াই থবলৈ যাব নেলাগে। ভেৰোণীয়া গুণ্ডাতকৈ ভয়াতুৰ জীয় আৰু পৃথিবীত নাই। মই বহুত গুণ্ডা দেখিছো। তহঁতৰ নিচিনা গুণ্ডাকেটাকতো চিনিয়ে পাওঁ। সৰহভাগ গুণ্ডা মোৰ স্কুলৰে ছাত্ৰ আছিল। জয়নাথোতো এটা লেখৰ গুণ্ডাই। পেচেঞ্জাৰক আদবাটত গাড়ীৰ পৰা নমাই থৈ গুচি অহাটো গুণ্ডামি নহয়নেকি? তয়ো মোৰ ছাত্ৰ আছিলি নহয়, নে নাছিলি?"

"মই স্কুলত নাইপঢ়া চাৰ, মই লিখা পঢ়া একো নেজানো।" জয়নাথে ক'লে।

তহঁতৰ নিচিনা লিখাপঢ়া নজনা গুণ্ডা দুটামান আছ কাৰণেই, লিখাপঢ়া জনা শিক্ষিত গুণ্ডাবোৰ অলপ দমি আছে। ভাল কৰিলি, তই নপঢ়িলি। তহঁত আটাইমখাকে গোটাই লৈ মই এটা লেকচাৰ দিম বুলি ভাবিছো। লেকচাৰ মানে বক্তৃতা, বক্তৃতা মানে স্পীচ, স্পীচ মানে কি, জান? অৰ্থ থকা বা নথকা কিছুমান

চিঞৰি-চিঞৰি কোৱা টান টান শব্দ। শুনো বুলিলে এতিয়াই তহঁতক তেনেকুৱা বক্তৃতা এটা. লেক্‌চাৰ দি শুনাই দিব পাৰো। পৰম শ্ৰদ্ধাভাজন স্বৰ্গীয় ৰাইজবৃন্দসকল, ভদ্ৰলোকবৃন্দসকল, ভদ্ৰমহিলাবৃন্দাসকল, মোৰ পূৰ্ববৰ্তী বক্তৃতাসকলে যিবোৰ গুণগ্ৰাহী কথোপকথন তেওঁলোকৰ মূল্যবান ভাষণত বক্তৃতা দান কৰিলে সেইবোৰ আপোনালোকে শ্ৰৱণ কৰক বা নকৰক, সেইসকল বক্তৃতা নিশ্চয় আপোনালোকে বুজিছে বা নাই বুজা, মই সেই বোৰৰ উত্তৰোত্তৰ কামনা কৰিছো। কিবা বুজিলি ? ও' আজি নুবুজ, পিছত বুজিবি। জয়নাথ ব'ল ব'ল, বেলি গধূলি হ'ল। কণক গোঁহাইৰ বক্তৃতাৰ ভাষণ তহঁতৰ নিচিনা এগালৰ কাৰণে নহয়।"

কামালক গুলেজাই ক'লে, "তুমিও চাৰৰ লগত যোৱা। চাৰৰ কথা শুনিব নেলাগে। চাৰক ঘৰত থৈ আহিবাগৈ।"

"তাক পিছে ঘৰত কোনে থৰ্বাহি ?"

"জয়নাথে থৰ্বাহি।"

'আৰু জয়নাথক ? তাক কোনে থবগৈ ?"

"জয়নাথক গাড়ীখনে থবগৈ—" গুলেজাই ক'লে।

গোঁহাই, কামাল আৰু জয়নাথ ঘৰৰ ভিতৰৰ পৰা বাহিৰলৈ ওলাই আহিল।

"বহুত ৰাতি হ'লনেকি অ' কামাল ?"

কামালে ক'লে, "নাই হোৱা চাৰ, বাৰ বাজি গৈছেহে।"

"ইমান ফুট গধূলিতে বাৰ বাজি গ'লনে ? হয় তোৰ ঘড়ীৰ কিবা অসুখ হৈছে, নহলে সময়ৰ কিবা মাথা গৰম হৈছে। বাৰ বজাততো মোৰ টোপনি এঘুমটি পূৰা হয়। আজি মোৰ চোন টোপনি অহাই নাই। আজিকালি একোৱেই নিয়ম মানি নচলে। এই বুঢ়া সময়েও বাৰু নিয়ম মানিবলৈ পাহৰিলে কেনেকৈ ? হেৰ কামাল, জয়নাথ ব'ল ব'ল, নহলে ঘড়ী-চড়ী চাবলৈ এৰি সময়ে যি মন যায় তাকে কৰিবলৈ ধৰিব। মোৰ টোপনি নৌ আহোতেই ঘড়ীত বাৰ বজাতো বৰ ভালৰ লক্ষণ নহয় দেই।"

আইকণে দুৱাৰ মুখত থিয় দি থাকি গোঁহাইহঁত গাড়ীৰ ফালে খোজলোৱা চাই থাকিল, বাহিৰত আন্ধাৰ আছিল। হাতত লণ্ঠনটো লৈ গুলেজা গাড়ীৰ ফালে আগবাঢ়িল। জয়নাথ গাড়ীৰ ড্ৰাইভাৰৰ চিটত বহিল। কামালো আগৰ চীটত তাৰ কাষতে বহিল। গোঁহায়ো গাড়ীত উঠিব খুজিছিল, হঠাৎ গুলেজা কুঁজা হ'ল আৰু গোঁহাই মাষ্টৰক ভৰি চুই তচ্‌লিম কৰিলে।

"এ, এ, মোৰ ভৰিত আকৌ কি লাগি থকা পালি ? চাও', চাও' উঠ, দেখিছা বাৰু এইৰ কাণ্ড !" কৈ গোঁহায়ে বাউসীত ধৰি গুলেজাক থিয় কৰালে, আৰু দুয়োহাতে তাইক সাৱটি ধৰি বহুত সময়লৈকে ললে আৰু তাইৰ মূৰে পিঠিয়ে হাত ফুৰাই দি দি থোকাথুকি মাতেৰে ক'লে, "তোৰ বাপেৰে মৰোঁ সমনীয়া আছিলো। তহঁতবোৰক মোৰ ভিজিত লগাই থৈ গ'ল।"

গোঁহাই মাষ্টৰৰ মাতটো সেমেকা, থোকাথুকি, যেন ডিঙিৰ পৰা নোলাবই। গোঁহাইৰ বন্ধুৰ মাজৰ পৰা ওলাই গুলেজাই গোঁহাইৰ মুখলৈ চালে। গোঁহাইৰ চকুদুটা সেমেকা। তাই এজনী সৰু ছোৱালীৰ দৰে তাইৰ হাতৰ তলুৱাৰে গোঁহাইৰ চকু মুখ মচি দিলে। হতভম্ব আৰু অভিভূত হৈ কামাল আৰু জয়নাথে তেওঁলোকৰ ফালেই চাই আছিল।

গুলেজাৰ গালৰ ওপৰেদিও দুধাৰ চকুলো নামি আহিছিল তেতিয়া।

গোঁহাই গাড়ীত উঠি বহিল আৰু অলপ চিঞৰীয়ে ক'লে—"মোৰ চকুত চকুচৰহা সোমালনেকি জানো? খচ্‌খচাইছে, ব'ল ব'ল জয়নাথ।"

নিজৰ চকু মোহাৰি থকা গোঁহাই মাষ্টৰৰ ফালে চাই জয়নাথে গাড়ী ষ্টাৰ্ট দিলে, হাতত লণ্ঠনটো লৈ গুলেজা থিয় দিয়াতে থিয় দি ৰৈ থাকিল—লাহে লাহে আঁতৰি যোৱা গাড়ীখনৰ ফালে চাই।

দুৱাৰ মুখত ৰৈ আইকণেও নিজৰ চকু পানী মোহাৰিছিলনেকি—আন্ধাৰত দেখা নগ'ল।

আকাশৰ তৰা এটাৰ মুখত তেতিয়া যেন এটা কোমল হাঁহিৰ তিৰবিৰণি। তৰাটোৰ ফালে চাই থাকি গুলেজাৰ ভাল লাগিল।

## একৈশ

দ্বিতীয়বাৰ গুলেজাৰ কাৰণে দিদাৰত ঠিকাদাৰ লাঞ্চিত হ'ল। কথাটো জনাজনি হ'ল। তাৰ বয়সৰ এটা মানুহৰ এনেকুৱা মতিচ্ছন্ন হোৱা বুলি শুনি সকলোৱে ছিঃ ছিঃ কৰিলে। আনহাতে আইকণৰ জীয়েক গুলেজাক ওচৰ পাজৰৰ যিবোৰ মানুহে অন্য দহজনী গাঁৱলীয়া ছোৱালীৰ নিচিনাই, এজনী সাধাৰণ ছোৱালী বুলিয়েই অতদিনে ধৰি আহিছিল, সিহঁতৰো গুলেজাৰ আকৰ্ষণৰ কাৰণ জানিবৰ কাৰণে কৌতূহল জন্মিল। তাই এজনী গাভৰু ছোৱালী, তাই এজনী ধুনীয়া ছোৱালী, তাই এজনী দুখীয়া বিধৱাৰ ছোৱালী, তাই এজনী সাহসী ছোৱালী, গাঁৱৰ ভিতৰৰ তাই, বৰ বেছি নহলেও, কিছু শিক্ষিতা ছোৱালী।

কিন্তু গাঁওখনত তাইৰ নিচিনা ছোৱালী আৰু দুজনীমান নথকা নহয়। সিহঁতক লৈতো ইমান টনা-আজোৰা হোৱা নাই, ইমানবোৰ ঘটনা হোৱা নাই। গাঁৱৰ কেইবাটাও ডেকাই তাইক বিয়া কৰাবলৈ হেপাহ কৰে; সেইটোও বৰ আচৰিত হ'বলগীয়া নাই। নানা ধৰণৰ অভাৱ-অনাটন সত্ত্বেও তাই সদায় হাঁহি ফূৰ্তিৰে দিন কটায়, কাহানিও দুখ-বেজাৰ কৰি নেথাকে। কিন্তু গাঁৱত তেনেকৈ থকা গাভৰু ছোৱালী আৰু আছে। গাভৰু ছোৱালী মানেই হাঁহি, যৌৱন মানেই প্ৰাণ-প্ৰাচুৰ্য।

অৱশ্যে গুলেজাই হাঁহি ফুৰ্তি কৰি থাকে যদিও, তাই চলোপটো নহয়, তাই পাতল নহয়। হয়তো এটা বিশেষ গুণ তাইৰ আছে। যিটো গুণে তাইৰ সমনীয়া আন বহুত গাভৰুৰে গাত পাবলৈ টান। সেই গুণটো হৈছে তাইৰ অসাধাৰণ চৰিত্ৰ, তাইৰ দৃঢ়তা, তাইৰ মনোবল, আৰু তাইৰ মানে-সন্মানে জীয়াই থকাৰ অটল সংকল্প, যাৰ পৰা জন্ম পাইছে তাইৰ সাহস আৰু ধৈৰ্য্য। যিয়ে তাইক ভাল পাবলৈ বিচাৰে সিয়ে জানে যে ভয় বা লোভ দেখুৱাই তাইৰ মৰম আদায় কৰিব নোৱাৰি। তাৰ কাৰণে লাগিব সাহস আৰু চৰিত্ৰবল। নিজৰ মৰ্য্যাদা ৰক্ষা কৰিবৰ কাৰণে হাতত দা লৈ থিয় হ'ব পৰা সাহস আৰু শক্তি তাইৰ আছে। আন বহুতৰে নাই।

কিন্তু আজি কিছুদিনৰ পৰা গুলেজা যিটো সমস্যাৰ সম্মুখীন হৈছে, সিহে তাইৰ নিচিনা মনোবল থকা, ছোৱালী এজনীকো কিছু বিব্ৰত কৰিছে। তাইৰ মাক আইকণৰ স্বাস্থ্য বেয়াকৈ পৰি আহিছে। আগৰে পৰা থকা কাহৰ অসুখটো দিনে দিনে বেছি হৈছে। মাজে মাজে জ্বৰো উঠে, গাৰ বিষ হয়, খাব নোৱাৰা হয়। ৰাতি টোপনি নাহে, কাহি কাহি মানুহজনী অৱশ হৈ পৰে। কেতিয়াবা মাকৰ কাহ বেছি হোৱা দেখিলে গুলেজাই মাকক বুকুত সুমুৱাই লৈ ধৰি থাকে? ঔষধপাতি নোখোৱা নহয়। কিন্তু দৰৱজাতি খাই অসুখ কিছু কমিলেও, সম্পূৰ্ণ ভাল নহয়। দুদিন মানৰ মূৰতে আকৌ বেমাৰে উক দিয়ে। এই কাৰণে আইকণ দিনে দিনে দুৰ্ব্বল হৈ গৈছে। শৰীৰ দুৰ্ব্বল হৈ অহাৰ লগে লগে আইকণৰ মনটোও দুৰ্ব্বল হৈ গৈছে—বিশেষকৈ এটা চিন্তাতঃ মোৰ যদি কিবা হয়, মই যদি মৰিও থাকো, গুলেজাৰ কি হ'ব? তাই তেনেই অকলশৰীয়া হ'ব। এতিয়া মই বেমাৰ পৰি থকা কিদিন তায়ে দোকান-বজাৰ কৰে, মোৰ দাৰাইপানী আনেগে। মই নেথাকিলে তাই ঘৰটোত অকলে কেনেকৈ থাকিব? বিপদে আপদে তাইক কোনে চাব? কোনে ৰক্ষা কৰিব?

মাকক চিন্তা কৰা দেখিলে তাই হাঁহি হাঁহি কয়, "মোৰ কাৰণে তই অকণো চিন্তা নকৰিবি বৌতি। তই ইমান সোনকালে নমৰ, আৰু তই যদি মৰও, মোৰ কাৰণে ভাবিব নেলাগে। কামাল বেকাই পাচ্‌পৰ্ট পাইছে। সি আৰু ফৰিদ আৰবলৈ যাবই। তই যদি নোহোৱা হৱ, মই আৰু ইয়াত নেথাকো, এইবোৰ ঘৰ, মাটি কাৰোবাক বেছি দি মই টাউনলৈ যামগৈ।"

"তাত গৈ কি কৰিবিগৈ?" মাকে সোধে।

"তাত কলেজত নাম লগাই পঢ়িম।"

থাকিবি ক'ত? তাতনো আমাৰ আপোন মানুহ কোন আছে? তই কাৰ ঘৰত থাকিবি?

"সেইবোৰ তই অকণো চিন্তা নকৰিবি। পাৰিলে হোষ্টেলত থাকিম, নহলে ক'ৰবাৰ কলেজীয়া ছোৱালীৰ মেছত থাকিম; নহলে কাৰোবাৰ কিতাপৰ দোকানত

চাকৰি কৰি কাৰোবাৰ ঘৰত থাকিম। মোৰ কাৰণে তই অকণো নেভাবিবি বৌতি।"

মুখেৰে কোৱা কথাবোৰ যে কাৰ্য্যত কৰি উঠাতো সহজ নহয় সেই কথা গুলেজাই ভালকৈ জানে। কেওঁ কিছু নোহোৱা এজনী নিধৰুৱা গাভৰু ছোৱালীয়ে নিজৰ সংস্থান নিজে কৰি লোৱাটো যে কি কঠিন কথা তাই নুবুজা নহয়। কিন্তু তেনে এটা পৰিস্থিতিৰ উদ্ভৱ হলে যে তাই সাহসেৰেই সন্মুখীন হ'ব পাৰিব সেই বিশ্বাস তাইৰ আছে। মাকৰো গুলেজাৰ সাহস আৰু মনোবলৰ ওপৰত একান্ত বিশ্বাস আছে। আইকণে এই কথা জানে যে আইকণৰ সাহসত গুলেজা থকা নাই, গুলেজাৰ সাহসত হে আইকণ আছে। কিন্তু নিজৰ বেমাৰী মাকক ৰাখি থাকিবৰ কাৰণেইতো গুলেজাৰ নিচিনা এজনী গাভৰুৰ জন্ম হোৱা নাই। মাক জীয়াই থাকক বা নেথাকক, গুলেজাই যে কেতিয়াও ভুল নকৰে সেই কথা আন সকলোতকৈ আইকণেই জানে বেছি। সমাজৰ নীতি-নিয়ম উলঙ্ঘা কৰি নিজৰ খুছী খেয়ালমতে আগ-পাছ নুগুনি গুলেজাই নিশ্চয় কিবা এটা কৰি নেপেলায়। কামালৰ লগত যদি তাইৰ বিয়া হয়, সকলোৱেই আনন্দ পাব, সকলোৱেই সুখী হ'ব। পিছে কামালৰো তাইৰ নিচিনা ছোৱালী এজনীক বিয়া কৰাবলৈকে পেটে পেটে কিবা ভয়নেকি! ধন ঘটিবলৈ আৰবলৈ যোৱাৰ চলেৰে সি গুলেজাক বিয়া নকৰাই পলাবহে খুজিছেনেকি? কিন্তু গুলেজাই জানো ক'ব: "তুমি ঘূৰি আহাগৈ যোৱা, মই তোমাৰ কাৰণেই বৈ থাকিম। যেতিয়ালৈকে তুমি ঘূৰি নাহাগৈ—" হয়তো কামাল ঘূৰি নহালৈকে কাৰো লগত বিয়া নোসোমাই গুলেজা বৈ থাকিব। কিন্তু তাই এই কথা মুখ খুলি কেতিয়াও কাকো নকয়—আইকণে সেই কথা ভালকৈ জানে।

মই জীয়াই থাকোতেই তাইৰ বিয়াখন কাৰোবাৰ লগত পাতি থৈ যাব পৰা হলে মই সুখেৰে মৰিব পাৰিলোহে'তেন। মোৰ দেহা পৰি আহিছে। ক'ব নোৱাৰো আৰু কিমান দিন জীয়াই থাকিম। এনে কোনো নাই যাৰ ওচৰত তাইক গটাই দি মই নিশ্চিন্ত ভাৱে দুনীয়াৰ পৰা যাব পাৰো।...

সেইদিনা আইকণৰ অসুখ অলপ বেছি হৈছিল। কাহে বৰ বেছিকৈ ধৰিছিল। কাহি কাহি মাতটোও ভাগিছিল। গুলেজাৰ হাততো পইচা নাছিল। দুটামান টকা ধাৰে বিচাৰি আনিবৰ কাৰণে তাই গোঁহাই মাষ্টৰৰ ঘৰলৈ যাবলৈ ওলাইছিল।

পদুলিমুখত কাৰোবাৰ চাইকেলৰ বেলৰ মাত শুনিলে। তাই দুৱাৰ মুখলৈ ওলাই আহিল। দেখিলে ইব্ৰাহিম আৰু কোনোবা মানুহ এজন। তাই খৰখেদাকৈ বাহিৰলৈ ওলাই আহিল আৰু মাতিলে "চাৰ আহক—"

"তুমি ঘৰতে আছা; মই আকৌ। এই সময়ত তোমাক ঘৰত লগ নেপামহি বুলিহে ভাবিছিলো।" ইব্ৰাহিমে ক'লে।

দুয়ো ভিতৰ সোমাই আহিল আৰু আগফালৰ কোঠাতে বহিল।

"সাজি কাচি থকা যেন পাইছো। ক'ৰবাৰ পৰা আহিলা নে কোনোবা ফালে যোৱা ?"

"এফালে যাবলৈহে ওলাইছিলো।"

"তেনেহলে আমি বাধি নথও। বৌতিয়েৰৰ গা ভাল নহয় ?"

গুলেজাই কিছু চিন্তিতভাৱে ক'লে, "আজি কিছুদিনৰ পৰা বৌতিৰ গা বৰ ভাল নাই। কাহটো আগতকৈ বেছি হৈছে। পৰিহে আছে।"

"চিকিৎসা কৰাইছানে নাই ?"

"যি পাৰো কৰাইছো, পিছে ভাল হোৱা নাই। পুৰণি অসুখ নহয়—"

"বৌতিয়েৰ ক'ত আছে ? এবাৰ চাঁওচোন, অ' এও' নৰহৰি দাস।"

গুলেজাই নৰহৰিক কপাললৈ হাত তুলি নমস্কাৰ জনালে। গুলেজাই বুজিলে এই নৰহৰি দাসৰ নামটোৰ বাহিৰে অন্য চিনাকি দিবলগীয়া বিশেষ একো নাই। তাই এনেয়ে সুধিলে, "আপুনিও চাৰৰ লগতে টাউনৰ পৰাই আহিছে ?"

"মই টাউনত নেথাকো। আমাৰ ঘৰ জিৰাতলী গাঁৱত—তাৰ পৰাহে আহিছো। চাৰে ক'লে, যে এইপিনে তেখেতৰ এঘৰ চিনাকি মানুহ আছে, তাতে অলপ সোমাই যাব। মই তেখেতৰ লগতে আহিছো, আমি কপহুৱা গাঁৱৰ ফালে যাম।"

"আপোনালোক বহক, মই এটোপা চাহ কৰো।" গুলেজাই ক'লে।

ইব্রাহিমে চাইকেলৰ হেণ্ডোলত ওলোমাই অনা বেগটো আনিলে। আৰু তাৰ পৰা কাগজেৰে মেৰিওৱা সৰু পেকেট এটা গুলেজাৰ হাতলৈ আগবঢ়াই দি ক'লে, "হোৱা ধৰাচোন এইটো—"

গুলেজাই হাত পাতি পেকেটটো ললে। তাই যেন ৰক্ষা পাৰ গ'ল। ইব্রাহিম-হঁতক চাহৰ লগত দিবলৈ ঘৰখনত একো বস্তু নাছিল। 'চাহ খাওক' বুলি মুখেৰে কলেও তাই যে আলহী দুজনক কি দিব ভাবিয়ে পোৱা নাছিল। ইব্রাহিমে অনা বিস্কুট পেকেট পাই তাই সকাহ পালে, যদিও, ইব্রাহিমে অনা বিস্কুটেৰেই চাহ নিদি ঘৰৰ পৰা কিবা এটা খোৱা বস্তু দিব পৰা হলে তাই ভাল পালেহেঁতেন। কিন্তু ঘৰত তেতিয়া একো নাছিল।

অ'ইকণক চাবলৈ ইব্রাহীম আৰু নৰহৰি দুয়ো ভিতৰলৈ গ'ল। "চাৰ আহিছে বৌতি", বুলি কৈ গুলেজাই মাকক কৈ বহিবৰ কাৰণে এখন চকী আৰু এটা মুঢ়া ওচৰ চপাই দি তাই ৰান্ধনীশাললৈ গ'ল।

আইকণে বিছনাতে বহিবৰ চেষ্টা কৰিছিল। ইব্রাহীমহঁতে মানা কৰিলে। "উঠিব নেলাগে। গা এতিয়া কেনেকুৱা আছে।"

"অকণো ভাল পোৱা নাই। ভাল হোৱাৰ আশাও নাই। কোনোবা দিনা মৰিম। পিছে মাষ্টৰ, মই নেথাকিলে গুলেজাজনীৰ কি হ'ব, তাকেহে ভাবি পোৱা নাই।"

ইব্রাহীমে ক'লে, "মৰাৰ কথা ভাবিব নেপায়। ইয়াত বেমাৰৰ ভাল চিকিৎসা

হোৱা নাই যেন লাগিছে। মোৰ তালৈকে লৈ যাঁও। তাত ভাল ডাক্তৰক দেখুৱাই ভাল চিকিৎসা কৰিলে, ভাল হৈ যাব।"

"তাত ক'ত থাকিমগৈ—?"

"মোৰ ঘৰত। গুলেজাকো লৈ যাঁও—ভালকৈ চোৱাই মেলি দৰৱ জাতি খুৱালে কাহ-কফৰ বেমাৰ ভাল নহ'বৰ কথাই নাই।"

চাহ উলিয়াই গুলেজাই দুয়োকে মাতিলে "চাৰ, চাহ দিছো আহক, আপুনিও আহক।"

ইব্ৰাহীমে ক'লে, "তোমালোক ওলোৱা গুলেজা। বৌতিয়েৰক মোৰ তালৈকে লৈ যাঁও, ইয়াত ভাল চিকিৎসা হোৱা নাই। তাত কেইবাজনো মোৰ ভাল চিনাকি ডাক্তৰ আছে। তেওঁলোকৰ হতুৱাই ভালকৈ পৰীক্ষা কৰাই, চিকিৎসা কৰালে বৌতিয়েৰ ভালহৈ যাব।"

গুলেজাই ক'লে, "ইয়াত ভাল চিকিৎসাহে নেলাগে একো চিকিৎসাই হোৱা নাই। বৌতিক টাউনলৈ নিয়াৰ কথা মই সদায় ভাবি আছো। পিছে তাৰ কোনো ডাক্তৰকে মই চিনি নেপাওঁ। তাতগৈ থাকিবলৈ কোনো আপোন মানুহো নাই। চিনাকি মানুহো নাই—চাহ খাওকচোন বাবু—"

ইব্ৰাহীমে ক'লে, "আপোন মানুহ নাই বুজিলো, কিন্তু চিনাকি মানুহ নাই বোলা কথাষাৰ সঁচা নহয় যেন লাগিছে। চিনাকি মানুহৰ চিন মনত নৰখাটো অৱশ্যে সুকীয়া কথা। কেতিয়াকৈ যাবা কোৱা। মই অ'ত ত'ত ঘূৰি ঘূৰা মানুহ। আগতে কৈ নথলে মোক ঘৰত নেপাবগৈ পাৰা। আৰু মোৰ ঘৰটোও তুমি চিনি নোপোৱা। ঘৰটোৰ নাম 'ইব্ৰাহীম মহল'। পিছে মাৰ্বলৰ নাম-ফলি খন ৰাজস্থানত কৰাবলৈ দিছো। আহি পোৱাহি নাই। আহি পালেই ঘৰটোৰ পিছফালে লগাই থম। আগফালে কিতাপৰ দোকানখন আছে নহয় তাত আকৌ চাইনবৰ্ড এখন অৰা আছে —'দি ব্ৰেইনচ্ ষ্ট্ৰোষ্ট'।"

গুলেজাই ক'লে, "ব্ৰেইনচ্ ষ্ট্ৰোষ্ট? তাৰ মানে নো কি?"

"তাৰমানে কিতাপ—ইব্ৰাহীমৰ কিতাপৰ দোকান। মানে পঁচা মগজৰ গুদাম—।"

"পঁচা মগজৰ নে সঁচা মগজৰ—?"

"যি মন যায় ক'ব পাৰা। ছন্দ যেতিয়া মিলাব পাৰিছা, তেতিয়া সঁচা মগজ, পঁছা মগজ, ঘচা মগজ, ৰছা মগজ—যি মন যায় নাম দিব পাৰা। লেখকে ৰচা কিতাপত লিখকৰ মগজৰ সঁচা কথাবোৰেই নেথাকে জানো? পিছে মনৰ কথাবোৰ ৰচনা কৰি কিতাপ কৰি যাচি বিক্ৰী কৰিবলৈ উলিয়ালে, কোনোবাই সঁচা কথাকো পঁচা কথা বুলি ধৰিলে তুমি কাক জগৰীয়া কৰিবা?"

চাহ বিস্কুট খাই শেষ কৰি, তামোল এখন মুখত ভৰাই ইব্ৰাহীম আকৌ আইকণৰ ওচৰলৈ আহিল আৰু ক'লে, "গুলেজাৰ লগত বন্দোবস্ত কৰিলো। সিপিনে গৈ

ডাক্তৰৰ লগত বন্দোৱস্ত কৰোগৈ। তাৰ পিছত মই লৈ যামহি। ইয়াত এনেকৈ পৰি থাকিলে বেমাৰ ভাল নহয়।"

এইবাৰ আইকণ কাহি কাহিয়ে বিছনাতে বহিল, আৰু ক'লে, "হাতত ধন-পইচা নাই। নগৰলৈ গৈ কিহেৰেনো চিকিৎসা কৰামগৈ? কেইদিন বা থাকিব লগা হয়। কামালকে খুজিলোহেঁতেন, সি আকৌ বিদেশলৈ যাবলৈ ওলাইছে।"

ইব্ৰাহীমে ক'লে, "বাৰু সেইবোৰ চিন্তা কৰিব নেলাগে। অলপতে আৰবৰ পৰা মোৰ এক জাহাজ টকা আহি পাইছোহি। ঘাটৰ পৰা আনিবলৈ গৰুগাড়ী ঠিক কৰিব পৰা নাই। কেইদিন মানতে আহি পাই যাব। গুলেজাৰো কিবা চিকিৎসা কৰাব লগীয়া নাই নহয়?"

"মোৰ আকৌ কি চিকিৎসা কৰাব লগীয়া আছে? মোৰ কোনো অসুখ বিসুখ নাই।"

"অ' স্বাস্থ্যৱতী গাভৰু মানুহ, মই বোলো কিজানিবা মনৰ কিবা অসুখ হৈছেইবা!"

"মনৰ অসুখ হলে মনৰ ডাক্তৰক দেখুৱাম। এতিয়া পিছে বৌতিৰহে ভাল চিকিৎসাৰ দৰকাৰ আপুনি যদি কয় মই নিজেই বৌতিক টাউনলৈ লৈ যাম—"

"মইতো কলোৱেই। বৌতয়েৰ খেতি-পথাৰ কৰা, ধান-খুন্দা, পানী অনা, মেহনত কৰি খোৱা মানুহ। কাহ কফে সহজে বলে নোৱাৰে। তোমালোক বাৰু ওলাই থাকিবা মই এদিন আহি তোমালোকক লৈ যামহি।"

কিছু চিন্তা কৰি গুলেজাই ক'লে, "চাব, আমি বৌতিক লৈ টাউনলৈ যোৱাৰ আগতে এবাৰ কণক গোঁহাই চাৰক কথাটো ক'ব লাগিব। আৰু জয়নাথ নামে টেক্সী ড্ৰাইভাৰ এটা আছে তাকো ক'ব লাগিব। তাৰ গাড়ীখনেৰেই সি বৌতিক লৈ যাবও পাৰে আৰু কামাল কেকাকো কথাটো ক'ব লাগিব—"

"আৰু কাক কাক ক'বলগীয়া আছে ক'বা। ইয়াৰ পৰা এই বিশ বাইশ মাইল দূৰৰ মহানগৰলৈ যাবা, বৌতিয়েৰৰ কাহৰ চিকিৎসা কৰাবৰ কাৰণে। গাঁও নগৰৰ সকলোৱে কথাটো নেজানিলে ভাল কথা হ'বনেকি?"

দোষী-দোষী ভাবে গুলেজাই ক'লে, "কেইদিন মানতে কামাল কেকা আৰু ফৰিদ আৰবলৈ যোৱাৰ কথা আছে। আমাক মাত লগাই যাবলৈ ওলোৱাৰ আগতে আমি হে যদি মাত লগাই টাউনলৈ যাব লগীয়া হয়, সিহঁতক কৈ নগলে বেয়া পাব—"

ইব্ৰাহীম আৰু নৰহৰি বহাৰ পৰা উঠিল। "কামালহঁত যাবলৈ ওলাইছে বুলিময়ো জানো। ময়ো সিহঁতক বিদায় দিবলৈ আহিম। তুমি বৌতিয়া কামালৰ লগতে আৰবলৈ নোযোৱা, তুমিও আহিব পাৰিবা। এতিয়া আমি যাও বাৰু—" কৈ আইকণক মাত লগাই ইব্ৰাহীমহঁতে বিদায় ললে।

# বাইশ

কামাল আৰু কুদ্‌ৰতে পাচ্‌প'ৰ্ট উলিয়ালে, কিন্তু পাচ্‌প'ৰ্ট খনেই শেষ কথা নহয়। আৰবলৈ যাবলৈ ৰেল-জাহাজৰ ভাড়াৰ টকাও লাগিব। তাত গৈ ক'ৰবাত থাকিবলৈ, খোৱা-থকাৰ কাৰণে টকা লাগিব আৰু কিবা কাৰণত ঘূৰি আহিব লগা হলে, ঘূৰি অহাৰ খৰছৰ কাৰণেও কিছু টকা হাতত ৰাখিব লাগিব। অন্য হস্কিল-মস্কিলতো আছেই।

দুয়োটাই মন বান্ধিলে— আগে আৰবলৈ গৈ লও, তাৰ পিছত যি হয় হ'ব। আমি ডাঙৰ চাকৰি—ডাক্তৰ, ইঞ্জিনিয়াৰৰ চাকৰি কৰিবলৈ যাবলৈ ওলোৱা নাই। কুলি মজদুৰৰ কাম কৰি ধন ঘটিবলৈ যাবলৈ ওলাইছো। দেহাটো ভালে থাকিলে কোনো চিন্তা নাই। মেহনত কৰি, মেহনত বেচি খাম। দুনীয়াৰ কতো কাম কৰি খোৱা মানুহৰ কাৰণে কামৰ অভাৱ নাই। দেহাৰ খাটনি খাটিব পৰা হৈ থকালৈকে আমি নেখাই নমৰো। সেইবোৰ দেশৰ মাত-কথা আমি নেজানো। কিন্তু আমি মুখেৰে কাম কৰা মানুহ নহয়, দেহাৰে কাম কৰা মানুহ। আমি কথা কম আমাৰ হাত ভৰিৰে, দেহাৰে, মুখেৰে নহয়। আমাৰ হাতে কথা ক'ব, ভৰিয়ে কথা ক'ব, আমাৰ গাটোৱে কথা ক'ব। তাৰ কাৰণে মুখৰ কথা নেলাগে। আমাৰ নিজৰ দেশত দেহাৰ মেহনত কিনোতা নাই, মেহনতৰ দাম নাই। নহলেনো নিবনুৱা হৈ খাবলৈ নেপাই, ডেকা ডেকা মানুহো অকালতে বুঢ়া হৈ, বেমাৰ হৈ শুকাই খীণাই এনেয়ে মৰেনে ?

কামাল আৰু কুদৰতে অ'ৰ ত'ৰ পৰা 'আগৰ' কাঠ আৰু 'আতৰ' গোটাই লৈ, তাকে বোম্বাইত বেচি টকা উলিয়াই যোৱাৰ খৰছ যোগাৰ কৰাৰ দিহা কৰিলে। যেনে তেনে আৰব সাগৰখন পাৰ হ'ব পাৰিলেই হ'ল। তাৰ পিছত জীয়াই থাকিলে আৰবৰ ফালেই জীয়াই থাকিম আৰু মৰিলেও আৰবতে মৰিম। আৰবৰ নিচিনা পাক্ পবিত্ৰ ঠাইত মৰিবলৈ পোৱাটো সৌভাগ্যৰহে কথা।

এইবোৰ গুণা গঁথা, চিন্তা-ভাবনা কৰি যা-যোগাৰ কৰি থাকোতেই, সিঁহতে গম নোপোৱাকৈয়ে কেইটামান মাহ পাৰ হৈ গ'ল, আৰু ফয়জত মোল্লাও হজ কৰি আৰবৰ পৰা ঘূৰি আহি ঘৰ ওলালহি। ফয়জত হজ কৰি সুকলমে সুস্থ শৰীৰে, যা-হাল-তবিয়তে আহি ঘৰ ওলোৱাটো গাঁওখনৰ কাৰণে এটা আনন্দৰ কথা। কেই-দিন মানলৈ ফয়জতৰ ঘৰ-চোতাল হাজী চাহাবক দেখা কৰিবলৈ অহা, খবৰ বাতৰি লবলৈ অহা ওচৰ-নিলগৰ মানুহেৰে গিজ্‌গিজাই থাকিল। হাজী ফয়জত মোল্লা

গাঁওখনতেই নহয়, অঞ্চলটোৰ এক বিশেষ ব্যক্তি হৈ পৰিল হঠাৎ। খবৰ কৰিবলৈ অহা সকলোকে চাহ-তামোল খুৱাই হাজী চাহাবে অভ্যৰ্থনা জনালে। বিনীতভাৱে ফয়জতে সকলোৰে ওচৰত সৰল কৃতজ্ঞতা জনালে আৰু সকলোৰে দোৱা আৰু শুভইচ্ছাৰ কাৰণেই হে যে তেওঁৰ নিচিনা এক 'গুণাহগাৰ বান্দাই' 'আল্লাৰ ঘৰ' চাই আহিবগৈ পাৰিলে। সেই কথাও কৃতজ্ঞতাৰে খবৰ কৰিবলৈ অহা সকলোকে ক'লে।

মানুহবিলাকে বুজিলে যে ফয়জত মোল্লা আৰু আগৰ ফয়জত হৈ থকা নাই। এই কেইদিনতে মানুহটো বহুত সন্মানি হৈ আহিছে, কথাই-কামে হাজী চাহেব হৈ আহিছে।

ফয়জত মোল্লাৰে খবৰ কৰিবলৈ আহিছিল আইকণ, গুলেজা, কামাল, ফৰিদ আৰু অঞ্চলটোৰ কোনোবা কুনুবি। ফয়জতে মক্কা-মদিনাৰ পৰা অনা জাই-নামাজ, টুপি, আৰু অন্যান্য বস্তুবোৰ দেখুৱাইছিল। আৰু সকলোকে আৰবৰ পৰা অনা খজুৰ আৰু জম্ জমৰ পানী খাবলৈ দিছিল। আৰু এইবাৰৰ হজ কৰিবলৈ যে গোটেই পৃথিবীৰ পৰা ২৫ লাখতকৈও সৰহ হাজী আহিছিল সেই কথাও বুজাই কৈ আছিল।

কণক গোঁহাই আহি ওলালহি।

"আহা, আহা, মাষ্টৰ। মই এবাৰ সেইফালে যামহে বুলিছিলো। হেৰ' মাষ্টৰক বহিবলৈ দে-হ'ক, বহা, বহা, মাষ্টৰ, ভালে আছা নহয়।"

চকী এখনতে গোঁহাই বহিল।

"ভালে নথকা হলে দেখা পালাহেঁতেন জানো? পিছে ভালে-ভালে পালাহি? মোৰ কাৰণে দোৱা কৰিছিলানে বাৰু? অ' এইজনী গুলেজা নহয়নে? মোল্লা যাবৰ দিনা ষ্টেচনত আগবঢ়াবলৈ নগলি, এতিয়া ঘূৰি আহিলত আহিছ হাজী চাহেবৰ দোৱা বিচাৰি! কম ছোৱালী নহয় দেই—"

গুলেজাৰ মনে মনে ভয় লাগিল। গোঁহাই হে যেনেকুৱা, লাগিলে সেইদিনাৰ কথাবোৰ সকলোৰে আগত কৈয়ে দিব। তাই অপদস্থ হ'ব লাগিব। তাই ক'লে, "চাৰ, নেথাব বহক, মই আপোনালৈ চাহ আনো—"

"আন, আন। চাহ খাম বুলিয়েই আহিছো। আমাৰ সেইফালেও জনাজনি হৈ গৈছে বোলে হাজী চাহেৱে আৰবৰ পৰা এক জাহাজ চাহ মিঠাই আনিছে, আৰু ইয়াৰ সকলোকে দিনে-ৰাতিয়ে খুৱাইছে। মই বোলো, মই নিজে নগলে মোৰ নিজৰ ভাগটো হেৰুৱাম। হেৰ গুলেজা যি যি আনিছে সকলো আন। আনোতেই আকৌ তই নিজে মুখত নভৰাবি। তই জানো কম থকুলি। মই আহি নৌ পাওতেই তই পালিহিয়েই।"

ফয়জত আহি গোঁহাইৰ মুখামুখি হৈ বহিল আৰু সুধিলে—"আমাৰ সকলো বাইজ ভালে আছে নহয়? আঢ়ৈ মাহ তিনি মাহনো কিমান সময়? তেওঁ বুলি বহুত দিন হৈছে যেন লাগিছে বুইছানে? আৰু সঁচা কথা নকৈ কি? হজ

কৰিবলৈ মক্কালৈ গলো হয় পিছে ভেলটোহে তাত থাকিল, মনটো পিছে ইয়াতে থাকি গ'ল। সদায় মনত পৰি থাকে। আৰু মদিনা চৰিফৰ পৰা যেতিয়া ঘূৰি আহিলোঁগৈ তেতিয়া আৰু কেতিয়া ঘৰ পাওঁহি, কেতিয়া ঘৰ পাওঁহি মনটো কিবা ইচাট-বিচাট লাগিব ধৰিলে। বোম্বাইত জাহাজৰ পৰা নামিহে মনটো থিৰ হৈছে, বুজিছানে ?"

গোঁহাই মাষ্টৰে ক'লে, "লাগিবই। কয় নহয় বোলে, আইৰ সমান হ'ব কোন নৈৰ সমান ব'ব কোন ? হাজাৰো হওঁক যলৈকে যাওঁ লাগিলে, ওপজা ঠাইখনক কোনোবাই পাহৰিব পাৰেনে ? হজ কৰিবলৈকে যোৱা, তীৰ্থ কৰিবলৈকে যোৱা, আমি ঘূৰি আহো কলৈ ? নিজৰ গাঁওখনলৈ, নিজৰ ঘৰখনলৈ, পিছে হওঁক, তুমি ধনো আৰ্জিলা, পুণ্যও আৰ্জিলা, আমাৰ ধনো নহ'ল, পুণ্যও নহ'ল। ধনৰ ভাগ নিবিচাৰো, পুণ্যৰ ভাগকে অকণ দিবা, পুণ্য বিলালেও বোলে পুণ্য হয়— সঁচা-মিছা নেজানো।"

"কেলেইনো নহয় ? মাটিত ৰোক এটা মাৰি ধানৰ গুটি এটা গুজিলা, তাতে ধান এজোপা হ'ল। তাতে জানো এঠোক ধান নেলাগে। এগুণ ভাল কাম কৰিলে শ-গুণ ভাল ফল পায়। এটা কঠিয়া সিঁচিলে এচিৰা ধান হয়। এইবোৰ তুমি আমি চকুৰে দেখা কথা। পিছে তোমাৰ আগত লুকুৱাবলৈ নাই। মক্কা-মদিনাত হজ কৰি আহিলোঁগৈ হয়, পিছে কি নেকি আৰ্জিলো, কি পুণ্য কৰিলো আল্লাইহে জানে ?"

"তোমালোক মুছলমান বিলাকে পুনৰ জন্ম নেমানা। পিছে হজ কৰা, তীৰ্থ কৰাও পুনৰ জন্মৰ নিচিনাই কথা। হজ কৰি অহাৰ পিছত তোমাৰ নিজকে এটা বেলেগ মানুহ যেন লগা নাইনে ?"

গুলেজাই আহি গোঁহাই মাষ্টৰক চাহ খাবলৈ ভিতৰলৈ মাতিলে।

"হেৰ, ইয়াতে নিদিয় কেলেই ? হাজী চাহাবৰ ঘৰৰ ভিতৰলৈ যে মাতিছ, মোকো হাজী বুলি ভাবিছনেকি ? আলহীক চাহ-ভাত খুৱাই তয়ো হ'বলা পুণ্যৰ ভাগ লবলৈ ইয়াত সোমাই আছিহি। কম ছোৱালী নহয় দেই। কামালক দেখিছিলো নহয়। মোক দূৰত দেখিয়েই চিটিকি পলাল হ'বলা। নে তাক ভিতৰত, ঘৰৰ চুকত লুকুৱাই ৰাখিছ ?"

কামাল ভিতৰৰ পৰা ওলাই আহিল।

"মই ভিতৰত আছিলো চাৰ—"

"খৰি ফালিছিলিনে বাটি-কাহি মাজিছিলি ? নে গুলেজাক বহুৱাই থৈ তই মোলৈ চাহ-জলপান উলিয়াইছিলি ? পিছে তহঁত যাবি কেতিয়াকৈ ?"

"কলৈ চাৰ ?"

"কলৈ আৰু ? কোৱা শুনিলো বোলে তহঁতে পাচ্‌প'ৰ্ট পালি ?"

"হয় চাৰ, মই আৰু ফৰিদে পাচ্‌প'ৰ্ট দুখন উলিয়াইছো। আমি অহা মাহত যাম বুলি ঠিক কৰিছো। কাদিৰ আৰু কুদ্‌ৰতেও পাইছে।"

"পিছে যাবি কলৈ ? কোনখন দেশলৈ ? আৰব সাগৰৰ সিপাৰেতো দেশ এখন নহয়। ভূগোল পাহৰিলিনেকি ?"

"প্ৰথমে চৌদী আৰবলৈকে যাম। তাৰপৰা তাত যদি ভাল সুবিধা নেপাওঁ, আমি কুৱেইট, আবুধাবী, লিবীয়া, বা য'তে ভাল কাম পাওঁ তালৈকে যাম।"

"ওঁ সেইফালে যদি তহঁতে ভাল কাম পালি, বহুত ধন পালি, তাৰ পিছত কি কৰিবি তহঁতে ? তাতে থাকি যাবি, নে, কেতিয়াবা এইফালে আহিবি।"

"তাতনো সদায় কেলেই থাকিম চাৰ ? কাম কাজৰ কিবা সুবিধা কৰিব পাৰিলে দুবছৰমান থাকিম, নহলে ঘূৰি আহিম। খবৰ লৈ গম পাইছো বোলে আমাৰ দেশৰ মানুহ সেইফালে বহুত আছে। কিছুমান ডাঙৰ ডাঙৰ ঠিকাদাৰো আছে। আমাৰ দেশৰ মানুহ নিয়ে আছে, গৈয়ে আছে। কিছুমান ঘূৰি আহিছে। টকাও আনিছে", কামালে ক'লে।

"মই পিছে কওঁ শুন। আৰবলৈ যাবি যেতিয়া হজটোও কৰি আহিবি। ধন পৃথিৱীৰ য'তে ত'তে ঘটিব পাৰিবি। পিছে হজ আৰু য'তে ত'তে কৰিব পাৰিবিনে ? মক্কা এখনেইহে। কোৱা শুনিছো বোলে ইন্দোনেছিয়া, মালয়েছিয়াৰ ফালে বিয়া নকৰোৱা ডেকা ল'ৰা বোৰে আগে হজ কৰি আহেগৈ, তাৰ পিছত হে বিয়া-বাৰু কৰায়। হেৰ' গুলেজা, হাজীৰ লগত বিয়া হ'বলৈ ভয় কৰিবিনেকি ? ই পিছে বৰ একোচা দীঘল দাঢ়ি ৰাখিব, নেৰাখিবি জানো ?"

কামালে ক'লে, "চাৰ আৰবলৈ যাবলৈ ওলাইছো যেতিয়া পাৰো যদি হজ কৰি আহিম বুলি ভাবিয়ে ওলাইছো। কি কৰিবগৈ পাৰো কেনেকৈ জানিম ?"

"হেৰ, আৰব হওক, কুৱেইট হওক, ধন এনেয়ে ক'তো পৰি থকা নাই। ইয়াত যেনেকৈ তহঁতে 'আগৰ' 'আতৰ' উলিয়াবৰ কাৰণে ম'হ-দাহঁৰ কামোৰ খাই হাবিত সাঁচি গছ বিচাৰি ফুৰিব লাগে তেনেকৈ তাতো ধন ঘটিবলৈ খাটনি খাটিব লাগিব। আমাৰ ইয়াত যেনিবা কাগজৰ ধন, তাত সোণৰ ধন, ডিনাৰ, ৰিয়াল, পিছে ধন ধনেই। হাত মেলিলেই গছৰ পকা আম সৰি নপৰে। হাকুটি লগাব লাগে, ফমুটিয়াব লাগে। আৰবৰ ফালে বোলে মৰুভূমি যিমান, মৰীচিকা তাতোকৈ বেছি। আগবাঢ়ি গৈ থাকিলে মৰীচিকাও বোলে আঁতৰি গৈ থাকে। পিছে মক্কাখন বোলে ইব্ৰাহীম পয়গম্বৰৰ দিনৰ পৰা আগে য'তে আছিল, আজিও তাতেই আছে। আমাৰ গঙ্গা নৈখনো জানো সেই তাহানিৰে পৰা বৈয়ে থকা নাই ? কত নগৰ চহৰ হ'ল, কত, কত ৰজা-মহাৰজা হ'ল, পিছে আছেগৈ কোন ? গঙ্গা নৈৰ সোঁতটোহে আছে। গোটেই পৃথিৱীখনৰ মুছলমান মানুহবোৰ হজ কৰিবলৈ মক্কালৈ যায়। শ শ বছৰ গৈয়ে আছে, মক্কাখন য'ত আছিল তাতেই আছে বুলিহে। মৰীচিকা নহয় বুলিহে। ঘৰ-বাৰী এৰি ধন ঘটিবলৈ যাবলৈ ওলাইছ, যাহঁক। মই বেয়া নোবোলো। পিছে পাৰিলে আইৰো বাৰ্তা, গঙ্গাৰো যাত্ৰা কৰি আহিবি। ময়ে দেখা নাইনে ? আহিলো হাজী চাহেবৰ খবৰ কৰি যাওঁ বুলি, আহি পালোঁহি গুলেজাই

দিয়া জলপান-চাহ। আইকণৰ গা ভাল নাই বুলি শুনিছিলো। পিছে এতিয়া দেখিছো গোটেই তজবজীয়াজনী।"

আইকণ ওচৰ চাপি আহিল আৰু ক'লে, "গাটো অলপ ভাল পাইছো। সেই বুলি একেবোলিয়ে ভাল পোৱা নাই। লগত যোৱা বেমাৰ, ক'ত ভাল হ'ব? পিছে সকলো আছে, কথা এটা কওঁ। যিটো বেমাৰে লগ ধৰিছে, কোনদিনা মৰো ক'ব নোৱাৰো। মোৰ কাৰণে চিন্তা নাই। গুলেজাজনীৰ কাৰণেহে চিন্তা। মই নোহোৱা হলেনো তাই কাৰ লগত থাকিব?"

"তুমি নৌ-মৰোতেই সেইবোৰ কথা চিন্তা নকৰিলেও চলিব। মৰাৰ পিছত চিন্তা কৰি থাকিবা। কামালহঁতক গুলেজাৰ কথা কৈ একো লাভ নাই। সিও ফয়জত মোল্লাৰ নিচিনাকৈ হজ কৰিবলৈ যাবলৈ ওলাল। ইব্ৰাহীম মাষ্টৰ আকৌ মিটিং, আন্দোলন কৰি ফুৰাতে ব্যস্ত। আৰুনো থাকিল, কোন? গোঁহাই মাষ্টৰ? নহলে জয়নাথ ড্ৰাইভাৰ। গুলেজাই আকৌ বোলে কলেজত পঢ়িবলৈ ওলাইছে। হেৰা আইকণ, তোমাক কথা এটা কওঁ শুনা—তুমি এটা কাম কৰা। তোমাৰ মৰাটো এতিয়া নকৰিবা। কেইবছৰমান পিছত মৰিবা। ময়ো আৰু কেইবছৰমান নমৰাকৈ থাকো বুলি ভাবিছো আৰু হাজী চাহেবেতো সোনকালে সিপাৰলৈ নেযাও বুলি এটা বন্দোবস্ত কৰিয়ে আহিছে। আমি বুঢ়াকেটা আটাইকেটা থাকো। ইহঁত ডেকাগাভৰু হতে কি কৰে, কি নকৰে আলেখলেখ চাই থাকো। উঃ হেৰ', ইমান-বোৰ জলপান দিব পাৰনে গুলেজা? ক'ব নোৱাৰনে, মানুহ নেখাই নমৰে, খাইহে মৰে। খকুৱা বুঢ়া বুলি আৰু এদোণ ধানৰ সান্দহ চিৰা আৰু এই দেৰ গঞা কলহেৰে একলহ দৈ আৰু ঢেকীয়ালীয়া কলহেৰে একলহ গুৰেৰে জলপান দিব পাৰনে? ময়ো সোৱাদ পাই খাই থাকোতে ক'বই নোৱাৰো পেটলৈ কিমান সোমাল। নে, কাঁহী বাটি বোৰ নে। হাজী চাহেবে অনা আৰবৰ খাজুৰ কেটা বৰ সোৱাদ দেই। তহঁতে অকলে খাই শেষ নকৰিবি, গুলেজা অইনলৈও দুটামান থবি। হেৰা ফয়জত, যাঁও আৰু। অ' কামাল, তহঁত গৈ তাৰপৰা চিঠিপত্ৰ দি থাকিবলৈ নেপাহৰিবি। আমালৈ মনিঅৰ্ডাৰ পঠিয়াব নেলাগে। চিঠিকে দিবি। গুলেজালৈ পিছে মাজে মাজে যি পাৰ টকা পঠিয়াবি। তাই কলেজত পঢ়িবলৈ ওলাইছে নহয়।"

গুলেজাই ক'লে, "চাৰ, মোলৈ কোনোৱে টকা-পইচা পঠিয়াব নেলাগে! মই ইব্ৰাহীম চাৰৰ কিতাপৰ দোকানত কাম কৰি পঢ়াৰ খৰছ উলিয়াম।"

"মাজে মাজে গুলেজাই মোলৈও টকা পঠিয়াম বুলি কৈছে" কামালে ক'লে।

গুলেজাই খোপাকৈ কামালৈ চালে।

গোঁহাই মাষ্টৰে সুধিলে, "তোৰ কোনটো ঠিকনাত গুলেজাই মনি অৰ্ডাৰ পঠিয়াব?"

কামালে ক'লে, "মোৰ ঠিকনা মই তাৰপৰা পঠিয়ামগৈ। গুলেজাৰ কোনটো ঠিকনাত মই চিঠিপত্ৰ দিব লাগিব, সেইটোহে মোক এতিয়াও জনোৱা নাই।"

এনেতে ফয়জত মোল্লাই আনি আৰবৰ পৰা অনা জাপানী টু-ইন-ওৱান ৰেডিঅ'-টো গোঁহাইৰ আগত থলেহি।

"এইটো আকৌ কি উলিয়ালা ?" গোঁহায়ে সুধিলে।

"মক্কাৰ পৰা আনিছো, টু-ইন-ওৱান ৰেডিঅ' আৰু কেচেট্ প্লেয়াৰ।"

"টু-ইন-ৱান ? কামাল তই পাৰিলে এটা ওৱান-ইন-টু আনিবি অ'। সেই যে ৰেলত এটা টিকেট লৈ এহাল ডেকা-গাভৰু গৈছিল জান নহয় ? টিকেট চেকাৰে হেনো চেক কৰি সুধিলে 'এটা টিকেটেৰে দুজনে কেনেকৈ ট্ৰেভেল কৰিছা ?'

ডেকাজনে হেনো ক'লে, 'আমি দুজন একপ্ৰাণ, এক টিকেট'—

"চাৰে আৰু কি যে কয়—" গুলেজাই ক'লে।

"ফয়জত মোল্লাই হজ কৰিবলৈ গৈ টু-ইন্-ৱান এটা লৈ আহিল। এতিয়া কামালে হজ কৰিবলৈ যাবলৈ ওলাইছে। সি ওৱান ইন টু এটা আনক। তেনেকুৱা পায়নেহে ? বেলেগ বেলেগ দুটা বজালে যে একেটা মাত ওলায় ?"

ফয়জতে ক'লে, "জানো, আছিল যদিও মই বিচাৰিবলৈ নহ'ল। থাকিব পায়।"

গোঁহায়ে ক'লে, "কামালক তেনেকুৱা ওৱান-ইন-টু এটা বিচাৰি আনিবলৈ কৈছো। অসমত এটা—আৰবত এটা থাকিব—মাত দুটাৰ মিল আছে—একেলগে মাত দুটা ওলালেই হয়।—পিছে ভালেমান পৰ হ'ল, উঠো আৰু, তোমালোক থাকা-হ'ক। আৰু গাঁওখনৰ কোন কলৈ যায়, কৈ যাবিহ'ক। মই ঘৰে ঘৰেগৈ খবৰ কৰি ফুৰিবগৈ নোৱাৰো। কামাল তো আৰবলৈ যাবি। তাত তোৰ খবৰ কৰিবলৈ যাব নোৱাৰিম দেই। তইয়ে চিঠিপত্ৰাদি খবৰ দি থাকিবি। মোৰ নাম ঠিকানা নেজান যদি গুলেজাৰ নামতে চিঠি দিবি। গুলেজাই বা মন্ত্ৰটো তোৰ কাণত গাই শুনাইছেনে নাই—সেই যে চকুৰ আঁতৰ হলে মনৰ আঁতৰ হয়—এই ফকৰা ফাকি বোলে ডেকা-গাভৰুৰ সদায় মুখস্থই থাকে।"

কামালে ক'লে, "চাৰ, আমি চিঠিপত্ৰ দি থাকিম। আৰু থাকি আৰু কাম কৰি ভাল নেলাগিলে ঘূৰি আহিম।"

"সকলোকে এৰি থৈ অকলে যাবলৈ ওলাইছ—তাত থাকি ভাল নেলাগিবও পাৰে। সেই বুলি গৈয়ে ঘূৰি নাহিবিগৈ। কাৰোবাৰ চকুৰ আঁতৰহে হবি, মনৰ আঁতৰ নহব নহয়—"

গোঁহাই মাষ্টৰে বিদায় ললে। ফয়জতো লগতে ওলাই গ'ল আগবঢ়াবৰ কাৰণে। অলপ অকলশৰীয়াকৈ পাই গুলেজাই কামালক ক'লে, "গোঁহাই চাৰে, কাক, কেতিয়া কি কয় একো ঠিক নাই। যাবলৈ ওলাইছা যোৱা, ভাল নেলাগিলে ঘূৰি আহিবা। আজিকালি কিহৰনো দেশ-বিদেশ আছে ? প্লেনেৰে গলে বোলে চাৰি নে পাঁচ ঘণ্টাতে জিদা নে মক্কা পায়গৈ। দুনীয়াত কাৰো কাৰণে কোনো বৈ নেথাকে।"

"তাৰ মানে তই কাৰো কাৰণে বৈ নেথাক ?"

"তাৰ মানে, তুমি বোজা, কাৰো কাৰণে বৈ থাকিব নেলাগে। চকুৰ আঁতৰ-মনৰ আঁতৰ সেইবোৰ গোঁহাই চাৰৰহে কথা। মই সেইবোৰ বুজি নেপাও।"

"মনৰ আঁতৰ হলে চকুৰ আগতে থাকিলেনো কি লাভ?" কামালে ক'লে।

"এতিয়া তোমাৰ চকুৰ আগতে আছো যদিও মোকতো তুমি দেখা নাই, তুমি আৰৰখন দেখি আছা—" কৈ গন্‌লেজা ভিতৰলৈ সোমাই গ'ল।

ফয়জত পদ্‌লি মুৰৰ পৰা ঘূৰি আহিল। সন্মুখত কামালক পাই ক'লে, "মোৰ গা-মন পাতল-পাতল লাগিছে জানিছ। অতদিনে এপইচা, দুপইচাকৈ সাঁচি সাঁচি পইচা কেটা গোটাই এটা ভাল কামত খৰছ কৰি থৈ আহিলো। তহঁতৰ আগত নুলুকুৱাও—এতিয়া ঘৰখনত পইচা পাই নাই। পিছে মই চিন্তা কৰা নাই। আল্লাই চলাব যেনেতেনে। ধন ঘটাত আনন্দ আছে সকলোৱে জানে, কিন্তু ধন খৰছ কৰাত যে তাতকৈ বেছি আনন্দ আছে, এবাৰ হজ কৰাৰ নিচিনা ভাল কামত খৰচ কৰিলেহে বুজিব পাৰিবি। তহঁত গৈ চিঠিপত্ৰ দি থাকিবি গৈ। একো চিন্তা নকৰিবি, অকল ধন ঘটাত লাগি থাকি আল্লা ৰছুলৰ কথা পাহৰি নেযাবি।"

কৈ কৈ ফয়জতে ভিতৰলৈ গ'লগৈ। কামালে অলপ সময় তেওঁৰ ফালে চাই থাকি পদ্‌লি মুৰৰ ফালে ওলাই গ'ল।

---

## এক

মোগল লাইনৰ জাহাঙ্গীৰ নামৰ পুৰণি জাহাজখন কেইবাগও যাত্ৰী লৈ বোম্বাইৰ পৰা গৈ আৰবৰ উপকূল স্পষ্ট কৰিলে। বহু আগৰে পৰা জাহাজৰ যাত্ৰীসকলৰ চকু থিৰ হৈছিল দূৰৰ পৰা দেখা পোৱা আৰব দেশৰ দৃশ্যমান ভূমি খণ্ডৰ ওপৰত। কেইবাদিন জোৰা সমুদ্ৰ যাত্ৰাৰ অন্ত পৰিব, জাহাজে আৰব ভূমিৰ উপকূলত থকা পোতাশ্ৰয়ত লঙ্গৰ পেলাই আশ্ৰয় লব। তাৰ পিছত শেষ নোহোৱা জলৰাশিৰ আমনি লগা নীলাবোৰৰ অন্ত পৰিব আৰু সকলোৰে চকুত পৰিব এখন বেলেগ দেশৰ সুকীয়া মাটিৰ ছবি।

কামাল আৰু কাদিৰহঁতৰ চকুত বহু আগৰে পৰা সেই একেফালেই নিবন্ধ। আৰু কিছুপৰৰ মূৰত সিহঁতো জাহাজৰ পৰা নামিব আৰু আৰবৰ মাটিত ভৰি দিব। বিদেশ যদিও আৰব সিহঁতৰ কাৰণে বিদেশ নহয়। শৈশৱৰ পৰা শুনি আহিছে সিহঁতে আৰবৰ নাম, মক্কাৰ নাম, মদিনাৰ নাম, হেৰা পৰ্বতৰ নাম, জম্‌জমৰ শেষ নোহোৱা পানীৰ কুৱাৰ নাম। সিহঁতৰ মনৰ মাজত আঁকা হৈ আছে আৰব দেশৰ মানচিত্ৰ, দীঘল দীঘল উটৰ শাৰীৰ কাৰাভান, ওথ, ওথ, খেজুৰ গছ, নিজৰ দেশত দেখা নোপোৱা কুঁজ-ওলোৱা, দীঘল-ডিঙীয়া দেখিবলৈ অগঢ়ী উটবোৰ, আৰু নোমাল ছাগলীবোৰ আৰু দুম্বাবোৰৰ ৰহস্যময় ছবি। আটায়েক, বুঢ়ীমাক, বাপেক-মাকৰ মুখত শুনা পুৰণি সাধু কথাবোৰ, তাৰ পিছত স্কুলীয়া পাঠ্যপুথিত হজৰত মোহম্মদৰ বিষয়ে পঢ়া পাঠত থকা কথাবোৰ, তাৰ পিছত হজকৰি ঘূৰি অহা হাজী সকলৰ মুখৰ পৰা শুনা নানা ধৰণৰ বৃত্তান্তবোৰ— সকলো এতিয়া জীয়া বাস্তৱ হৈ সিহঁতৰ চকুৰ আগত উজ্বলি উঠিব।

কামালে এটা বুজিব নোৱাৰা, বুজাব নোৱাৰা উত্তেজনা অনুভৱ কৰিলে, সপোন দিথকত পৰিণত হোৱাৰ এটা কোনো কাহানিও অনুভৱ নকৰা চিত্ত-চাঞ্চল্য অনুভৱ কৰিলে। এই মুহূৰ্তত তাৰ মনত লাগিল সি যেন এজেণ্টে ব্যৱস্থা কৰি অনা বনুৱা হিচাবে আৰবলৈ অহা নাই। সি আহিছে মক্কাত হজ কৰিবলৈ। তাৰ লগত অহা জাহাজৰ সকলো মানুহ যেন হজযাত্ৰী। ক'ৰ ক'ৰ যে মানুহ আহিছে জাহাজ খনত—পাঞ্জাব, দিল্লী, বিহাৰ, হায়দৰাবাদ, কেৰেলা, মহাৰাষ্ট্ৰ, পশ্চিমবঙ্গ সকলো ৰাজ্যৰ নানা মানুহ। জাহাজৰ ভিতৰতো একে ৰাজ্যৰ, একে ভাষাভাষী মানুহৰ সুকীয়া সুকীয়া জুম, সুকীয়া-সুকীয়া দল, নিজৰ নিজৰ সমস্যাৰ কথা। প্ৰায় সকলো মানুহ দেখাত নিৰক্ষৰ বা অল্প-শিক্ষিত যেন লাগে। সকলোৱে সাজপাৰ

নিৰ্বিশেষ লুঙী-কুৰ্তা, পায়জামা-কুৰ্তা, কামিজ-ধুতী, কোনোৱে ট্ৰাউজাৰ হাৰাই চাৰ্টো পিন্ধিছে। সৰহ ভাগৰে মুখত দাড়ি-গোফ, কামালহঁতৰ নিচিনা কিছু-মানৰহে দাড়ি নাই, খুৰোৱা। ইজনে সিজনক দেখিলেই আচ্ছালামু আলাইকুম দিয়াৰ পৰা বুজিব পাৰি যে প্ৰায়বোৰ মানুহেই মুছলমান। তাৰমানে ভাৰতৰ পৰা আৰবলৈ আহিছে এক জাহাজ মুছলমান। কিন্তু এইবোৰ হজযাত্ৰী নহয়। সকলো জীৱিকাৰ অন্বেষণকাৰী গৰীব বনুৱা। যি কাৰণত কামাল কাদিৰহঁত নানা খৰচ পাতি কৰি, ঘৰবাৰী এৰি, আশা নিৰাশা বুকুত বান্ধি অচিন অজান দেশৰ যাত্ৰী হৈছে, সংস্থানৰ কাৰণে অৰ্থ কড়ি উপাৰ্জনৰ কাৰণে, নিজৰ ভবিষ্যত গঢ়িবৰ কাৰণে, সেই একে ধৰণৰ আশা-কল্পনাকে বুকুত বান্ধি এই মানুহবোৰো আহিছে, ঘৰবাৰী আপোন পৰিয়াল এৰি শ্ৰম বেচি জীৱিকা আৰ্জন কৰিম বুলি। হয়তো সিহঁতৰ সৰহভাগকে আনিছে কোনোবা ধনী ঠিকাদাৰে—আৰব, কুৱেইট, ক'ৰবাত কিবা ঘৰ, আলিবাট, কল-কাৰখানা সাজিবৰ কাৰণে, ঠিক যিদৰে আনিছে কামাল আৰু কাদিৰহঁতক। সিহঁতৰ ভবিষ্যতটো যেন সাগৰৰ ঢৌৰ ওপৰেদি টলংভটংকৈ ওপঙি আহি থকা এখন জাহাজ এক উপকূল এৰি অন্য এক উপকূললৈ আহি আছে।

এই জাহাজখন আহি মাটি ছোৱাৰ লগে লগে, সিহঁত জাহাজৰ পৰা নমাৰ লগে লগে যেন সিহঁতৰ এক নতুন জীৱন আৰম্ভ হৈ যাব।

আৰবৰ মাটি—তাতেই যেন আছে এই এক জাহাজ শ্ৰমজীৱী মানুহৰ কাৰণে জীৱনৰ নিশ্চিত আশ্ৰয়।

কামালৰ হাতত আছিল কোনোবা হাজীৰ পৰা খুজি অনা আৰবৰ এখন মেপ-ধুনীয়া ভাঠ কাগজত ছপোৱা এখন মানচিত্ৰ। এতিয়ালৈকে সেই মানচিত্ৰখন সি কেইবাবাৰো উলিয়াই চাইছে। কাদিৰকো দেখুৱাইছে। মানচিত্ৰখন চাই চাই আৰব দেশখনৰ বিষয়ে এটা ধাৰণা কৰিবৰ চেষ্টা কৰিছে ঃ

ঃ এইটো যেন উত্তৰা দক্ষিণাকৈ থকা এটা বেঁকা-বেঁকি বৰ্গক্ষেত্ৰ—তিনিফালে পানীৰ আগুৰা আৰব পেনিনচুলা—আৰব উপদ্বীপ। উত্তৰফালে পেলেস্টাইন আৰু চিৰিয়াৰ মৰুভূমি। পূবে ট্ৰাইগ্ৰীচ আৰু ইউফ্ৰেটিছ নদী। আৰু তাৰ পিছত পাৰস্য উপসাগৰ। দক্ষিণে ভাৰত মহাসাগৰ আৰু, আদন, বা এডেন উপসাগৰ আৰু পশ্চিমে লোহিত সাগৰ। উত্তৰা-দক্ষিণাকৈ প্ৰায় এহেজাৰ কিলোমিটাৰ, আৰু পূবা-পশ্চিমাকৈও প্ৰায় সমানেই। এক বিৰাট ভূখণ্ড, কিন্তু শুকান, অনুৰ্বৰ খেতিৰ কাৰণে তেনেই অনুপযোগী। ইয়াৰ ভিতৰত কতো এখন নদীও নাই। বৰষুণো ইমান কম হয় যে বৰষুণৰ পানীৰে কোনো খেতি কৰাটো সম্ভৱ নহয়। দক্ষিণফালে থকা য়েমেন অঞ্চলত বৰষুণ হয়। এই খণ্ড অলপ সাৰুৱাও। তাৰ বাহিৰে গোটেইখন তৃণতৰুহীন শুকান মৰুভূমি। এইয়া মানচিত্ৰৰ লগত থকা পুস্তিকাৰ বিবৰণ। পৃথিৱীৰ ভিতৰতে আটাইতকৈ বেছি বৰষুণ হোৱা উত্তৰ পূব ভাৰতৰ পৰা, নৈ-উপনৈ জান-জুৰীৰে উপচি থকা, সেউজীয়া গছ-গছনীয়ে বাৰেও-

টিকাল ঢাকি ৰখা অসমৰ পৰা যোৱা কামালহঁতৰ মনত অস্পষ্টভাৱে হলেও আৰবৰ মৰুভূমিৰ, ধাৰণা কৰিবও নোৱাৰা শুকোন বতাহ জাকে যেন ভিতি বুকু শুকুৱাই নিয়া যেন কৰিলে। যিখন দেশত বছৰৰ বাৰটা মাহত বাৰটা জেঠৰ সূৰ্যই অগ্নি-বৰ্ষণ কৰি থাকে, য'ত গা দেই পুৰি গলেও, গা ধুবলৈ সতকাই পানী এবাল্টিও পাবলৈ নাই। কামালক কোনোবাই কৈছিল বোলে পেট্ৰল ওলোৱাৰ পিছত পেট্ৰ'-ডলাৰৰ ভাবিব নোৱাৰা প্ৰাচুৰ্য্যৰ ফলত নতুন নতুন বিলাসীতাৰ উদ্ভাৱন হোৱাৰ পিছত এতিয়া আৰবৰ বহুত ধনী ছেখে আৰবৰ নিজা থলুৱা পানী খাবলৈ এৰিছে। আজিকালি চুইজাৰলেণ্ড, অষ্ট্ৰিয়া, ফ্ৰান্স আৰু তেনেকুৱা ইউৰোপৰ কিছুমান দেশৰ পৰা বটলত ভৰোৱা পানী ( battled water ) এৰ'প্লেনেৰে অনাই খায়। আৰবত যদি একলিটাৰ পেট্ৰলৰ দাম এটকা, এবটলত উৰা জাহাজেৰে অনোৱা খনিৰ পানীৰ দাম দুটকা। কিন্তু এনে পানীহে আজিকালি তাত চলিছে। সকলো কৃতিত্ব পেট্ৰল আৰু পেট্ৰ'ডলাৰৰ।

কাদিৰহঁতৰ মনে মনে চিন্তা হৈছিল। আমি আমাৰ মেহনত বেঁচি যি টকা পাম, তাৰে কেই বটল মিনাৰেল ৱাটাৰ খাবলৈ জুৰিব? আমি জানো শুকান মৰুভূমিত সৰহ দিন ভালে থাকিব পাৰিম। মৰুভূমিৰ বুকুতেই মৰীচিকাৰ জন্ম নহয় জানো? আমি মৰুভূমিলৈ আহি মৰীচিকাৰ পিছে পিছেহে লৰি মৰিব লাগিব নেকি?

যি হয় হ'ব। এইয়া পয়গমবৰ হজৰত মোহম্মদৰ পবিত্ৰ জন্মভূমি। ইয়াৰ প্ৰতিটো বালি কণা একোটুকুৰা হীৰাৰ সমান দামী। পবিত্ৰ, যি বালিৰ ওপৰেদি এদিন ৰছুলোল্লাই, হজৰতে খোজকাঢ়ি গৈছিল, সেই বালিৰ ওপৰেদিয়েই আমিও—আমাৰ নিচিনা সাধাৰণ মানুহেও খোজ কাঢ়ি যাম। জীৱনত ইয়াতকৈ ডাঙৰ সৌভাগ্য আৰু কি হ'ব পাৰে? আৰু আৰবৰ মক্কা-মদিনাত হজ কৰাতকৈ, আৰবৰ বালি-ধূলিৰ ওপৰত লেপেটা কাঢ়ি বহি, ইয়াৰ বতাহৰ উশাহ নিশাহ লৈ, ইয়াত কিবা এটা কৰিবলৈ পোৱাটোও কম সৌভাগ্য আৰু আনন্দৰ কথা নহয়।

আৰবৰ মাটিত ভৰি দি কামাল আৰু কাদিৰে যেন মুহূৰ্ত'তে, ইয়াকে কৰিবৰ কাৰণে কৰা শ্ৰম চেষ্টাৰ কথা, ৰেল ভাড়া, জাহাজ ভাড়াৰ যোগাৰ কৰিবৰ কাৰণে কৰিব লগীয়া কষ্টৰ কথা, আৰু ৰেলে জাহাজে ভ্ৰমণ কৰাৰ কায়িক কষ্টৰ কথা সকলো তেনেই পাহৰি গ'ল। এটা অনাস্বাদিত-পূৰ্ব আনন্দ আৰু উল্লাসেৰে সিহঁতৰ ডেকা মনবোৰ ভৰি উঠিল।

আমি আহি পাই গলোহি!

আমি আহিলো!

আমি আমাৰ সপোনৰ দেশ আৰব পালোহি!

আমি মক্কা-মদিনা পালোহি!

আমি আল্লা ঘৰ বয়তোল্লাহ্ পালোঁহি।

আমি সোণৰ দেশ, হীৰা-মাণিকৰ দেশ, পেট্ৰোল আৰু পেট্ৰ'ডলাৰৰ দেশ পাই পলোঁহি।

আমি আমাৰ হেঁপাহৰ, মৰমৰ, আশাৰ মনোৰম বম্যভূমি পাই গলোঁহি।

সিহঁতৰ মনবোৰ উৎকণ্ঠা, চঞ্চলতা আৰু এক অধীৰ আবেগেৰে ভৰি পৰিল।

অন্য কিছুমান মানুহৰ লগতে কামাল আৰু কাদিৰক আনি এটা হোটেল পোৱালেহি। সাধাৰণ হোটেল, কোনো বিশেষত্ব নাই। ভাৰততো, অসমতো এনেকুৱা হোটেল আছে। হোটেলৰ মানুহবোৰ দেখি, খোৱা-বোৱা দেখি, এইখন এখন আৰবৰ হোটেল যেন নেলাগিল। এইবোৰ দেখোন উৰ্দু, হিন্দী, বঙালী, মাৰাঠী কথা কোৱা ভাৰতীয় মানুহ। এইয়া ভাত, ডাইল, ভাজি, জলকীয়া, নিমখ জাহাজত খাই অহা আহাৰেৰে একে। মানুহবোৰকো চিনাকি চিনাকি যেন লাগিল, যদিও ব্যক্তিগতভাবে কাকো সিহঁতে চিনি নেপায়।

আমি ভাৰতৰ পৰা আহিলো। ভাৰতখন আমাৰ লগতে লৈ আহিলো নেকি? নে আমাৰ লগে লগে কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীট, বোম্বাইৰ নাগদেৱী ষ্ট্ৰীট, ইয়ালৈ গুচি আহিলনেকি? এইখন লক্ষ্ণৌ নহয়নে? দিল্লীৰ চাঁদনীচৌক নহয়নে?

ভাগৰে সিহঁতক হেঁচামাৰি ধৰিছিল। পকা মজিয়াৰ ওপৰত নিজৰ নিজৰ বিছনা কৰিলৈ সিহঁতে দীঘল দিলে। সিহঁতৰ চকুৰ পতা জাপ খাই আহিল। সিহঁতৰ মনত এক অকথিত আনন্দ।

আমি পাই গলোঁহি!

আমি আৰব পাই গলোঁহি!

আমি মক্কা পাই গলোঁহি!

শোৱাৰ আগতে সকলোৱে মিলি সিহঁতে ইছাৰ নামাজো পঢ়ি ললে। সিহঁতৰ মাজৰে কোনোবা এজন ইমাম হৈ নামাজ পঢ়ালে। যিখন দেশত নামাজৰ উদ্ভাৱন হৈছিল সেইখন দেশলৈ আহি দুই ৰাকাত নামাজ নপঢ়িলে হয়নে? যদিও অসমত থাকোতে, ঘৰত থাকোতে কামালহঁতে জুম্মা নামাজহে পঢ়িছিল। অন্য নামাজ কাচিৎ কেতিয়াবাহে পঢ়িছিল। কিন্তু আল্লাৰ ঘৰলৈ আহি আল্লাৰ ওচৰত দুয়োহাত তুলি এটা মুনাজাত নকৰিলে, প্ৰাৰ্থনা নকৰিলে হ'ব কেনেকৈ? আজি যেন সিহঁতে নামাজৰ এক সুকীয়া, নতুন সোৱাদ পালে।

## দুই

কামাল আৰু কাদিৰে ভালেমান দিনৰ মূৰতহে জানিব পাৰিলে যে যিটো মানুহে কাম দিম বুলি সিহঁতক আৰবলৈ আনিলে, সি কোনো কামৰ ঠিকাদাৰ নহয়, সি এটা অন্য ঠিকাদাৰৰ তলত বা ঘৰত কাম কৰিবলৈ ভাৰতৰ পৰা লৈ'বাৰ নিদিয়া এটা দালালহে। এনেকৈ লৈ'বাৰ বা শ্ৰমিক নি দি সি মানুহমূৰী কমিছন পায়। সিহঁতে আৰু জানিব পাৰিলে যে দিল্লী, বোম্বাই, কলিকতা আৰু পাঞ্জাবৰ কোনো কোনো ঠাইত কিছুমান অসৎ ব্যৱসায়ীয়ে মধ্য এচিয়াত কামৰ যোগাৰ কৰি দিম বুলি নানা ঠাইৰ নিবনুৱা মানুহৰ পৰা দৰ্খাস্ত আৰু তাৰ লগত ফিজ গোটাই লগতে পাচপ'ৰ্ট উলিয়াই জাহাজত চিট ৰিজাৰ্ভ কৰি দিম বুলি টকালৈ পিছত চম্পট দিয়ে। বিচাৰি গলেও সেই কোম্পানী বা সেই ব্যক্তিক বিচাৰি পোৱা নেযায়। মানুহবোৰে ঠগ খায়, টকা মৰা পৰে।

অৱশ্যে যি কোনো উপায়ে আৰব, কুৱেইট, লিবীয়া বা তেনে কোনো তেল ওলোৱা দেশ ওলাবগৈ পাৰিলে তাত কোনোৱেই নিবনুৱা হৈ থাকিব লগা নহয়। তাত শ্ৰমিকৰ বা কাম কৰিব পৰা মানুহৰ ডিমাণ্ড সদায় আছে। আৰু ভাৰতীয় আৰু বাংলাদেশী তথা পাকিস্তানী শ্ৰমিকৰ চাহিদা আৰু বেছি, যদিহে শ্ৰমিকজন কিছু কাৰিকৰী বিদ্যা জনা মানুহ হয়। মটৰ মেকানিক কিবা ইঞ্জিন অপাৰেটৰ মিস্ত্ৰী, ৱেল্ডাৰ, ইলেকট্ৰিচিয়ান, ফাৰ্মেচিস্ত বা হোটেলৰ ভাল ৰান্ধনি এইবোৰ মানুহ এনেই বহি থাকিব লগীয়া নহয়।

কামাল-কাদিৰহঁতৰ যদিও এনেকুৱা কোনো বিশেষ বিদ্যা বা অৰ্হতা নাই, তথাপি সিহঁতো বহি থাকিব লগা নহ'ল। দুয়োটাৰে কিছু পঢ়া শুনা আছিল। একেখন চহৰতে কামাল এজন ধনী ছেখৰ ঘৰবাৰী চোৱাচিতা কৰা মহৰী বা চুপাৰ-ভাইজাৰ সোমাল, আৰু কাদিৰ সোমাল এটা মটৰ গেৰেজৰ কামত। অৱশ্যে বৰ্তমান আৰবত ছেখ সকলৰ কাৰণে এখন মটৰ গাড়ী—লাগিলে নতুনেই হওঁক—বেয়া হলে সেইখনকে ভাল কৰাই লৈ ব্যৱহাৰ কৰাটো মৰ্যাদা-হানিকৰ কথা। তেনে গাড়ী শই শই বাটৰ কাষত পৰি থকাটো যাৰে তাৰে চকুত নপৰি নেথাকে। গাড়ী বেয়া হলে সেইখন পেলাই দি, অন্য এখন নতুন ডিজাইনৰ দামী নতুন গাড়ী লগে লগে কিনি লোৱাটোৱেই ৰীতি বা ফেছন। আৰবৰ যুৱৰাজ সকলৰ কাৰণে, ছেখ সকলৰ কাৰণে, অইল টাইকুন সকলৰ কাৰণে বেলেগ বেলেগ ৰঙৰ, বেলেগ বেলেগ কম্ফৰ্ট দিব পৰা গাড়ী, আমেৰিকা, জাপান, ইটালী, ফ্ৰান্স, জাৰ্মেনিত সজা হ'ব লাগিছে। ভাৰতৰ প্ৰধান মন্ত্ৰী শ্ৰীমতী গান্ধী চৌদি আৰব ভ্ৰমণৰ কাৰণে যাওঁতে

তেওঁৰ কাৰণে এখন আগে কোনেও ব্যৱহাৰ নকৰা নতুন মটৰ গাড়ীৰ ব্যৱস্থা কৰা হৈছিল। গাড়ীখনৰ দুৱাৰ হেণ্ডোলহে নেলাগে, ভিতৰত থকা এছেট্ৰেও আছিল সোণৰ। গাড়ীৰ ভিতৰৰ ৰেডিঅ', টি. ভি. আজিকালিৰ সাধাৰণ কথা!

আচহুৱা ঠাই যদিও, কামাল-কাদিৰহঁতৰ বৰ আচহুৱা যেন নেলাগিল। তাত ভাৰতীয়, বাংলাদেশী, পাকিস্তানী মানুহৰ মাজতেই সিহঁতে কাম কৰাৰ সুবিধা আৰু সুযোগ পাই ভাল পালে। কাৰো বুজিবলৈ টান নেলাগিল যে সকলো একে অৱস্থাৰ পৰা যোৱা মেহনতকাৰী মানুহ। যি সকল ভাৰতীয় ইঞ্জিনিয়াৰ, ডাক্তৰ আদি তাত কাম কৰিবলৈ গৈছে তেওঁলোকো টকা ঘটিবৰ কাৰণেই গৈছে। কুৱেইট অইল কোম্পানীত যদি এজন ভাৰতীয় ইঞ্জিনিয়াৰে মাহে ৪৫ হেজাৰ টকা দৰমহা পায়, কোন নগৈ থাকিব? নিজৰ দেশত এবছৰতো সিমান টকা এজন ইঞ্জিনিয়াৰে পাবলৈ আশা কৰিব নোৱাৰে।

কামাল আৰু কাদিৰেও আশা কৰাতকৈ বেছি হে আৰ্জন কৰাৰ সুবিধা পালে। কামালৰ মাহিলী আয় পাঁচ হেজাৰ টকাৰ কিছু বেছি। কাদিৰৰো তাতকৈ অলপহে কম। সিহঁতৰ ভাল লাগিছে। ঘৰভাড়া, খোৱা খৰছ, চিনেমাৰ খৰছ এই সকলোতে প্ৰায় তিনি হাজাৰমান যায় যদিও, মাহে দুহেজাৰ টকা মানকৈ বাচে, সেইয়াও বৰ কম নহয়। হাৱাপানী নিজৰ দেশৰ নিচিনা নহয় যদিও, তাতো সিহঁতৰ বেয়া লগা নাই, স্বাস্থ্যও ভালে আছে।

অৱশ্যে সিহঁতৰ ঘৰলৈ মনত নপৰা নহয়। ভাৰতলৈ, অসমলৈ, শালনী গাঁৱলৈ মনত নপৰিবৰ কাৰণ নাই। সকলোতো ইয়াতে থাকি গৈছে। তাত মাত্ৰ আছে সিহঁত মানুহ কেটা। ধন ঘটিবৰ কাৰণে কাম কৰা একোটা যন্ত্ৰ। ঘৰলৈ মনত নপৰি আৰু কিহলৈ মনত পৰিব? আৰু কেতিয়াবা কিছু সময়ৰ কাৰণে অন্য ব্যস্ততাই কিছু পাহৰাই ৰাখিলেও ঘৰৰফালৰ পৰা পাই থকা চিঠিবোৰে সদায় সোঁৱৰণীবোৰ জীয়াই তোলে। সিহঁতেও চিঠি নিলিখাকৈ থাকিব নোৱাৰে। চিঠিৰেই সিহঁতে যোগাযোগ ৰক্ষা কৰে। চিঠিয়ে দূৰত্বৰ কথাও পাহৰাই ৰাখে।

সিহঁতৰ নতুন নতুন অভিজ্ঞতা হৈছে। আজৰি পৰত, ছুটিৰ দিনত সিহঁতে বাছে-মটৰে ওচৰ-দূৰণিৰ নগৰ-চহৰ বোৰতো একোটা পাক মাৰি আহেগৈ। হজ্জৰ সময় নহয় যদিও, সিহঁত কা'বা ছৰীফ চাবৰ কাৰণে তাত উমৰা নামাজ পঢ়িবৰ কাৰণে মক্কালৈও গ'ল, মদিনালৈও গ'ল। এবাৰ কাৰবালাও ফুৰি আহিলগৈ। ধন খৰছ হৈছে, কিন্তু এইয়া নিজৰ আৰ্জনৰ ধন। খৰছ কৰি সিহঁতৰ বেয়া লগা নাই। কামালে কেতিয়াবা কাদিৰক কয়, "মই যদি ভালকৈ লিখিব জানিলোহেঁতেন, ভ্ৰমণকাহিনী লিখিলোহেঁতেন জানিছ। কেতিয়াবা কোনো হজ কৰিবলৈ অহা মানুহ বা অন্য কোনো মানুহে এইবোৰ ঠাইৰ মাজেদি পাক একোটা মাৰি যায় হি আৰু তাৰ কথাকে কিতাপত লিখে। আমি যে ইয়াত থাকিলৈ কাম কৰিছো, আমি এইবোৰ ঠাইৰ এই মানুহ বিলাকৰ কথা নিজ চকুৰে দেখিছো, শুনিছো। আমি

ষি জানিছো, অন্যে সিমান কেতিয়াও জানিব নোৱাৰে! আমাৰ তাত যে কয়, মছৰত জন্মি থকা চাকিলৈ থাকিলেও গছাৰ তলতে ছাঁ পৰে। মছজিদৰ ওচৰত থকা ঘৰৰ মানুহজনৰে সদায় নামাজলৈ আহোতে বেছি পলম হয়। ইয়াতে মক্কা-মদিনা সকলো আছে। চাৰা দুনীয়াৰ মানুহে ইয়ালৈ এবাৰ আহিবৰ কাৰণে কিমান হাবিয়াস কৰে। পিছে ইয়াৰ থলুৱা মানুহবিলাকে আকৌ অন্য দেশলৈ যাবলৈ সদায় উধাও হৈ থাকে। আৰবৰ মানুহ আগৰে পৰা বেহা-বেপাৰ কৰা মানুহ বুলি সকলোৱে কয়, পিছে ইয়াৰ ধনী মানুহ বিলাকৰ যে ধন ঘটিবলৈ ইমান ধাউতি। হজৰতৰ দিনত জানো মুছলমানৰ ইমান বিলাসীতা আছিল? টকা-পইচা ৰিয়াল ডিনাৰলৈ ইমান হেপাহ আছিল?"

কাদিৰে কয়, "মক্কাতেই আছে যেতিয়া মক্কাৰ কথা কিমান ভাবি থাকিব? হজৰ সময়ত গৈ হজ কৰি আহেগৈ, অন্য সময়ত দুনীয়া দাৰীত লাগি থাকে। তাকে নকৰি আৰু কি কৰিব? পানীৰ তলত থকা মাছো গাত ৰ'দ লগাবৰ কাৰণে পানীৰ ওপৰলৈ মাজে মাজে ওলাই আহে। আৰবৰ মানুহো তেনেকৈ বিদেশলৈ যায়। বোম্বাইতে 'আগৰ', 'আঁতৰ' আনিবলৈ যোৱা আৰবী মানুহ জানো আমি লগ পোৱা নাছিলো। মোৰ হ'লে আৰবৰ এইফালৰ মানুহবোৰক ভাল লাগিছে। মানুহবোৰ দিলদাৰ, বৰ ইমানদাৰ। বেংকত টকা জমা থলেও যদি হৰণ-ভগনৰ ভয় থাকে, ইয়াৰ কোনোবা এজনৰ হাতত থলে, ইফাল সিফাল হ'বৰ ভয় নাই। আৰু য'ৰে নহওক, আলহীক খুৱাই যে ইমান ভাল পায়। কেইঘৰমান আৰবী যে মোৰ মোমাইৰ ঘৰ যেন হৈ পৰিছে। এনে ই গলেও খুৱাই বুৱাই নপঠিওৱাকৈ নেৰে। আৰু তোৰ ছেখৰ ঘৰৰতো কথাই বেলেগ।"

"মোৰ ছেখৰ বিপক্ষে তেওঁৰ যদি ক'ৰবাত কোনোবা শত্ৰু আছে। সিও এয়াৰ কথা ক'ব নোৱাৰে। পিছে এটা কথাহে মোৰ ভাল লগা নাই জানিছ?"

"ভাল নেলাগিবলৈ আকৌ কি হ'ল? বুঢ়াতো বৰ ভাল মানুহ, দানী, দিল্‌দাৰ মানুহ, তেওঁকতো সকলোৱে ভাল পায় যেন লাগে।"

কামালে ক'লে, "মই বুঢ়া ছেখ জয়য়াদ বিন জাফৰৰ ঘৰৰ ভিতৰখনৰ কথা বহুত গম পাইছো। অইনৰ বেয়া দেখিব নেপায়, বদনামো কৰিব নেপায়। পিছে তেওঁ এজন কোটিপতি, ধনী যদিও, আৰু কোনোবা এটা নে দুটা তেলৰ ৰিফাই-নেৰীত 'ছেয়াৰ' আছে আৰু তাৰ পৰা কোটি কোটি ৰিয়াল পায় যদিও, তেওঁৰ ঘৰখনত শান্তি নাই যেন লাগে। চাৰিজনী ঘৈণীয়েক—আৰবীজনী বুঢ়ী হৈছে। প্ৰথমে তেওঁকে বিয়া কৰাইছিল। তাৰ পিছৰজনী জৰ্দানৰ, ইজনী পাকিস্তানৰ, বিয়া কৰাবৰ ১৪।১৫ বছৰমান হ'ব পায়, আদহীয়া হৈছে। আৰু সৰুজনী হায়দৰাবাদৰ, নিকাহ কৰি অনা চাৰি পাঁচ বছৰ হৈছে। ইজনীয়ে সিজনীৰ কথা বুজি নেপায়। বেলেগে বেলেগে থাকে। পুতেক পাঁচোটা। আটাইকেটা বেলেগে বেলেগে থাকে। চাৰিটাই বিয়া কৰালে। সৰু পুতেকে বিয়া কৰোৱা নাই।

মাকজনী পাকিস্তানী, উর্দু কয়। হায়দৰাবাদৰ জনীৰ ল'ৰা-ছোৱালী একো নাই। কম বয়সীয়া ছোৱালী। তেনেই পাট-গাভৰু যেন হৈ আছে। উৰ্দু আৰু অলপ ইংৰাজী ক'ব পাৰে। এনেই নিজৰ ভাষা তেলেগু। বুঢ়া ছেখে যি উর্দু, যি ইংৰাজী আৰু যি অইন কিবা ভাষা ক'ব জানে তাৰে ঘৈণীয়েকহঁতৰ মাজত লগা হাই-কাজিয়াবোৰ ভাঙিব নোৱাৰে। তেৰষঠিবছৰ বয়সত ভাৰতলৈ গৈ সেই হায়দৰাবাদী ছোৱালীজনী আনিলে। দুখীয়া মানুহৰ ঘৰৰ ছোৱালী। কোনোবা দালালে কমিছন লৈ বুঢ়াৰ লগত নিকাহৰ বন্দোবস্ত কৰি দিলে। নিকাহ কৰি লৈ আহিল। আৰবী নেজানে, ইয়াৰ চলন-ফুৰণ, আওভাও বুজি নেপায়। ইকেজনী বুঢ়ীয়ে চকুপাৰি দেখিব নোৱাৰে। বুঢ়াৰ সৰু পুতেকটো বৰ মৰমীয়াল। সি মাকৰ পৰা উর্দু শিকিছিল। মাহীমাকৰ লগত উর্দুৰে কথা-বতৰা হয়। পিছে সৰু পুতেকো সদায় ইয়াতে নেথাকে। তেওঁ থাকে ইংলেণ্ডত পঢ়াশুনা কৰিছে। মাহেকত এবাৰমানলৈ আহে। কেইঘণ্টাৰ নো বাট ইয়াৰ পৰা প্লেনেৰে ইংলেণ্ডলৈ? এই সৰু পুতেকেও বোলে ইংলেণ্ডৰে ছোৱালী এজনী বিয়া কৰাব। ঠিক হৈ আছে। ছেখৰ ডাঙৰ পুতেকে ইতিমধ্যে দুজনী বিয়া কৰালেই; এজনী জৰ্দানৰ, ইজনী পেৰিছৰ। দুয়োজনী বেলেগে বেলেগে থাকে হেনো—"

কাদিৰে ক'লে, "ধন হৈছে বুলি এনেকৈ যলৈকে যায় তাৰে একোজনী ছোৱালী বিয়া কৰাই আনি ঘৰ সুমুৱালেহি, কাৰণো ঘৰখন ঘৰ হৈ থাকিব? আৰু ছোৱালী-বোৰ যেনেকৈ ধন দেখি বলিয়া, তেনেকৈ ছোৱালীৰ মাক-বাপেক বোৰো কণা যেন পাওঁ। বুঢ়া থেৰা বিচাৰ কৰিবলৈ নাই, কেইজনী ঘৈণীয়েক আছে, কিমান পুতেক-জীয়েক আছে তাৰো খবৰ লবলৈ নাই। কোনোবা এটা ধনী আৰবী ছেখ দেখিলেই তাৰ পিছ লয়। এইবোৰক ছোৱালী নিকাহ দিয়া বুলিবিনে, বিক্ৰী কৰা বুলিবি? কথাবোৰ দেখি-শুনি কিবা লাগিছে। আমাৰ ফালৰ মানুহবোৰ, আমাৰ মুছলমান মানুহবোৰ দুখীয়া হ'ব পাৰে, মাজে মজে ধনীও দুই চাৰি ঘৰ নথকা, নহয়, কিন্তু এনেকৈ এবাঁহ খ'ৰে তৰে ছোৱালী আনি ঘৰখন বাঁহতল নকৰে। নহয়নে বাৰু?"

কামালে ক'লে, "লোকৰ বেয়া কথা চৰ্চা কৰিব নেপায়। যি দেশৰ যি ৰীতি। মোৰ মনেৰে টকা পইচা বেছি হলেই মানুহ বেয়া হয়। ধনৰ বলত যিহকে মন যায় তাকে কৰি যায়। ধনীয়ে যি কৰে যেন সেই সকলো ঠিক। তাত যেন কোনো ভুল চুক নাই।

"যিয়ে সি কৰক কৰি থাকক। আমি সেই বোৰলৈ চকু মুদি থকাই ভাল। লোকৰ বেমাৰ খুচৰিলে আমাৰ ৰোগ ভাল হ'ব নে কিবা?"

সিহঁতে বহি বহি নানা কথা আলচ কৰে। নিজৰ ঠাইৰ পৰা কেইবা হাজাৰ মাইল দূৰত থাকিলেও, মাত কথা, আওভাও ভালকৈ নুবুজিলেও টকা ঘাটিবৰ কাৰণে আহিছে যেতিয়া, সিহঁতে এই ঠাইৰ চাল-চলন, ৰীতি-নীতিৰ লগত খাপ

খুৰাই চলি যাবৰ চেষ্টা কৰিব লাগিব। লোকৰ কথা লৈ মূৰ ঘমোৱাৰ দৰকাৰ নাই। নিজে নিজৰ কাম ভালকৈ কৰি যাবৰ চেষ্টা কৰিব লাগে—সেইটোৱেই আচল কথা। কুদৰত আৰু ফৰিদ দুৰ্বাণত থাকে।

কামাল কাদিৰহঁতৰ সমনীয়া বিদেশী ডেকা সিহঁতে আৰু লগ পাইছে। দুই চাৰিৰ লগত চা-চিনাকিও হৈছে। কেতিয়াবা একেলগে গৈ কোনো ভাল হোটেলত চাহ-ভাত খায়গৈ, কেতিয়াবা একেলগে চিনেমা চায়গৈ, কেতিয়াবা ছুটিৰ দিনত ওচৰ-পাজৰৰ নগৰ-চহৰবোৰত ফুৰিও আহেগৈ। টকাৰ দাম কম, বস্তুৰ দাম বেছি। প্ৰথমতে সিহঁতৰ অলপ অসুবিধা যেন লাগিছিল। পিছে আমাৰ ভাৰততো একেই অৱস্থা হোৱা নাই জানো? মাছৰ দেশ অসমতে জানো মাগুৰ মাছৰ দাম কিলোত এশ-বিশ, ত্ৰিশ টকা হোৱা নাই? ইয়াত অৱশ্যে মানুহৰ আৰ্জন বেছি সেই কাৰণেও দাম দি বস্তু কিনিলেও বৰকৈ গাত নেলাগে। অসমত জানিবা এটা সৰু পৰিয়াল এমাহ টুকটাক কৈ চলিবলৈ এহেজাৰ টকা লাগে। ইয়াত জানিবা এটা মানুহ চলিবলৈকে মাহে ডেৰ, দুই হাজাৰ টকা লাগে। দাম হলেও, নেখাই-নিপিন্ধিতো থাকিব নোৱাৰি। ভাৰত, পাকিস্তান, বাংলাদেশৰ মানুহবোৰক এই ফালৰ মানুহে এনেয়ো বৰ দুখীয়া বুলি ভাবে। নিজৰ দেশত খাব পিন্ধিবলৈ নাই, চাকৰি নাই কাৰণে ইয়াত কাম কৰিবলৈ অহা বুলি ভাবে। পিছে ইয়াৰ মানুহৰ নিজকে দুখীয়া দেশৰ দুখীয়া মানুহ বুলি আমি নেদেখুৱাও। কিপিঁণালিও নকৰো। কিপিঁণক ইয়াত বৰ ঘিণ কৰে। বৰ হীন বুলি ভাবে। আমাৰ কথা কাণ্ডৰ পৰা আমাৰ দেশখনৰ কোনো বদনাম হ'ব নেলাগে। ইয়াতোতো অৱস্থাহীন মানুহ একেবাৰে নোহোৱা হৈ যোৱা নাই। ইয়াত ধনী ছেখবোৰহে বেছি ধনী, লাখপতি, কোটিপতি হৈ গৈছে। সকলো আৰবী মানুহতো আৰু তেলখনিৰ মালিক নহয়।

এটা কথা মাজে মাজে কামালহঁতে অনুভৱ কৰে যেন বিদেশত ধন ঘটিবলৈ আহি, যান্ত্ৰিকভাৱে কাম কৰি যান্ত্ৰিকভাৱে, গতানুগতিকভাৱে চলা-ফিৰা কৰি সিহঁত একোটা যন্ত্ৰ যেন হৈ পৰিছে। এটা দিনৰ লগত আন এটা দিন সলাব পাৰি। কোনো বৈচিত্ৰ নাই। কোনো পৰিৱৰ্তন নাই—খোৱা, শোৱা, কাম কৰা, টি. ভি. চিনেমা চোৱা, অলপ ফুৰা, অলপ নিজৰ আৰু আনৰ সমস্যাৰ বিষয়ে আলোচনা কৰা, অসুখ-বিসুখ হলে ঔষধপাতি খোৱা, চিকিৎসা কৰোৱা—একেবাৰে অবিচিত্ৰ দিনে দিনে খৰছ বাঢ়িহে যায়, নকমে।

এই গতানুগতিকতাৰ মাজত অলপ সকাহ দিয়ে, অলপ বৈচিত্ৰ দিয়ে, ঘৰৰ পৰা দেশৰ পৰা, বন্ধুবান্ধৱৰ পৰা পোৱা চিঠিয়ে। চিঠি এখন পালে ঘৰৰ কোনোবা আপোন মানুহ এজনকে লগ পাই যোৱা যেন লাগে সিহঁতৰ। পিছে কেতিয়াবা কিছুমান চিঠিয়ে বৰ হতাশ কৰে। তেনেই চমু চিঠিবোৰ। অন্য খা-খবৰ তেনেই কম। মাত্ৰ অভাৱ-অনাটন, অসুখ-মৃত্যু আদিৰ খবৰ, দেশৰ কোনো ৰাজনৈতিক

দুৰ্যোগৰ খবৰ, ক'ৰবাত হোৱা সংঘৰ্ষৰ খবৰ, বাতৰি কাকতৰ পৰাওতো এনেকুৱা বহুত খবৰ পোৱা যায়। ব্যক্তিগত চিঠিত এইবোৰ কথা নিলিখিলে নহয়নে ? খবৰ কাগজৰ পৰা বেয়া প্ৰত্যেকখন চিঠিতে কামালহ'তে কিবা নতুন ভাল খবৰ পাবলৈ আশা কৰি থাকে। নেপায়—হতাশ হয়। তথাপি পঢ়া চিঠিখনকে ঘূৰাই ঘূৰাই কেইবাবাৰো পঢ়ে।

কামালে আশা কৰি থাকে গুলেজাৰ চিঠিৰ কাৰণে, গোঁহাই চাৰলৈ সি লিখা চিঠিৰ উত্তৰৰ কাৰণে। ইব্ৰাহীম চাৰৰ চিঠিৰ কাৰণে। তেওঁলোকলৈ সি প্ৰায়ে চিঠি লিখে। তাৰ নিজৰ কথা দুশাৰীতে শেষ হয়। কিন্তু তাৰ নতুন নতুন অভিজ্ঞতাৰ কথা, সি চিনাকি হোৱা নতুন ঠাইৰ, নতুন সমাজখনৰ কথা বহলকৈ বিৱৰি লিখি বহুত কথা জনাবৰ মন যায় তাৰ। এনেবোৰ কথা সি লিখে বিশেষকৈ গোঁহাই চাৰলৈ। তেওঁও তালৈ চিঠি দিলে, সদায় ভাক এনে কথা চিঠিৰে লিখি জনাবলৈ লিখে। সেই দেখি কামালেও গোঁহাই চাৰলৈ চিঠি লিখিলে সদায় দীঘলীয়াকৈ লিখে। নিজৰ কথা তাত কমেই থাকে। কাম কৰি আছো, গা-ভালে আছে, দিনত বৰ গৰম পৰিছে, এজাক বৰষুণ দিছিল—আৰু, আৰু একো নাই। সদায় একে ৰকমৰ কথা। গোঁহাই চাৰলৈতো আৰু চিন্তা অনুভূতিৰ কথা লিখিব নোৱাৰি। কোনো বিষয়ত নিজৰ মতামত দিবলৈকো টান। গতিকে ৰচনা লিখা দি অন্য কিছুমান কথা জনাই চিঠি লিখিব লগীয়া হয়। তাতে তাৰ আখৰ-জোৰ্টনি ভুল হয়, বুলি এতিয়াও ভয় হয়। ভুল হলে উত্তৰত লিখা চিঠিত ভুলবোৰ আণ্ডাৰ লাইন কৰি ছাৰে চিঠিখনকে পঠিয়াই দিব। চিঠি যিমানে, দীঘলীয়া হ'ব, তাত কথা সৰহ থাকিব স'চা, কিন্তু আখৰ জোটনীৰ ভুলো সৰহ থাকিব পাৰে। তথাপি কামালে যদি কাৰোবলৈ দীঘলীয়া চিঠি লিখিব পাৰে, গোঁহাই ছাৰলৈকে পাৰে। বিদেশৰ কথা, মধ্য এচিয়াৰ কথা জনাৰ গোঁহাই ছাৰৰ বৰ আগ্ৰহ। তদুপৰি দূৰ বিদেশত কামালহ'ত কেনেকুৱা আছে সেই বিষয়ে খবৰ পাই থাকিবলৈও ছাৰৰ বৰ আগ্ৰহ আৰু হেপাহ।

চাওতে-চাওতে, এদিন, দুদিন, এমাহ দুমাহকৈ চৈধ্য মাহ পাৰ হৈ গ'ল। আৰব দেশৰ দিনবোৰ কামালহত'ৰ কাৰণে সহজ আৰু অবিচিত্ৰ হৈ আহিল। সিহ'তে দেখিলে ইয়াতো থলুৱা মানুহৰ জীৱন সংগ্ৰাম সহজ নহয়। সকলো মানুহ অধিক ধন আৰ্জিবৰ কাৰণে বজীয়া নহয়। সৰহভাগ মানুহেই শ্ৰম কৰি সাধাৰণভাৱে সুখে-সন্তোষে খাই বৈ দিন কটাবলৈ বিচাৰে। আটাইবোৰ আৰব কুৱেইট, আবু-ধাবী, লিবীয়া, লেবাননৰ মানুহ তেলখনিৰ মালিক বা ধন-কুবেৰ নহয়। আমাৰ দেশত থকাৰ দৰে তাতো মানুহৰ নিজ নিজ নানা সমস্যা আছে। আৰু সেই সমস্যাকে জটিল কৰি তুলিছে পেট্ৰ'ডলাৰৰ প্ৰাচুৰ্যই আৰু সেই ডলাৰ এহাতে দি আনহাতে কাঢ়ি নিয়াৰ ষড়যন্ত্ৰত লাগি থকা আমেৰিকা, ইউৰোপ আদি, ধনী আৰু ধনতান্ত্ৰিক দেশবোৰে।

কিন্তু এইবোৰ অন্যৰ কথা। ৰাজনীতিৰ কথা। এইবোৰ কথাকে লৈ সিহঁতৰ একো কৰিব লগীয়া নাই।

ইয়াৰ মাজতে কামালে দুটামান বেয়া খবৰ পালে—চিঠিৰ যোগে।

গুলেজাৰ মাকৰ মৃত্যু হ'ল, অসুখৰ চিকিৎসা কৰা হৈছিল। কিন্তু পুৰণি বেমাৰ, আৰোগ্য নহ'ল। কামালে গুলেজালৈ কিছু টকা পঠিয়াইছিল, কিন্তু আইকণক বচাব পৰা নগ'ল।

অলপ দিন গুলেজাক কোনোবা আপোন মানুহে ৰাখিছিল। তাৰ পিছত ঘৰখনত অকলশৰে সদায় থকাটো তাইৰ কাৰণে বৰ নিৰাপদ নোহোৱা যেন দেখি কেইদিন মানৰ কাৰণে তাই গৈ গোঁহাই মাষ্টাৰৰ ঘৰত আছিলগৈ। তাৰ পিছত তাই টাউনলৈ গুচি গ'ল। ইব্ৰাহীমে তাইক কলেজত ভৰ্তি কৰাই দিলে। তেওঁৰ ঘৰতে থাকি, আজিৰ সময়ত অলপ কিতাপৰ দোকানখনত বহি, নিজৰ কাৰণে আৰু ইব্ৰাহীমৰ কাৰণে চাহ-ভাত কৰি তাই পঢ়াশুনাত মনোযোগ দিলে। ইব্ৰাহীমৰ আশ্ৰয়ত থাকি তাই বৰ অসহায় যেন অনুভৱ নকৰিলে। গোঁহাই মাষ্টৰেও মাজে মাজে আহি তাইৰ খবৰ-বাতৰি লৈ যায়হি।

এই বাতৰি পাই কামালে দুখ পালে। হয়তো এইয়াই সিহঁতৰ জীৱনৰ পথ সলনিৰ মুহূৰ্ত। সি বুজিব নোৱাৰিলে গুলেজাক এনেকৈ নিজৰ পথ নিজে নিৰ্ণয় কৰিবলৈ এৰি দি দূৰৰ পৰা আলহীৰ দৰে খবৰ লৈ থাকিবলৈ লোৱাটো তাৰ উচিত হৈছেনে নাই ? গুলেজাৰ প্ৰতি জানো তাৰ কোনো দায়িত্ব নাই ?

গুলেজালৈ সি নিয়মীয়াভাৱে চিঠি দিয়ে। গুলেজায়ো উত্তৰ দিয়ে। কিন্তু সি অনুভৱ কৰিব ধৰিলে যেন ক্ৰমে সি গুলেজাৰ পৰা আৰু গুলেজা তাৰ পৰা আঁতৰি যাব ধৰিছে, আৰু যেন সিহঁত দুটাৰ মাজত ক্ৰমে এক অদৃশ্য ব্যৱধানৰ প্ৰাচীৰ গঢ়ি উঠিছে। এই ব্যৱধান ভৌগোলিক দূৰত্বৰ ব্যৱধান নহয়। পৃথিৱীৰ ইপাৰে সিপাৰে আঁতৰা-আঁতৰি হৈ থাকিলেও হৃদয়ৰ কাষত হৃদয় ৰাখি মানুহ অবিচ্ছিন্ন হৈ থাকিব পাৰে।

কিন্তু কামালে অনুভৱ কৰিলে যেন অন্য এটা বস্তুৱেহে, অন্য এটা কথাইহে সিহঁত দুটাৰ মাজত সেই নেদেখা প্ৰাচীৰখন গঢ়ি তুলিছে। সি হৈছে টকা। অধিক ধন ঘটিবৰ কাৰণে, বহুত ধন আৰ্জি ধনী হ'বৰ কাৰণে, ঘৰ-বাৰী, আপোন-পৰিয়াল সকলোকে এৰিথৈ দূৰণিৰ বিদেশলৈ গুচি অহাটোৱেই যেন কামালক গুলেজাৰ পৰা ক্ৰমাৎ অধিক দূৰলৈ আঁতৰাই নিছে। ধনৰ কাৰণেই তাৰ গুলেজাক এৰি আহিব লগীয়া হ'ল। ধন এৰি বিদেশ যাত্ৰা কৰিবলৈ লোৱাৰ আগ মুহূৰ্তত সি কোনো প্ৰতিশ্ৰুতি গুলেজাক দি আহিব নোৱাৰিলে। তাইৰ ভৱিষ্যত তাইলৈ এৰি, তাৰ নিজৰ অনিশ্চিত ভৱিষ্যতৰ সন্ধানত সি ঘৰ এৰি বাহিৰ ওলাই আহিছে। এইয়া গুলেজাৰ প্ৰতি থকা তাৰ দায়িত্ব পালনৰ পৰা অব্যাহতি পোৱাৰ কৌশল নহয়, এইয়া প্ৰতিকূল অৱস্থাৰ পৰিধিৰ ভিতৰত উশাহ ল'ব নোৱাৰা হোৱাৰ পৰা ৰক্ষা

পোৰা এক অক্ষম দুঃসাহস। অনুভূতিয়ে বাধা দিলেও জীৱনৰ নিৰ্লজ্জ নিষ্ঠুৰতাই অব্যাহতি নিদিয়ে।

এতিয়া ভৌগোলিক দূৰত্বৰ অস্তিত্বক স্বীকাৰ কৰি লৈ, চিঠিৰ যোগেদি যোগ-সূত্ৰ জীয়াই ৰখাৰ বাহিৰে অন্য উপায় নাই। কেৱল গুলেজাৰ কাৰণে আৰব এৰি শালনী গাঁৱলৈ ঘূৰি অহাৰ অন্য নাম হ'ব পৰাজয়। সেই পৰাজয়ক স্বীকাৰ কৰি ল'বৰ কাৰণে কামাল প্ৰস্তুত নহয়। ঘৰ এৰি বিদেশী হোৱাৰ ফলত কামাল মানুহটোৰ বিশেষ কোনো পৰিৱৰ্তন হোৱা বুলি সি নিজে অনুভৱ কৰা নাই। কিন্তু এই অলপ দিনৰ ভিতৰতেই যে গুলেজাৰ জীৱনলৈ এটা ডাঙৰ পৰিৱৰ্তন আহিল। মাকৰ মৃত্যুৱে তাইক অকলশৰীয়া কৰিলে। গাঁও এৰি, চিনাকি ঠাই এৰি, তাই আহি আশ্ৰয় ল'বলগীয়া হৈছে এনে এজন মানুহৰ ওচৰত, যি আদৰ্শ-বাদী, চৰিত্ৰবান, দৃঢ়মনা, কিন্তু যাৰ জীৱনৰে কোনো থানথিত নাই, কোনো নিশ্চিত অৱস্থান নাই। গুলেজাৰ নিচিনা এজনী দৃঢ়মনা ছোৱালীৰ কাৰণে ইব্ৰাহীমৰ নিচিনা এজন মানুহৰ ওচৰত একো হেৰুওৱাৰ ভয় নাই। কোনো বিপদৰ আশংকা নাই। কিন্তু গুলেজাৰ কাৰণে কাৰোবাৰ আশ্ৰয়, অৱলম্বনেইতো শেষ কথা নহয়, ইব্ৰাহীমৰ আশ্ৰয়ত নিজক উপলব্ধি কৰাৰ কিবা সুযোগ পাব জানো গুলেজাই? কলেজত পঢ়াৰ যোগেদি তাই নিজৰ ভৱিষ্যতক গঢ় দিবলৈ ওলাইছে নে লক্ষভ্ৰষ্ট হৈ পৰাৰ সম্ভাৱনাৰ পৰা আত্মৰক্ষা কৰিবৰ কাৰণে তাই এই পথ লৈছে?

অৱশ্যে আজি কামাল গুলেজাৰ ওচৰত থকা হলেও সি গুলেজাক কি কৰিবলৈ পৰামৰ্শ দিলেহেঁতেন সি ভাবিব পৰা নাই। হয়তো তাইৰ লগতে আলোচনা কৰি তাইৰ সিদ্ধান্ততে সমৰ্থন জনালেহেঁতেন। কিন্তু এতিয়া গুলেজাই তাইৰ জীৱনৰ ভৱিষ্যত ৰচনাৰ সময়ত কামালৰ মত-অভিমত বিচৰাৰ কোনো প্ৰয়োজন অনুভৱ কৰা নাই। তাই নিজে নিজৰ জীৱনৰ গতিপথ নিৰ্ণয় কৰিবলৈ মনত বল বান্ধিছে। গুলেজাৰ কোনো অন্তৰ্দ্বন্দ্ব নাই। কোনো দুৰ্বলতা নাই। নতুন প্ৰত্যাহবানৰ সন্মুখীন হোৱাৰ সাহস তাইৰ আছে। সংঘাত সংঘৰ্ষলৈ তাইৰ ভয় নাই। তাই জীৱনৰ মুখামুখী হ'বলৈ সাজু।

আৰু কামাল ইয়াত আজি অলপ দিনৰ পৰা যি এটা অভাৱনীয় নতুন পৰিস্থিতিৰ আৱৰ্তৰ মাজত সোমাই পৰিছে, সিও কামালক যথেষ্ট বিব্ৰত আৰু অপ্ৰস্তুত কৰি তুলিছে। পৰিস্থিতিটোৱে এতিয়াও সম্পূৰ্ণ গঢ় লোৱা নাই। কিন্তু সমাগত এটা অভাৱনীয় পৰিস্থিতিয়ে যে তাক ঘেৰি আনিছে সেই কথা কামালে অনুভৱ নকৰি থকা নাই। কিন্তু এই নতুন পৰিস্থিতিৰ কথা কামালে নিজৰ বাহিৰে আজিলৈকে আন কাকো জনোৱা নাই, জনাব পৰা নাই। বিশেষকৈ এই অভাৱনীয় আৰু অসাধাৰণ পৰিস্থিতিটোৰ সি কিদৰে মুখামুখী হ'ব, সেই বিষয়েও একো সিদ্ধান্ত সি এতিয়াও কৰিব পৰা নাই। ই জানো তাৰ এটা নতুন দায়িত্ব?

ই জানো তাৰ বা অন্য কাৰোবাৰ ইচ্ছাকৃত দুৰ্বলতা ? ই সুযোগ নে ই ভ্ৰম ? বিকৃতি ?

মাজে-মাজে তাৰ ভয় লাগে।

মই কি কৰিবলৈ ওলাইছো ? নাই কিহলৈ আগবাঢ়িছো ? এই সমগ্ৰ বিশ্বই পবিত্ৰ বুলি দূৰৰ পৰাই চালাম জনোৱা মক্কা-মদিনাৰ নিচিনা তীৰ্থক্ষেত্ৰ বুকুত লৈ থকা আৰবলৈ ধন ঘটিবলৈ আহি যি এক ধামখুমীয়াৰ মাজলৈ মই দিনে দিনে আগবাঢ়ি গৈছো, সি মোক কলৈ লৈ যাবলৈ ওলাইছে ? কোনোৱে কল্পনাও কৰিব নোৱাৰে এই ঘটনা, কোনোৱে বিশ্বাসো নকৰিব এনে কাহিনী। কিন্তু মোৰ নিজৰ অভিজ্ঞতাক মই অবিশ্বাস কৰিম কেনেকৈ ? পৰিস্থিতি মই সৃষ্টি কৰা নাই। কিন্তু গঢ়লৈ উঠা এটা নতুন পৰিস্থিতিয়ে মোক যেন অদৃশ্য এক বান্ধোনেৰে বান্ধি পেলাইছে। মই চকু মুদি দিব পাৰো, মই পলাব পাৰো, কিন্তু সি হ'ব এক চৰম কাপুৰুষালি, সি হ'ব এক পৰাজয়। মই নপলাও, সন্মুখীন হম, এই পৰিস্থিতিৰ পৰিণাম যি হয় হ'ব। তাৰ কাৰণে মই সাজু।

কেইবাদিনো কামালে তাৰ অৱস্থাৰ কথা কাদিৰক জনাবৰ চিন্তা কৰিলে। কিন্তু সাহস নহ'ল। কিজানি সি কি ভাবিব আৰু কি দিহা বুধি দিব। এতিয়া তাক এইবোৰ কথা নোকোৱাই ভাল হ'ব।

কেতিয়াবা তাৰ সৰু কোঠালীটোত তাৰ বিছনাখনত টোপনি যাবৰ কাৰণে চকু মুদি পৰি থাকোতে সি ভাবে যে কথাবোৰ সি গুলেজালৈকে লিখিব। তাই তাক জানে। তাক নিশ্চয় ভুল নুবুজে। কিন্তু এইবোৰ কথা গুলেজাক জনোৱাৰে বা কি দৰকাৰ ? দূৰত থকাৰ কাৰণে তাই হয়তো কথাটো অন্য ৰকমেও ভাবিব পাৰে। থাওক, এইবোৰ কথা, গুলেজাক নজনোৱাই ভাল হ'ব। তাই হয়তো এতিয়া অন্য সকলো চিন্তা বাদ দি একাগ্ৰতাৰে পঢ়াত লাগিছে। তাই আৰম্ভ কৰিছে নতুন নগৰীয়া জীৱন। নতুন কলেজীয়া জীৱন নতুন স্বপ্নলৈ, নতুন দৃঢ়তা আৰু একাগ্ৰতালৈ। মোৰ জীৱনৰ নতুন অদৰকাৰী সমস্যা লৈ তাইক এতিয়া আমনি নকৰাই ভাল হ'ব।

আৰু কাক জনাব পাৰি ? গোঁহাই চাৰক ? অসম্ভৱ ! তাৰ পৰাই চাৰে গালি পাৰিব। তাৰ পৰাই সৌকা জোকাৰিব। সিদিনা এখন চিঠিত আৰবৰ ফালৰ দুটামান কথা জনাইছিলো। একো নতুন কথা নহয়, আজিকালি সকলোৱে জনা কথা। আখৰ-জোটনী ভুল হয় বুলি সাৱধানে লিখিছিলো। কাৰো বদনাম গাবৰ কাৰণে লিখা নাছিলো। এৰা তাৰ কপিটো এইয়া মেজতে আছে :—

শ্ৰদ্ধেয় চাৰ,

ভাগ্যৰ অন্বেষণত আৰব দেশলৈ বুলি আহি মই মধ্য এচিয়াৰ ভিতৰতে আৰবীভাষী এখন দেশত বৈছোহি। এতিয়াও ভালকৈ ক'ব নোৱাৰো চৌডি আৰব,

কুৱেইট, আমান, কাতাৰ আদি দেশবোৰৰ সীমা ক'ত আৰম্ভ হৈ ক'ত শেষ হৈছে ? সেই কাৰণে আমি আৰব দেশতে থকা বুলি ধৰি লৈছো।

আগতে মই ইয়াৰ অন্যান্য কিছু কথা আপোনালৈ চিঠিত লিখিছিলো। আজি মই যি দেখিছো শুনিছো তাৰে দুটামান কথা আপোনালৈ লিখিলো। আগেয়ে আৰব দেশ সম্পৰ্কে মোৰ যি ধাৰণা আছিল তাৰ বহুখিনি সলাবলগীয়া হৈছে। অৱশ্যে মই শুনিছো যে কুৱেইট আদি দেশত যি ঘটিছে, চৌডি আৰবত ঠিক তেনেকৈ সিমান দূৰ ঘটা নাই। তথাপি মই আৰব দেশ বুলিয়ে উল্লেখ কৰিম।

এইফালে অভাৱনীয় পৰিমাণৰ পেট্ৰল ওলোৱাৰ কাৰণে এইফালৰ দেশবোৰৰ ৰং ৰূপ বহুত সলনি হৈছে। ইয়াৰ বাসিন্দা সকলৰ আচৰণ বিচৰণো বহুত সলনি হৈছে। এইফালৰ ধনী দেশ বিলাকে বিদেশী ছোৱালী বিয়া কৰোৱা কথাটোৱে মধ্য এচিয়াৰ মুছলমান দেশবোৰত বিভিন্ন নতুন নতুন সমস্যাৰ সৃষ্টি কৰিছে। ইউৰোপৰ ফালে উচ্চ শিক্ষা লাভ কৰিবৰ কাৰণে যোৱা অবিবাহিত ধনী আৰবী ডেকাল'ৰাই নিজৰ দেশৰ ছোৱালী বিয়া নকৰাই ইংলেণ্ড, ফ্ৰান্স আদি দেশৰ গাভৰু ছোৱালী বিয়া কৰাই দেশলৈ লৈ অহাটো এটা যেছৰৰ চিনচিনা হৈ পৰিছে। এসময়ত আমাৰ দেশতো যেনেকৈ বিলাতী মেম বিয়া কৰোৱাটো ডাঙৰ কথা বুলি বহুতে ভাবিছিল। আৰব দেশৰ এই নতুন বোৱাৰীবোৰে, মুছলমান ল'ৰাৰ লগত বিয়া হলেও ইছলামী ৰীতি-নীতি মানি বা ৰক্ষা কৰি নচলে। নিজ নিজ দেশৰ ৰীতি-নীতি মতেহে চলে। আৰু ইছলামৰ সাধাৰণ পালনীয় ধৰ্মকামবোৰো পালন নকৰে। ইয়াৰ ফলত আৰব ভূখণ্ডৰ ইছলামী জগতৰ সংস্কৃতিত এটা অৰাজকতা সোমাইছে যেন লাগে।

কিছুমান বয়সস্থ আৰু বিবাহিত ধনী ছেখেও দুই তিনিজনী বিবাহিতা পত্নী থাকোতেও বিদেশী ছোৱালী বিয়া কৰাই নিজ দেশলৈ আনে। ফলত এনে কিছুমান ছেখৰ ঘৰত সতিনীৰ বাহ হৈছে। ফলত থলুৱা, বিবাহযোগ্যা ছোৱালীবোৰ অৱহেলিত হৈছে। কিছুমান আৰব পৰিয়াল থানবান হৈছে। পশ্চিমীয়া ছোৱালী নিকাহ কৰাই অনাৰ পিছত, আগতে নিকাহ ক'ৰা থলুৱা আৰবী পত্নীবোৰ তালাক দিয়া হ'ব ধৰিছে। কেতিয়াবা ইয়াৰ ওলোটাটোও হৈছে। এই কাৰণে কেৱল পাৰিবাৰিকেই নহয়, এক নতুন সামাজিক আৰু ৰাজনৈতিক সমস্যাৰ উদ্ভৱ হৈছে।

ছাৰ, এইবোৰ কথা চিঠিত আপোনালৈ কিয় লিখিছো পিছত বুজিব পাৰিব। বৰ্তমান মই এনে এটা পৰিয়ালৰ লগতে আছো।

ভাৰতৰ হায়দৰাবাদ, কেৰেলা আদিৰ ফালৰ যিবোৰ ১৪।১৫ বছৰীয়া কম বয়সীয়া ছোৱালী কোনোবা এইফালৰ ছেখে বিয়া বা নিকাহ কৰাই নিজ দেশলৈ আনে, সিহঁতে আৰবী ভাষা মুঠেই নেজানে, আৰু ছেখে আৰু ছেখৰ পৰিয়ালেও উৰ্দু বা অন্য ভাৰতীয় ভাষা নেজানে। এনেকুৱা ভাৰতৰ জীয়াৰী আৰু আৰবৰ

বোৱাৰীয়ে বোবা চামোন হৈ দিন কটাব লাগে আৰু আৰবী সতিনীয়েকবোৰৰ লগত চলিব লাগিলে, হয় দাসী হিচাপে দিন কটাব লাগে, নাইবা ওপৰ হতীয়া হ'বৰ চেষ্টা কৰিব লাগে। ইয়াৰ ফলত ছেখহঁতৰ ঘৰবোৰত অশান্তিয়ে খলি পোতে। আৰু যেতিয়া বিদেশী ছোৱালীবোৰ ছেখৰ সন্তানৰ মাক হয়, তেতিয়া মাকহঁতে নিজ সন্তানক নিজৰ মতে তোলে। তাক মাকৰ ভাষা শিকায়। মাকৰ দেশৰ চাল-চলন শিকায় আৰু সতিনীয়েকৰ ল'ৰা-ছোৱালী আৰু নিজৰ ল'ৰা-ছোৱালীৰ মাজত কথা-বতৰা, চলন ফুৰণৰ মিলতকৈ অমিলেই বেছি হয়।

আৰব দেশৰ ফালৰ চৰকাৰবোৰেও এইবোৰ সমস্যাৰ কথা জানিব পাৰিছে, আৰু সমস্যাৰ গুৰুত্ব উপলব্ধি কৰি আৱশ্যকীয় আইন কৰাৰ কথা চিন্তা কৰিছে। নিজ দেশৰ চৰকাৰৰ অনুমতি নোলোৱাকৈ বিদেশৰ ছোৱালী বিয়া কৰোৱাটো নিষিদ্ধ কৰিব খোজা হৈছে। কোনোবাই যদি নিজ দেশৰ বিয়া কৰিবৰ কাৰণে ছোৱালী নেপায়, নাইবা ৬০ বছৰৰ ওপৰৰ কোনো লোক, নাইবা বিকলাঙ্গ লোকে, বিশেষ পৰিস্থিতিত বিদেশী ছোৱালী বিয়া কৰাব পাৰিব—এনেকুৱা আইন হৈছে।

ভূমধ্য সাগৰীয়া দেশ বা গালফ্ কানট্ৰিজৰ ছোৱালীক অৰ্থাৎ ওমান, সংযুক্ত আৰব, আমীৰেট্, বাহৰেইন, কুৱেইট, কাতাৰ আৰু চৌদি আৰবক আৰব অঞ্চল বুলি গণ্য কৰা হয়। তাৰ কোনো দেশৰ লোকে আন (তাৰ) কোনো দেশৰ ছোৱালী বিয়া কৰোৱাত বাধা নিষেধ নেথাকিব।

এই আৰব দেশবোৰ আমাৰ নিচিনা বিদেশী মানুহেৰে ভৰি পৰিছে। তাৰ সৰহভাগেই সাধাৰণ শ্ৰমজীৱি মানুহ। আৰু কিছুমান মানুহক অপৰিহাৰ্য বুলি গণ্য কৰা হয়। ওমানত মাত্ৰ ৫ মিলিয়নতকৈ (৫০ লাখ) অলপ হে বেছি ওমান মানুহ আছে, অথচ তাত বিদেশী মানুহ আছে আঢ়ৈ লাখ। সংযুক্ত আৰব আমীৰেটৰ জনসংখ্যা ১'৬ মিলিয়ন। (১৬ লাখ) তাৰে শতকৰা ২০ ভাগ বিদেশী মানুহ। চৌডি আৰবৰ জনসংখ্যা ৫ ৮ মিলিয়ন, অৰ্থাৎ ৫০ লাখ আশী হাজাৰ মানুহৰ ভিতৰত বিদেশীৰ সংখ্যা হ'ল ৩ মিলিয়ন, অৰ্থাৎ ৩০ লাখ। আৰবীতকৈ অনা আৰবীকে য'তে ত'তে দেখা পোৱা যায়।

দেশী বা বিদেশীয়েই হওক, এজনী, দুজনী বা চাৰি জনীয়েই হওক, বিয়া কৰাওতাজন বৰ ধনী ছেখ নহলে প্ৰতিজনী নিকাহ কৰা ঘৈণীয়েকক দেশ দস্তৰমতে এটা নিজস্ব ঘৰ, এখন দামী মটৰ গাড়ী আৰু চাকৰ-বাকৰ দিব লাগে। তদুপৰি নিজ দেশলৈ যাবলৈ ছুটি দি খৰছ পাতি দি পঠিয়াব লাগে। তদুপৰি থলুৱা ঘৈণীয়েকৰ ককাই-ভায়েও সমস্যাৰ সৃষ্টি কৰে আৰু বিদেশী স্ত্ৰী জনীক বহুসময়ত তালাক দিবলৈও বাধ্য কৰায়। বিদেশী তিৰোতা বিয়া কৰাই নিয়াৰ পিছত, যাৰ আগেয়ে বিয়া কৰোৱা থলুৱা পত্নী আছে, তেনে স্বামীৰ সমস্যা হ'ল কাক বেছি আদৰ চেনেহ কৰিব। কুৱেইটৰ মানুহ বিলাকৰ চাৰি ভাগৰ এভাগেই বিদেশী ছোৱালী বিয়া কৰাইছে বুলি কোৱা শুনিছো।

এই সকলো হ'বলৈ পাইছে আৰব দেশবোৰত অভাৱনীয় পৰিমাণৰ পেট্ৰল' ওলোৱাৰ কাৰণে। বিদেশী ছোৱালী বিয়া কৰাৰ এই উৎকট প্ৰৱণতা আৰু আতিশয্য ৰোধ কৰিবৰ কাৰণে চৌদি-আৰব আৰু কাতাৰে থলুৱা ছোৱালী বিয়া কৰোৱাত উদগনি দিবৰ কাৰণে বেঙ্কৰ ঋণ আৰু অৰ্থমঞ্জুৰী দিয়াৰো আঁচনি কৰিছে। আৰব দেশৰ ছাত্ৰ বোৰে বিদেশলৈ পঢ়িবৰ কাৰণে গৈ, বিদেশী ছোৱালী বিয়া কৰাই অনাত বাধা দিবৰ কাৰণে আনকি থলুৱা ছাত্ৰক দেশতে পঢ়োৱাৰ ব্যৱস্থা কৰিবৰ কাৰণে মস্কটত এটা বিৰাট বিশ্ববিদ্যালয়ো প্ৰতিষ্ঠা কৰিছে। তথাপি দলে দলে ছাত্ৰ বিদেশলৈ যায়।

ইছলামৰ ধৰা বন্ধা নীতি ভঙ্গ কৰি আৰবী ডেকাই সেই সেই দেশৰ ছোৱালী বিয়া কৰোৱাৰ চৰ্ত হিচাপে অতি সৰহীয়া দহেজ বা যৌতুক দাবী কৰাৰ কাৰণেও, বহুত আৰবী ছোৱালী বিয়া নোহোৱাকৈ থাকিব লগীয়া হৈছে। পুৰুষ বিলাকৰ এনে বিদেশী তিৰোতা-প্ৰীতি দেখি থলুৱা বহুত আৰবী ছোৱালীয়েই অপদস্থ হোৱা আৰু অপমানিত হোৱা বুলি অনুভৱ কৰিছে। কথাবোৰ বহুতেই জানে।

আনহাতে বিদেশী পত্নীক মুকলিকৈ ঘূৰাই ফুৰাই প্ৰদৰ্শন কৰি, কিছুমান আৰব দেশীয় স্বামীয়ে গৰ্ব অনুভৱ কৰা যেন দেখা গৈছে। সেইটো যেন কিবা জয়ৰহে চিন।

এই সকলোৰে মূলত হ'ল ভূমধ্য সাগৰীয় দেশবোৰৰ মাটিৰ তলত লুকাই থকা পেট্ৰল তেলৰ সমুদ্ৰবোৰ আৰু সেইবোৰৰ বিক্ৰীৰ যোগে আৰব দেশবোৰলৈ অহা কোটি কোটি বিদেশী মুদ্ৰা, যাক সাধাৰণতে চিনাক্ত কৰা হয়। 'পেট্ৰ'ডলাৰ' বুলি।

এই পেট্ৰ'ডলাৰে সমগ্ৰ আৰব অঞ্চল, তথা মধ্য এচিয়াকে সমৃদ্ধশালী কৰি তুলিছে। বহুত সাধাৰণ মানুহ লাখপতি কোটিপতি হৈছে। বিলাসীতা দিনে দিনে অভাৱনীয়ভাৱে বাঢ়ি গৈছে। ভাৰত বা পাকিস্তানত হোৱা ক্ৰিকেট মেচ চাবলৈ আৰব দেশৰ পৰা এৰোপ্লেন লৈ সপৰিয়ালে আহি খেল চাই ঘূৰি যোৱাতো আজিকালি কোনো আচৰিত কথা নহয়। সমৃদ্ধিৰ লগে লগে আহিছে চৰম বিলাসীতা, তাৰ লগে লগে বাঢ়িছে নিসিদ্ধ মাদকদ্ৰব্য, হিৰোইন, এল এছ. ডি. আদি উগ্ৰ নিচাযুক্ত মাদক দ্ৰব্যৰ ব্যৱহাৰ আৰু চোৰাং ব্যৱসায়। বিশ্বাস কৰিবলৈ টান যে আৰবৰ ফালে আজিকালি এতোলা সোণৰ দামতকৈ এতোলা হিৰইনৰ দাম বেছি। মদ আৰু সেই জাতীয় ৰাগীয়াল বস্তুৱে মানুহৰ জীৱন ধ্বংস কৰে। পাৰিবাৰিক শান্তি সম্প্ৰীতি নষ্ট কৰে, মানুহক দৰিদ্ৰ, কলহপ্ৰিয়, আৰু চৰিত্ৰহীন কৰে - এইবোৰ দেখি বুজিয়ে আৰবৰ সন্তান হজৰত মোহম্মদে সকলো মুছলমানৰ কাৰণে মদ আৰু তেনে জাতীয় ৰাগীয়াল বস্তুক হাৰাম কৰিছিল, নিসিদ্ধ কৰিছিল, যাক খোৱাতো নেলাগে, যাৰ সামান্য চিটিকণি এটা পৰিলেও গা-কাপোৰ অপবিত্ৰ হয়, সেই মধ্য এচিয়াৰ মুছলমান দেশবোৰতো ৰাগীয়াল বস্তুৰ অবাধ প্ৰচলন হৈছে। ফলত নৈতিক বিশৃংখলা আৰু অধঃপতন দিনে দিনে বাঢ়ি গৈছে।

জাপান, কোৰিয়া, আমেৰিকা, ফ্ৰান্স, ইটালী আদি দেশৰ অতি আধুনিক ইলেক্‌ট্ৰনিক বিলাসী সামগ্ৰীৰে নগৰ চহৰ ভৰি পৰিছে। যৌন আবেদন, চুৰি-ডকাইতি, মাৰপিট আদিৰ নিচিনা অসামাজিক দৃশ্য আৰু কাহিনীৰে ভৰা হালধীয়া কথা ছবিৰ আমদানি হৈছে ঘৰে ঘৰে। কেৱল টি. ভিয়েই নহয়, ভি. চি. আৰ আৰু তেনে জাতীয় ছবি দেখুৱাব আৰু চাব পৰা যন্ত্ৰেৰে দেশ ভৰি পৰিছে। ইয়াৰ দাম যিমানেই বেছি হওঁক তাৰ কাৰণে কাৰো চিন্তা নাই। যি কোনো বস্তু সৰহ দাম দি কিনিব পৰাটো আভিজাত্যৰ পৰিচায়ক হৈ পৰিছে। ঘড়ী, কেমেৰা, জোতা, কাপোৰ, ৰেডিঅ', টি ভি, ভি চি. আৰ. মটৰগাড়ী আদিৰ দাম যিমানে বেছি হয় সিমানে সেইবোৰ যেনে তেনে কিনিব পৰাটো মৰ্যাদাৰ পৰিচায়ক বা ষ্টেটাছ চিম্বল হৈ পৰিছে। আনকি ভাৰতত চাহপাত যাৰ সাধাৰণ বিক্ৰী মূল্য যদি কিলোত এশ বা ডেৰশ বা দুশ টকা, সেইবোৰো নিলাম বজাৰৰ পৰা কিলোত পাঁচশ বা সাতশ টকা দি কিনাটো কোনো গাত নলগা বা আভিজাত্যৰ পৰিচায়ক কথা হৈ পৰিছে। নিজ দেশৰ বাহিৰত ব্যৱসায় কৰিবলৈ বা ভ্ৰমণ কৰিবলৈ যোৱা আৰব দেশীয় ছেখ বা কোটিপতি বিজনেচ্‌মেন সকল দেশান্তৰলৈ গ'লে আটাইতকৈ দামী হোটেলত থকা, আটাইতকৈ দামী আহাৰ খোৱা, আৰু আটাইতকৈ দামী বিলাসী মটৰগাড়ীৰে ফুৰা মেলা কৰাটো এটা সাধাৰণ কথা হৈ পৰিছে। ভাৰততেই সেইবোৰ সকলোৱে দেখিছে।

একালত এই আৰব অঞ্চলতে আৰব্য উপন্যাসৰ এহেজাৰ এনিশাৰ সাধুৰ কল্পনা কৰা হৈছিল। কল্পনা কৰা হৈছিল আলাউদ্দিনৰ আচৰিত চাকিৰ কথা, যাক মোহাৰ মাৰিলেই, জিন্ এটা ওলায় আৰু তাক যি কৰিবলৈ নিৰ্দেশ দিয়া যায় মুহূৰ্ততে সি তাকে কৰি দিয়ে। একে ৰাতিয়ে, স্বপ্নপুৰীৰ সোণালী ৰাজ অট্টালিকা সাজি উলিয়াই দিয়ে। সেই আল্লাউদ্দিনৰ চাকিৰ 'জিন্‌টো' সোমাই আছিল মধ্য এচিয়াৰ, ইৰাণ, আৰব, কুৱেইট, চৌদি আৰবৰ বালি-মাটি-পানীৰ তলত। আজি এওঁলোকৰ হাতত পৰিছে সাধুকথাৰ আল্লাউদ্দিনৰ সেই আশ্চৰ্য চাকিটো—খাৰুৱা তেলৰ ৰূপত, তাৰ পৰা ওলাই আহিছে সেই সৰ্বশক্তিমান জিন্‌টো—পেট্ৰলৰ ৰূপত, আৰু সি আজি আৰববাসীৰ হাতত তুলি দিছে সে গৰ খনিৰ দুৱাৰৰ চাবি। মাটি, বালি, পানীৰ তলত লুকাই থকা পনীয়া সোণ, হীৰা, মুকুতা, ইয়াকুত জমৰুদ—আদি সকলোৱে ভৰি পৰিছে আৰব দেশৰ সোণৰ ভঁৰাল। শ শ বছৰে মানুহৰ দুৰাকাঙ্ক্ষা আৰু স্বপ্নক জীয়াই ৰখা আৰব্য উপন্যাসৰ এহেজাৰ এনিশাৰ সাধুৱে আজি জীয়া বাস্তৱৰ মজিয়াত সাৰ পাই উঠিছে।

এই সমৃদ্ধি, এই বৈভৱ, এই প্ৰাচুৰ্যই আমেৰিকাৰ নিচিনা ধনী আৰু ধনতান্ত্ৰিক দেশবোৰৰ বুকুৰ ধহমহনি তুলিছে। অতদিনে সোণৰ কাৰণে পৃথিৱীৰ মানুহে ঢপলিয়াই গৈছিল আমেৰিকালৈ – গল্ড ৰাছ হৈছিল আমেৰিকালৈ। এতিয়া স্বয়ং আমেৰিকাৰ চকু আৰব দেশবোৰৰ ওপৰত। এতিয়া পৃথিৱীৰ নতুন গল্ড

যাহু হৈছে আৰবলৈ—গাল্‌ফ্‌ কাশ্মিজলৈ। তেলৰ খনিৰ পৰা পেট্ৰল উলিয়াবলৈ আহিছে জাহাজভৰা মাৰ্কিন ডলাৰ। মাটিৰ তলৰ তেল বাহিৰলৈ উলিয়াব লাগিলে, মাটি খান্দিব লাগিব, ধন ইনভেষ্ট কৰিব লাগিব। আমেৰিকান ডলাৰ মাটি-বালিৰ তললৈ সোমাই নগলে পেট্ৰ'ডলাৰ ওলাই নাহে।

তেল ওলাইছে, পেট্ৰল ওলাইছে। বিৰাট বিৰাট তেল কঢ়িওৱা জাহাজে অশোধিত বা পৰিশোধিত তেল লৈ গৈছে পৃথিৱীৰ নানা দেশলৈ। বহুওৱা হৈছে হেজাৰ হেজাৰ মাইল দীঘল পাইপ লাইন—আৰব দেশৰ তেল পঠিয়াবৰ কাৰণে। ড্ৰিলিং চলিছে। সুউচ্চ ৰিফাইনেৰীবোৰ গঢ়ি উঠিছে। হেজাৰ হেজাৰ বছৰ, ইজিপ্তৰ পিৰামিদবোৰৰ তলত নিৰৱে শুই থকা মামীবোৰৰ দৰে শান্তিৰে শুই থকা আৰব দেশবোৰক উন্মাদ, উন্মনা কৰি তুলিছে, আধুনিক সভ্যতাৰ গতিৰ আৰু ব্যস্ততাৰ মাদকতাই। যি ভূমি খণ্ডৰ বুকুৰ পৰা শান্তি বা "ইছলাম" এক বিশ্বকৰ্ম ৰূপে প্ৰতিষ্ঠিত আৰু ঘোষিত হৈছিল, সেই আৰব দেশৰ মজিয়াত আজি উদগ্ৰ গতিৰ অবিশ্ৰান্ত কোলাহল, গতিৰ ৰুদ্ধশ্বাস উন্মাদনা। পেট্ৰলে মৰুভূমিৰ শুকান, শ্ৰান্ত জীৱনলৈ আনিছে এক নতুন প্ৰাণ চাঞ্চল্য, এক প্ৰচণ্ড গতিবেগ, এক নতুন জীৱনৰ উদ্দাম প্ৰাণ প্ৰাচুৰ্য। তেলৰ মালিকৰ হাতত জমা হৈছে সোণ ধনৰ পুঁজি। সেই পুঁজিৰ গৰ্ভত গঢ়ি উঠিছে—পুঁজিবাদ। ফলত অন্য পুঁজিবাদী দেশ আৰু শক্তিৰ লগত আৰম্ভ হৈছে স্বাৰ্থৰ সংঘাত। পাৰস্পৰিক সহযোগীতাৰ তলত গা ঢাকি গঢ়ি উঠিছে পাৰস্পৰিক বিৰোধ আৰু সংঘৰ্ষৰ বীজ।

মধ্য প্ৰাচ্য আজি আহি থিয় দিছেহি এটা উদ্গীৰণমুখী আগ্নেয়গিৰিৰ ওপৰত। একেই মুছলমান দেশ হলেও, গাতে গা লাগি থকা ইখন দেশে সিখন দেশে লাগি আছে সংঘৰ্ষ, সংঘাত, খণ্ড যুদ্ধ। ইৰাক আৰু ইৰাণ, জৰ্দান আৰু লিবীয়াৰ সংঘাতৰ অন্ত নাই। ইখন দেশৰ বোমা বন্দুকে সিখন দেশৰ নগৰ-চহৰ ধ্বংশ কৰিছে, তেল শোধনাগাৰ ধ্বংশ কৰিছে, নিৰীহ, নিৰপৰাধ শান্তিপ্ৰিয় মানুহৰ জীৱন ধ্বংশ কৰিছে। অকাৰণ হত্যাৰ যোগে কাষৰ দেশখনক ভীতিগ্ৰস্ত কৰি ৰখাটো যেন নিজৰ দেশৰ প্ৰাধান্য আৰু শক্তিৰ প্ৰদৰ্শনীৰ এটা বিলাসীতাহে হৈছে।

আৰু শুনিছো বোলে আৰব দেশত ইউৰেনিয়ামৰ খনিও ওলাইছে। ইউৰেনিয়াম এটম বোমা বনাবলৈ লাগে। এফালে পেট্ৰলিয়াম, আনফালে ইউৰেনিয়াম, এফালে আমাৰ বছৰুলে দি থৈ যোৱা ইছলামৰ আদৰ্শ, আনফালে বস্তুবাদী দৰ্শনে অনা বিলাসীতা, সংযমহীনতা আৰু ব্যভিচাৰ। আৰু দেশৰ দুখীয়া মানুহবোৰ শ্ৰম দান কৰি, জীৱিকা আৰ্জন কৰিবলৈ মধ্য এচিয়াৰ আৰব দেশবোৰলৈ আহি, নিজৰ ইছলামৰ নীতি-নিয়মৰ মাজত ৰাখিব পাৰিবনে? ধনৰ সোঁতত উটি যাব সেই কথা এতিয়াই ক'বলৈ টান হৈছে। এসময়ত আৰব দেশত দাস বা গোলামৰ গৰু-ছাগলীৰ দৰে বেচাকিনা চলিছিল বুলি কিতাপত পঢ়িছিলো। আফ্ৰিকাৰ গৰীব ক'লা মানুহবোৰ আনি বজাৰত বেচিছিলহি। হৃষ্ট-পুষ্ট, শকত-আৱতবোৰ সহজে

বেচা গৈছিল। এই দাসবোৰক উট, দুম্বা, গৰু, ছাগলীৰ দৰেই কামত খটুওৱা হৈছিল। হজৰত মোহম্মদেই এনেকুৱা মানুহ বেচাকিনা কৰা দাসপ্ৰথা বন্ধ কৰিছিল। হাবচী গোলাম বিলাকক মুক্ত কৰি, ইছলামত দীক্ষিত কৰি, সমান মুছলমানৰ মৰ্যাদা দিছিল আৰু তেওঁৰ মাতটো বৰ মিঠা আছিল কাৰণে তেওঁক নামাজলৈ মানুহক জাননী দিবৰ কাৰণে আজান দিয়া মোৱাজ্জিন কৰিছিল। এইবোৰ কথা আমি কিতাপত পঢ়িছিলো।

এতিয়া মোৰ কেতিয়াবা মনত লাগে যেন মধ্য এচিয়াৰ, আৰবৰ পেট্ৰ'ডলাৰৰ বজাৰত আমিও দেশ-বিদেশৰ গৰীব মানুহবোৰ এবিধ নতুন ক্ৰীতদাস। ধনৰ কাৰণে দেশ এৰি, ঘৰবাৰী এৰি লাখৰ হিচাপেৰে গৰীব মানুহবোৰ ইয়াত আহি জমা হৈছেহি, আৰু সেই আগৰ কালৰ ক্ৰীতদাসবোৰৰ দৰেই ইয়াৰ বজাৰত বেচা যাবৰ কাৰণে নিজক আগবঢ়াই দিছে। আগৰ দিনত যাৰ গাত বেছি বল শক্তি আছিল সি সিমান বেছি দামত বেচা গৈছিল। আজিকালি যাৰ যিমান বেছি বিশেষ বিদ্যা আছে—ডাক্তৰ, ইঞ্জিনিয়াৰ, পাইলট, ড্ৰাইভাৰৰ নিচিনা বিশেষ বিদ্যা বা দক্ষতা আছে, ইয়াৰ বজাৰত তাৰে চাহিদা বেছি। সিয়ে সহজে সোনকালে বেছি দামত বেচা যায়।

এইখন এখন নতুন মক্কা। এইখন এখন নতুন বজাৰ। আগৰ দিনৰ আৰবৰ কথা কিতাপত পঢ়িছো, জনা শুনা মানুহৰ মুখত শুনিছো। এইখন বজাৰ নিজ চকুৰেই দেখিছো।

কিন্তু ছাৰ,

ইয়াত এতিয়াও গৰীব আৰবী মানুহ আছে, ইয়াৰ নতুন ধনী বিলাকৰ তুলনাত তেওঁলোকক গৰীব নুবুলি নোৱাৰি। ইয়াত এতিয়াও ধাৰ্মিক, সৰল, পৰোপকাৰী, আল্লালৈ ভয় কৰি চলা মুছলমান আছে। ইয়াত এতিয়াও ইছলামী নীতি আদৰ্শমতে বিয়াবাৰু কৰি সুখ-সন্তোষেৰে দিন কটোৱা মানুহ আছে। কাবা মছজিদত নিতৌ লাখ লাখ মানুহে আগৰ দৰেই ফজৰ জোহোৰ আছৰ মগৰীবৰ নামাজ পঢ়ে। তালৈ গলে পেট্ৰ'ডলাৰৰ গৰম বজাৰ খনৰ কথা পাহৰি থাকিব পাৰি। কিছু দূৰত আছো যদিও, মাজে মাজে আমি তালৈ যাও। তালৈ গলে নিজকে পেট্ৰ'ডলাৰৰ বজাৰত বেচিবলৈ অনা তাহানিৰ ক্ৰীতদাস যেন নেলাগে, মুক্ত মানুহ যেন লাগে। পিছে জীৱিকাৰ কাৰণে মক্কাৰ পৰা আঁতৰি থাকিব লগা হৈছে—ডলাৰৰ বজাৰখনৰ মাজত সোমাই থাকিবলগীয়া হৈছে।

ছাৰ, সেই বজাৰৰ মাজতে কেতিয়াবা কোনোবা ছেখৰ গাৰ কাপোৰত হঠাৎ 'আগৰ' 'আঁতৰ'ৰ গোন্ধ পাও। তেতিয়া মনটো আমাৰ দেশলৈ ঘূৰি যায়, আমাৰ অসমলৈ মনত পৰি যায়। আমাৰ শালনী গাঁৱলৈ মনত পৰি যায়। আমাৰ সাঁচি গছ আৰু ক'লা ক'লা, 'আগৰ' কাঠলৈ মনত পৰি যায়। আমাৰ আঁতৰ তেলৰ গোন্ধটো ইয়াত আৰু মিঠা যেন লাগে, আৰু আপোন যেন লাগে,

আৰু গৰ্বও হয়—আমাৰ অসমৰ 'আগৰ', 'আঁতৰ' উলিয়াই আমিয়ে আনি বোম্বাইত আৰবৰ ছেখক বেচো, সেই 'আঁতৰেই' আহি এইয়া চৌদি আৰব, কুৱেইট, বাহ্‌ৰেইন পাইছেহি। তাৰ গোন্ধত ইয়াৰ বতাহ মলমলাই মহ্‌-মহাই আছে।

ছাৰ,

ইয়াৰ চাহৰ হোটেলত আমাৰ ভাৰতীয় চাহেৰে বনোৱা চাহৰ গোন্ধটো পালে আৰু চাহৰ ৰংটো দেখিলে যেনেকৈ মনটো আমাৰ অসমৰ সেউজীয়া চাহনি বোৰলৈ উৰি যায়, তেনেকৈ ইয়াৰ আৰবী ছেখৰ গাত অসমৰ আঁতৰৰ গোন্ধ পালেও মনটো অসমলৈ উৰি যায় তেতিয়া নিজকে বৰ চহকী যেন লাগে, ধনী যেন লাগে।

আমাৰ অসমৰ মুছলমান মানুহ ঢুকালে শ-টকা, বগা কাপোৰত, কফনৰ কাপোৰত যে আঁতৰ ঘঁহি দিয়ে, সেই আঁতৰৰ গোন্ধ কিজানি বিহিস্ততো, স্বৰ্গতো পোৱা যাব—নহয়নে চাৰ ?

ছাৰ, আপোনালৈ এখন্ চমু চিঠিহে লিখিম বুলি ভাবিছিলো। পিছে বহুত কথা মনৰ মাজত সোমাই আছিল। চিঠি লিখিবলৈ ধৰোতে সেইবোৰ কথাহে কলমৰ আগত ওলাল। পঢ়ি আপুনি যেন বেয়া নেপায় আৰু মোক খং নকৰে। আপোনাৰ নামতে গুলেজালৈ অলপ টকা পঠিয়াইছো আপুনি টকাকেটা গুলেজাক দিব।

আমাৰ ফালৰ ইয়াত থকা আমি আটাইকেইটা ভালেই আছো। আশাকৰো আমাৰ তাতো সকলো ভালে আছে।

চিঠিৰ উত্তৰ দিব। গালি পাৰি হলেও এখন চিঠি দিব ছাৰ। বাট চাই থাকিম। সকলোলৈকে চেনেহ শ্ৰদ্ধা জনালো।

আপোনাৰ আশীৰ্বাদ

—ভিখাৰী—

কামাল।

মোৰ এই লিখাখিনি পাই, গোঁহাই ছাৰৰ চাগৈ মোলৈ খং উঠিব পায়। বুলিব কামাল গৰুটোৱে আৰবৰ ৰচনা লিখিছে। সি আমাৰ গাঁৱৰ ৰচনাৰ বাহিৰে অন্য এখন ৰচনা কোনো দিন লিখা নাছিল। এতিয়া চিঠিৰ নামত বৰ বৰ কথা লিখিছে। যেন এনেহে কোনোৱে নজনা নুশুনা কথা ?

গুলেজালৈ পঠোৱা টকাকেটা ছাৰৰ যোগে নপঠিয়াই পোনে পোনে তাইলৈকে পঠিওৱাই ভাল আছিল কিজানি। ছাৰে বা কি ভাবে। গুলেজায়ো তাইক গুৰুৰে নিদিয়া বুলি ভাবিবনেকি বাৰু ? অৱশ্যে গোঁহাই ছাৰ গুলেজাৰ গাৰ্জেন, অভি-ভাৱক। তেওঁতো আমাৰো অভিভাৱক। গতিকে ছাৰৰ যোগে টকা পঠিয়ালে গুলেজাই বেয়া পাবৰ কাৰণ নাই।

কিন্তু ইমানবোৰ কথা ছাৰলৈ লিখিলো, পিছে তাত মোৰ সমস্যাটোৰ কথা

লিখিবলৈ সাহস গোটাব নোৱাৰিলো। মই কিজানি অকাৰণতে বৰ দুৰ্বলমনা হৈ পৰিছো। এটা উপৰুৱা কথা বাহিৰৰ পৰা তাৰ লগত মই এনেয়ে সাঙোৰ খাই পৰিছো কিজানি। কাৰো ওচৰত মোৰ কোনো অবলিগেচন নাই। তথাপি...

কামাল টোপনী যায়।

মনটো তাৰ নিজৰ চিনাকি দেশখনৰ চিনাকি গাঁওখনৰ চিনাকি মানুহবোৰৰ মাজলৈ ঘূৰি আহে। তাৰ সাৰ পাবৰ মন নেযায়, চকু মুদি পৰি থাকিবৰ মন যায়।

## তিনি

হাতত কেইহাজাৰ মান টকা গোটাই লৈ এবাৰ নিজ দেশৰ পৰা এটা পাক মাৰি ঘূৰি যাবৰ মন যায় কামালৰ। অৱশ্যে আৰবলৈ যোৱাৰ বৰ বেছি দিন হোৱা নাই। আৰু ধন আজ'নৰ ফালৰ পৰা বিবেচনা কৰি, নিজ দেশত বা অন্য কোনো ঠাইত তাৰ নিচিনা বিদ্যা বুদ্ধিৰ এটা ল'ৰাই ইমান টকা ঘটিব নোৱাৰিব বুলি সি ভালদৰেই জানে। তাৰ নিজৰে সন্দেহ হয়, কিজানিবা ঘৰ পালে তাৰ আৰু বিদেশলৈ পুনৰবাৰ যাবৰ মন নোহোৱা হৈ যায়।

কাদিৰৰ লগত আলোচনা কৰি কামালে এক প্ৰকাৰ থিৰাং কৰিলে যে আৰু দুবছৰ বা তিনি বছৰ সিহঁত আৰবতে থাকিব, পাৰিলে কুৱেইটৰ ফালে যাব যদি তাৰ ৰিফাইনেৰী বা অন্য কোনো ভাল ঠাইত চৰকাৰী বা আধা চৰকাৰী কামত সোমাব পাৰে। তাত দৰমহা বা মজুৰী আৰু বেছি। তাৰ পিছত সেই পিনে বামেদিয়ে ইৰাক, ইৰাণ, আফগানিস্তান হৈ ভাৰতবৰ্ষলৈ যাব। আজিকালি সেইপিনেদি বাছেৰেও অহা-যোৱা কৰিব পাৰি। প্লেনেৰেতো পাৰিয়েই। প্লেনৰ যাত্ৰাকৈ নিৰ্বিশেষ যাত্ৰা আৰু নাই। এখন দেশৰ এয়াৰপৰ্ট'ত প্লেনত উঠি, অন্য এখন দেশৰ এয়াৰপৰ্ট'ত নমা। মাজত—আকাশ, শূন্য। কোন কোন দেশৰ ওপৰেদি কোন কোন সাগৰ পৰ্বতৰ ওপৰেদি প্লেনখন উৰি গ'ল সেইটো কোনো লেখৰ কথা নহয়। বেলেগ বেলেগ দেশৰ নগৰ চহৰ চাই যাব লাগিলে আগৰ কালিৰ ভ্ৰমণকাৰীৰ দৰে হয়, খোজকাঢ়ি বা হাতী-ঘোঁৰাৰে যাব লাগে, নতু বাছ মটৰেৰে যাব লাগে। এৰ'প্লেনেৰে গ'লে একো নেদেখি। চৰাই চাৰিনিৰে চাই নগৰ-চহৰ একো চিনিব জানিব নোৱাৰি। কিন্তু দেশ চোৱাটো এতিয়া সিহঁতৰ কাৰণে ডাঙৰ কথা নহয়, ডাঙৰ কথা ধন ঘটা—পৃথিৱীৰ য'তেই নহওক লাগিলে।

গুলেজাই চিঠিৰ উত্তৰ দিয়ে, তেনেই চমু চিঠি ঃ

'আমি ভালে আছো। পঢ়াশুনাও অলপ-চলপ কৰি আছো। ছাৱৰো ভাল।

টকাকেটা পালো। তাৰে দুখন কিতাপ কিনিলো আৰু এযোৰ মেখেলা-চাদৰ ললো। ধন্যবাদ।

মৰম লবা।

তোমাৰ মৰমৰ

গুলেজা।"

* * *

আৰু কেতিয়াবা :—

"দিদাৰত ঠিকাদাৰ আহিছিল। মোৰ খবৰ কৰি গ'লহি। কটা কাণখন গজা নাই। টুপি এটা পিন্ধি সেই কাণখন ঢাকি থয়। মোক বোৱাৰী কৰিব খুজিছে। কোনোবা ভতিজাক এটা আছে বোলে। এদিন মোক চাবলৈ আহিব বোলে। তুমি পঠোৱা টকাৰে কিনা মেখেলা-চাদৰ যোৰকে পিন্ধি ওলাম বুলি ভাবিছো। পাউদাৰ এটিও হে কিনিব লাগিব।

কি হয় নহয় পিছত জনাম।"

* * *

অন্য এখন চিঠিত :

"মই সৰহভাগ সময় অকলেই থাকিব লগা হয়। সভা মিটিং কৰি ইব্রাহীম ছাৰ ক'ৰবাত ঘূৰি ফুৰে। আজি অলপ দিনৰ পৰা তেওঁৰ নিলগ সম্বন্ধীয়া ভতিজাক এজনীও আনি মোৰ লগতে ৰাখিছেহি। হাইস্কুলৰ ছোৱালী, ক্লাছ নাইনত পঢ়ে। এতিয়া তায়ে মোক ৰাখিছেনে ময়ে তাইক ৰাখিছো ক'ব নোৱাৰো। ছোৱালী জনী বৰ ভাল। বৰ মৰমীয়াল, ওখ পাখ, চেহেৰা পানীও ভাল। চাহ-ভাতো ৰান্ধিব পাৰে। তুমি থকা হলে ছোৱালীজনী কিজানি তোমাৰ পছন্দ হ'লহেঁতেন। তাত কোনোবা ছোৱালী পছন্দ কৰিছানেকি ? আৰবী ছোৱালীনে ইৰাণী ছোৱালী ? ইৰাণী ছোৱালীবোৰ বোলে বৰ ধুনীয়া, হয় নেকি ? ছোৱালী জনীৰ নামটো কি লিখিবাচোন—কি নাম ? ছৰনম ? গুলবাইহান ? ফিৰদৌছী ? নে চীমীন নে চীবীন ?

আশাকৰো ভালে আছা।"

* * *

কেতিয়াবা গুলেজাৰ চিঠি একেবাৰে চমু হয় :—

"পৰীক্ষাৰ পিছত কিছুদিনৰ কাৰণে গাঁৱৰ ঘৰলৈ যাম। গোঁহাই ছাৰৰ ঘৰতে থাকিম। জয়নাথ মাজে-মাজে আহে। সি আজিকালি অন্য এখন গাড়ী চলায়। তাৰ গাড়ীৰেই যাম, সকলো আছে—দিদাৰত ঠিকাদাৰ, গোঁহাই ছাৰ, জয়নাথ ড্রাইভাৰ, ইব্রাহীম ছাৰ,—বৌতিহে নাই। গ'ল আৰু নাহে। তুমিও নাই।

কেতিয়াবা ঘূৰি আহিবানে নাই ক'ব নোৱাৰো। ইয়াপিছ পিছে তুমি আমাৰ লগতে আছা বুলিয়েই ধৰিছো।

তেনেকৈ ধৰাটো ভুল হৈছেনেকি জনাবাচোন।"

* * *

কামালেও গুলেজালৈ চিঠি লিখে:

"মৰমৰ গুলেজা,

তোমাৰ চিঠিত তুমি অভিযোগ কৰিছা যে মই মোৰ চিঠিত বৰ চমু কথা লিখো। কিন্তু গোঁহাই চাবলৈ বহুত বেছি কথা লিখো। তোমাকতো জনাইছোৱেই যে এতিয়াও মোৰ থানথিত লগা নাই। আৰব দেশলৈ বুলি তোমালোকক এৰি আহিছিলো, ভাবিছিলো মক্কা থকাখনেই, আমাৰ ৰছুলৰ জন্মৰ ঠাইখনেই আৰব দেশ। পিছে ইয়ালৈ আহিহে গম পাইছো যে এইফালৰ কেইবাখনো দেশতে আৰবী ভাষা চলে আৰু তেনেকুৱা প্ৰায়বোৰ দেশকে মানুহে আৰব দেশ বোলে। যদিও মক্কা-মদিনা থকাখনহে প্ৰকৃততে আৰব দেশ।

তোমালৈ আগৰ এখন চিঠিত কিজানি লিখিছিলো যে ইয়ালৈ আহি মই ধন ঘটাত লাগিছো স'চা, কিন্তু প্ৰকৃততে চাকৰিৰ বুলি কোনো চাকৰিৰ ব্যৱস্থা আজিও কৰিব পৰা নাই। এজন ধনী ছেখৰ ঘৰত আছোহি। ঘৰুৱা কাম-বন কৰিব লাগে আৰু কামবন চোৱা-চিতাও কৰিব লাগে। পইচা যথেষ্ট দিয়ে। মই নিজৰ পৰা বৰ বেছি খৰচ নকৰিলেও চলে, থকা ঘৰো দিছে। খোৱা-বোৱাও তাতে চলে। পিছে কামটো মই চাকৰিৰ বুলি ভাবিব পৰা নাই।

ছেখৰ বহু ঠাইত বহু কাৰবাৰ আছে। ঘূৰি ফুৰে। সৰহভাগ গ'লেনেৰেই অহা-যোৱা কৰে। কেতিয়াবা মোকো তেওঁৰ লগতে লৈ যায়। কেতিয়াবা তেওঁৰ কোনোবা এগৰাকী পৰিবাৰকো লৈ যায়। অলপতে তেওঁৰ সৰু পৰিবাৰ আৰু মোকলৈ ছেখ আবুধাবীলৈ গৈছিল। আবুধাবী ইউ. এ. ইৰ. অন্তৰ্গত এখন আমীৰী ৰাজ্য। আগে নামহে শুনিছিলো, এইবাৰ ফুৰি আহিলোগৈ। মোৰ কথানো কি জনাম? সেই সংযুক্ত আৰব আমীৰী ৰাষ্ট্ৰৰ বিষয়ে যি জানিলো দেখিলো তাৰ কথাকে দুটামান তোমাক চিঠিৰেই জনালো। মই যদি সাহিত্য লিখিব পাৰিলোহেঁতেন, তোমাক বহুত কথা লিখি জনাব পাৰিলোহেঁতেন। তুমি আকৌ এতিয়া কলেজত পঢ়িছা—তাত ভাল ভাল সাহিত্যও নিশ্চয় পঢ়িছা কিজানি। মোৰ লিখাত সোৱাদ নেপাবা। পিছে নিজৰ কথা লিখিব লগীয়া নাই কাৰণে, অন্য কথাৰেই চিঠিখন দীঘলীয়া কৰিব খুজিছো। চিঠি চমু হোৱাৰ কাৰণে যিমান বেয়া পাইছা, দীঘলীয়া হোৱাৰ কাৰণে যে তাতকৈ বেছি বেয়া পাবা, তাত অকণো সন্দেহ নাই। তথাপি তোমাৰ পঢ়াৰ মাজতে সময় উলিয়াই কথাখিনি পঢ়িবা বুলি আশা কৰিলো।

ইউ. এ. ই. বা সংযুক্ত আৰব আমীৰ ৰাষ্ট্ৰ বা আমীৰছাহী দেশখন গঠিত হৈছে।

আবুধাবী, দুবাই, ছাৰজা, আজমা, উম্মুল কোৱেইন, ৰাছুল, খায়মা আৰু আল- ফুৰেইৰা নামৰ ৰাজ্যকেইখন লৈ। ৰাজ্যবোৰ সৰু সৰু, কিন্তু আজিকালি বৰ ধনী আৰু সমৃদ্ধ হৈছে। উনবিংশ শতিকাৰ আৰম্ভণীতে বনুফলাছা-নামৰ কিছুমান উপজাতি গোষ্ঠীৰ মানুহ মূল আৰব ভূখণ্ডৰ পৰা কিছুদূৰ আঁতৰি আহি আৰব সাগৰৰ উপকূল অঞ্চলৰ মৰুভূমিত বসবাস কৰিবলৈ লৈছিল। প্ৰতিটো গোষ্ঠীৰ পৰিয়ালৰ নেতাবোৰে য'তে যেনেকৈ পাৰে মাটি ভগাই লৈ একোখন সৰু জমীদাৰীৰ অধিপতি হৈ বহিছিল। পিছলৈ ক্ৰমে এই সৰু সৰু ক্ষুদ্ৰ জমীদাৰী বোৰেই একোখন ৰাজ্য বা ৰাষ্ট্ৰৰ ৰূপ ধাৰণ কৰে। দুবাই, আবুধাবী, ছাৰজা আদি ৰাষ্ট্ৰৰ এনেকৈয়ে উদ্ভৱ হ'ল। এই ৰাষ্ট্ৰবোৰৰ খেতি-বাতিৰ পৰা আয় উপাৰ্জন বৰ বেছি নহৈছিল। সমুদ্ৰত ডকাইতি কৰাটো বহুতে জীৱন-নিৰ্বাহৰ উপায় কৰি লৈছিল। সেই পিনেদি সমুদ্ৰৰ ওপৰেদি বৃটিছ বেপাৰীৰ মালবাহী জাহাজ অহা-যোৱা কৰিছিল আৰু ইয়াৰে কিছুমান জাহাজৰ ওপৰত চলিছিল জলদস্যুহঁতৰ ডকাইতি। বৃটিছৰ সাম্ৰাজ্যবাদী ব্যৱসায় বাণিজ্য আৰু বেপাৰী জাহাজবোৰক নিৰাপদ আৰু বিপদমুক্ত কৰিবৰ কাৰণে বহুত টকা-পইচা দি বৃটিছ ব্যৱসায়ীবোৰে আৰবৰ এই জলদস্যুবোৰৰ লগত এক প্ৰকাৰৰ অনাক্ৰমণ চুক্তি কৰিব লগীয়া হৈছিল। এনেকৈ টকা পাই আৰব জলদস্যু বিলাকে বৃটিছৰ বেপাৰী জাহাজবোৰক নিৰ্বিঘ্নে অহা-যোৱা কৰিবলৈ এৰি দিয়ে। এনেদৰে বৃটিছ বেপাৰী-হঁতে আৰব দস্যুবোৰৰ লগত ১৮২০, ১৮৫৩ আৰু ১৮৯২ চনত কেইবাখনো চুক্তি কৰে। তেতিয়া এই ৰাষ্ট্ৰবোৰক আক্ৰমণ নকৰিবৰ কাৰণে চুক্তিবদ্ধ হোৱা ৰাষ্ট্ৰ বা ট্ৰাচিয়াল ষ্টেটছ বুলি চিনাক্ত আৰু গণ্য কৰা হৈছিল। প্ৰায় ডেৰশ বছৰমান কাল, ১৯৬৫ চন মানলৈকে এই অঞ্চলটোৰ বাসীন্দা সকল অতি অনুন্নত আৰু পিছপৰা আছিল। মানুহবোৰ আছিল অতিপাত দুখীয়া। ভাৰতৰ চম্বলৰ ডকাইতবোৰৰ নিচিনাকৈ সামান্য খেতিবাতি আৰু সুবিধা পালেই ডকাইতি কৰাই আছিল বৃত্তি বা পেছা। যোৱা শতিকাত আৰু এই শতিকাৰ মাজ ভাগলৈকে প্ৰাচীন কালৰ নিচিনাকৈ ইয়াত মানুহ কিনা-বেচা বা ক্ৰীতদাস প্ৰথাও চলি আছিল।

হঠাৎ অভাৱনীয় আৰু অপ্ৰত্যাশিতভাৱে এই ভূখণ্ডৰ প্ৰতি বসুমতী প্ৰসন্ন হ'ল। নতুন ভাগ্যৰবিৰ উদয় হ'ল, ইতিহাসৰ এক নতুন অধ্যায়ৰ প্ৰথম পৃষ্ঠা, মুকলি হ'ল, আৱিষ্কাৰ হ'ল, যে এই ভূ-খণ্ডৰ তলত শুই আছে খাৰুৱা তেলৰ বিস্তৃত সমুদ্ৰ। আছে পেট্ৰলিয়াম আৰু গেছ। অনুসন্ধান আৰু ড্ৰিলিং আৰম্ভ হ'ল। দাৰিদ্ৰ্যত পোত গৈ থকা শ শ বছৰৰ দুৰ্দশাৰ অন্ত পৰিল। এই সাতখন ক্ষুদ্ৰ আৰব দেশৰ সৰু জমীদাৰ আমীৰ বা ছেখসকল হঠাৎ অজস্ৰ ধনৰ মালিক হৈ পৰিল। পট পৰিৱৰ্তন হ'বলৈ বৰ সৰহ দিন নেলাগিল। সেই পিনেদি আগৰ দৰে বৃটিছৰ বেপাৰী জাহাজৰ অহা-যোৱা বন্ধ হৈ গ'ল। গঠিত হ'ল এক সংযুক্ত আমীৰ ৰাষ্ট্ৰ, ১৯৭১ চনত চিনাক্ত কৰা হ'ল ইউ. এ. ই. নামেৰে। এখন নতুন

সম্মিলিত আমীৰী ষ্টেটচেন। খাৰুৱা তেলৰ বিনিময়ত এই নতুন আমীৰী ৰাষ্ট্ৰলৈ আহিব ধৰিলে কোটি কোটি বিদেশী মুদ্ৰা—ডলাৰ। আগৰ দৰিদ্ৰ দেশবোৰ মই দেখা নাছিলো। এতিয়া ইয়ালৈ আহি দেখি অবাক হৈছো। নতুন নতুন নগৰ-চহৰ, এয়াৰপ'ৰ্ট, হোটেল, ৰেষ্টোৰা, নতুন বন্দৰ, নতুন দামী যান-বাহনৰ অন্তহীন ব্যস্ততা। আৰম্ভ হৈছে বিনা আয়াসত পোৱা ধনৰ গৰাকী আমীৰ সকলৰ কল্পনাও কৰিব নোৱাৰা বিলাসী জীৱনযাত্ৰা। নাইট ক্লাব, বাৰ আদিয়ে দিন-ৰাতি একাকাৰ কৰি পেলাইছে। ছাৰজাৰ আমীৰৰ আয় বোলে প্ৰতিমিনিটত কেইবালাখো ডলাৰ। অৱশ্যে এই সমৃদ্ধিৰ লগে লগে হেনো আৰম্ভ হৈছে ছেখ বা আমীৰ সকলৰ মাজত ৰাজনৈতিক স্বাৰ্থ আৰু শক্তিলৈ দ্বন্দ্ব-সংঘাত, হেতা-ওপৰা, অন্তৰ্কলহ আৰু দেখ দেখ বা গোপন বিৰোধ। অৰ্থই সকলো অনৰ্থৰ মূল। অৱশ্যে এতিয়াও আমীৰী কেখন এখন সম্মিলিত ৰাষ্ট্ৰ হৈয়ে আছে। এটা যুগো পাৰ হোৱা নাই। তেলো বহুত আছে। আগলৈ কি হয় কোনে জানে?

এইবোৰ কথা পিছে এদা বেপাৰীৰ জাহাজৰ খবৰ লোৱাৰ নিচিনা কথা—মোৰ কাৰণে নিজ চকুৰে যে ঠাইবোৰ দেখিবলৈ পাইছোহি তাকে ডাঙৰ ভাগ্যৰ কথা বুলি ধৰিছো।

চিঠিখন বহুত দীঘল হ'ল—সাতখন দেশৰ কথা চমু কেনেকৈ কৰিম? আজি-কালি এইফালৰ মানুহে কিজানি আৰু আৰব্য উপন্যাস নপঢ়ে। সেই উপন্যাসৰ আল্লাউদ্দিনৰ চাকিটো আৰু সেই বাধ্য জিনটো আৰবৰ মাটিৰ তলত শুই আছিল—এতিয়া বাহিৰ ওলাইছে খাৰুৱা তেল হৈ। এতিয়া আৰু আৰব দেশৰ ফালে অন্য জিন দেও বিচাৰিবৰ দৰকাৰ নাই।

সেইফালে ছদিন থাকি ঘূৰি আহিলো। তাত তোলা ফটোৰ এটা কপি ইয়াৰ লগতে পঠিয়াইছো। আৰবী পোছাকত থকাজন ছোৱালীজনীৰ—এৰা, আটায়েক নহয়—গৃহস্থ স্বামী। গাভৰুজনী ভাৰতৰ, তেওঁৰ চতুৰ্থ পত্নী। মোক বোধকৰো চিনিব পাৰিবা—কাষতে থিয় হৈ আছো।

মৰম লবা।

তোমাৰ

কামাল।

*　*　*　*　*

গুলেজাৰ চিঠিবোৰ পালে কামালে আমোদ পায়, ভাল পায়। তাই এতিয়া কলেজত পঢ়িছে যদিও ইব্ৰাহীম মাষ্টৰৰ ঘৰত স্বতন্ত্ৰবীয়া কৈ আছে। যদিও তাইৰ আগৰ ঠেহ, পেঁচবোৰ যোৱা নাই, তাৰ ওপৰত থকা তাইৰ মান-অভিমান আব্দাৰ বোৰ যোৱা নাই। বহুত দূৰত আছে যদিও, তাই কামাল এতিয়াও তাইৰ ওচৰতে থকা বুলিয়েই যেন ভাবি আছে। কেতিয়াবা টাউনত কমিউনিষ্ট ইব্ৰাহীম মাষ্টৰৰ কিতাপৰ দোকানত থাকি কলেজত পঢ়া গুলেজাৰজনীক একেবাৰে চাবৰ মন যায়

কামালৰ। কিন্তু গুচৰ বাট নহয়। অহা-যোৱা কৰাটো সহজ নহয়। আৰু তাৰ অন্য কাম আছে। গতিকে গুলেজাৰ চিঠিৰ উত্তৰত সি কেতিয়াবা দীঘলীয়া, কেতিয়াবা চমু চিঠি লিখে। জনাব পৰা আৰু জনাব লগীয়া বহুত কথা জনায়। কাৰোবাৰ কাৰোবাৰ কথা জানিবলৈ বিচাৰে, কাৰোবাৰ কাৰোবাৰ খবৰ সুধি পঠিয়ায়। কিন্তু এটা বিশেষ কথা চিঠিৰে লিখি গুলেজাক জনাবৰ কাৰণে এতিয়াও সি নিজক প্ৰস্তুত কৰিব পৰা নাই।

ইয়াৰ ভিতৰতে কামালহঁতে হজৰ সময়ত মক্কালৈ আহি হজো কৰি গ'লহি। সমগ্ৰ পৃথিবীৰ সকলো মহাদেশৰ, সকলো দেশৰ নানা বৰ্ণৰ, নানা ভাষাৰ নানা বয়সৰ প্ৰায় ২৫/২৬ লাখ মুছলমান মানুহ সেইবাৰ হজ কৰিবৰ কাৰণে মক্কাত সমবেত হৈছিলহি। সেই জনসমুদ্ৰৰ জোৱাৰত কামালক এক অবৰ্ণনীয় অভূত-পূৰ্ব, অনাস্বাদিত উত্তেজনা আৰু উন্মাদনাই এনেদৰে অভিভূত আৰু ব্যস্ত কৰি ৰাখিলে যে তাৰ নিজকে সেই জোৱাৰত হেৰুৱাই পেলোৱা যেন লাগিল তাৰ। সি পাহৰি গ'ল যে সি জীৱিকা আৰ্জনৰ কাৰণে আৰবলৈ যোৱা এটা সাধাৰণ আৰু নিৰ্বিশেষ শ্ৰমিক মাত্ৰ। তাৰ অনুভৱ হ'ল যেন এই লাখ-লাখ তীৰ্থযাত্ৰীৰ লগতে সিও এক পুণ্য আৰু পবিত্ৰ সত্যসন্ধানীৰ সমান আৰু সমকক্ষ পুণ্যাৰ্থী। এই সমগ্ৰ পৃথিবীৰ পৰা অহা বগা, ক'লা, হালধীয়া, তামবৰণীয়া পুৰুষ মহিলা সকলো একে ঠাইত গোট খাই, নিজ দেশ জাতি, ভাষা, কৃষ্টি, ৰাজনীতি, অৰ্থনীতিৰ কথা সম্পূৰ্ণ পাহৰি গৈ, একেটা ভাষাৰে, একেটা গভীৰ প্ৰাৰ্থনাৰ ভাষাৰে থিয় হৈ, কুঁজা হৈ, মাটিত আঠুলৈ, সাষ্টাঙ্গে মাটিত মূৰ থৈ চিজদাত, সেৱাত নিজকে অনন্তজনৰ কাষত সৰ্বতোভাৱে সমৰ্পণ কৰি আত্মহাৰা হোৱাৰ মুহূৰ্তৰ পবিত্ৰ পুলকে যেন তাক দিলে এক নবজন্মৰ আস্বাদ। ধৰ্মৰ কথা সি বৰ বেছি নেজানে। ধৰ্মৰ তত্ত্বদৰ্শনো সি বুজি নেপায়। মই এটা ধাৰ্মিক মানুহ নহয়—সি বিনা সংকোচে নিজকে ক'য়। সেইবাবে তাৰ বৰ আক্ষেপ, অনুশোচনাও নাই। জানিশুনি মই আজিলৈকে কোনো বেয়া কাম কৰা নাই, কোনো মানুহৰে অপকাৰ কৰা নাই। সেইয়া নামাজ, ৰোজাৰ নিচিনা ধৰ্ম নহ'ব পাৰে। কিন্তু মোৰ নিচিনা সাধাৰণ মানুহ এটাই আৰুনো কি কৰিব পাৰো? কামেৰে নকৰিলেও ভাবেৰেই জানো বেয়া কাম নকৰাকৈ আছো? গুণাহ, পাপ নকৰাকৈ আছো? জীৱনত এবাৰ হজ কৰিলেই, মক্কাৰ আল্লাৰ ঘৰত 'বয়তোল্লাত' দুই ৰাকাত নামাজ পঢ়ায়েই জানো সকলো দোষ, সকলো গুণাহ, সকলো পাপ ধুই-মচি নিকা কৰি পেলাব? আৰু হজ কৰাৰ পিছত সৌভাগ্যৰ ফলত হাজী হোৱাৰ পিছত আৰু কোনো অধৰ্ম নকৰিম বুলি, বেয়া কাম নকৰিম বুলি প্ৰতিজ্ঞা কৰিলেও, সেই প্ৰতিজ্ঞা ৰক্ষা কৰিব পাৰিম জানো? মই জানো, মই কিমান দুৰ্বল!

তথাপি হজ কৰি উঠাৰ পিছত কামালৰ নিজকে এটা নতুন মানুহ যেন লাগিল। সি যেন এখন পুৰণি জগত এৰি এখন নতুন জগতত প্ৰবেশ কৰিছে। তাৰ দেহাত

ইমদৰে এক নতুন শক্তি পোৱা যেন লাগিল, তেনেকৈ তাৰ মনৰ মাজতো এক আগে অনুভৱ নকৰা শক্তি লাভ কৰা যেন লাগিল।

তাৰ মনত লাগিল যেন গোঁহাই ছাৰক বা গুলেজাক বা ইব্ৰাহীম ছাৰক ক'ম ক'ম বুলি, জনাম জনাম বুলি উচ্পিচাই থকা কথাটো কৈ দিব পৰাৰ জোখাৰে মনৰ বল সি আহৰণ কৰিব পাৰিছে। আৰু এই জটিল সমস্যাটো সমাধান কৰিবৰ কাৰণে এটা স্থিৰ সিদ্ধান্ত ল'বৰ কাৰণেও যেন এতিয়া তাৰ হোঁহকা-পিচলা নকৰিলে চলিব।

এই নতুন উপলব্ধিয়ে কামালৰ দুশ্চিন্তাগ্ৰস্ত মনটোক ফৰকাল কৰি তুলিলে। 'আৰু বৈ নেথাকো। যিটো উচিত, তাকেই মই কৰিম, নিৰ্ভীকভাৱে, নিঃস্বাৰ্থভাৱে কৰিম। কিছুমান চহকী মানুহ কিমান দুখীয়া আৰু কিছুমান দুখীয়া মানুহ কিমান চহকী। মই সেই দুখীয়া চহকী মানুহটো হ'ম—ধনৰ দুখীয়া কিন্তু মনৰ চহকী মানুহটো হ'ম। কোনোবাই যদি মোৰ পৰা কিবা সহায় বিচাৰে ধনৰ নহয়, মনৰ সহায়, মই দুয়ো হাতে সহায় আগবঢ়াম। তাকে যদি কৰিব নোৱাৰো, মই এটা কাপুৰুষ! মোক, মোৰ উদ্দেশ্যক নবুজা, বুজিব নোৱাৰা মানুহে মোৰ কাৰ্যক সন্দেহ কৰিব, সমালোচনা কৰিব, হয়তো দোষাৰোপো কৰিব, কোনোৱে হয়তো গৰিহণাও দিব। দিয়ক, মই কাৰো ওচৰত জবাব-দিহি কৰিবলৈ নেযাওঁ। মোৰ কৰ্মপন্থা মই নিজে নিৰ্ণয় কৰিম। মোৰ সিদ্ধান্ত মই নিজে ল'ম।

এনেদৰে ভাবিব পৰা হোৱাৰ কাৰণে কামালৰ এখন ৰণত, নৌ-কৰোতেই জয়ী হোৱা যেন লাগিল।

ইয়াৰ মাজতে কামালে গোঁহাই ছাৰৰ পৰা এখন কিছু দীঘলীয়া চিঠি পালে। ভয়ে ভয়ে সি চিঠিখন খুলিলে। সিও দুখনমান দীঘলীয়া চিঠি গোঁহাই ছাৰলৈ দিছিল। কিন্তু তাৰ উত্তৰত পাইছিল গোঁহাই ছাৰৰ চমু কেইশাৰীমান লিখা, আজি চিঠিখন পাই সেয়ে সি নৌ পঢ়োতেই কিছু বিব্ৰত হোৱা যেন পালে। চিঠি-খনত ক'ৰবাত ঘটা কিবা অঘটনৰ কথা নাইতো? কেইদিনমান গুলেজাৰ চিঠিও সি পোৱা নাই। জানোচা তাইৰে কিবা এটা হৈছে।

অলপ পৰ হাতত লৈ থাকি সি চিঠিখন লাহে লাহে খুলিলে।

এইয়া কণক গোঁহাই ছাৰৰ নিজ হাতৰ চিনাকি আখৰ। পৰিস্কাৰ লিখা, পোন পোন শাৰী, গোট গোট আখৰ। মোৰ আগৰখন চিঠিত থকা আখৰ জোটনিৰ ভুল, বাক্য-গাঁথনিৰ আসোঁৱাহ বা মই লিখা কথাৰ কিবা আপত্তিজনক বা দোষজনক কথাত খং কৰি ইমান বোৰ কথা লিখিছেনেকি গোঁহাই ছাৰে?

কোঠাটোত কোনো নাই, কামাল অকলে আছে। এই সময়ত আগে জাননী নিদিয়াকৈ কোনো সোমাই নাহে তাৰ কোঠালৈ। এইটো হেখৰ কৰ্মচাৰীবোৰ থকা বাহিৰা ঘৰ। সেইয়া কিছু আঁতৰতহে হেখৰ অট্টালিকা। তাতেই থাকে

ছেখৰ প্ৰথমে বিয়া কৰোৱা আৰৱী পত্নীগৰাকী। তাৰ সিফালে সিটো ঘৰত থাকে জৰ্দানৰ পৰা বিয়া কৰোৱা দ্বিতীয় গৰাকী পত্নী। পাকিস্তানৰ পৰা বিয়া কৰোৱা তৃতীয় গৰাকী পত্নী এইখন চহৰত নেথাকে, ইয়াৰ পৰা কেইবা কিলোমিটাৰমো দূৰৈৰ, তেওঁৰ কাৰণে ছেখে সজাই দিয়া নিজৰ ঘৰটোত থাকে। কামাল থকা ঘৰটোৰ পৰা অলপ আঁতৰতে সৌ সৰু ধুনীয়া ঘৰটোত থাকে হায়দৰাবাদৰ পৰা বিয়া কৰোৱা ছেখৰ চতুৰ্থ পত্নী। তেওঁৰ নাম নাজিয়া। এতিয়া ৰাতি। তেওঁ নিশ্চয় এই সময়ত কামালক মাতি নপঠিয়ায়। তথাপি কামালে তাৰ কোঠালিটোৰ দুৱাৰখন বন্ধ কৰি ললে আৰু পঢ়িবৰ কাৰণে গোঁহাই ছাৰৰ চিঠিখন লাইটৰ পোহৰত চকুৰ আগত মেলি ললে :—

মৰমৰ কামাল,

মোৰ আশীৰ্বাদ জানিবা। তোমাৰ শেহতীয়া চিঠিখন যথা সময়ত পালো। মইহে যথাসময়ত উত্তৰ দিব নোৱাৰিলো। কেইদিনমান মই ঘৰত নাছিলো।

তোমাৰ চিঠিখন পাই আনন্দ পালো। তোমালোক তালৈ গৈ যে চকুকাণ মুদি ধন ঘটাতে লাগি থকা নাই, চকুমেলি চাবলগীয়া চহৰ-নগৰ, মানুহ, দুনুহ, চাইছা আৰু আৰৱৰ আওভাও বুজিবৰ যত্ন কৰিছা সেই কথা জানি মই ভাল পাইছো।

পৃথিৱীত দুখীয়া মানুহ আজিও আছে। এটা দুটা নহয়, এহেজাৰ দুহেজাৰ নহয়, একলাখ দুই লাখ নহয়, কোটি কোটি দুখীয়া মানুহ আজিৰ পৃথিৱীখনতো আছে। আজিৰ আৰৱৰ নিচিনা ধনী দেশতো দুখীয়া মানুহ নাইকিয়া হৈ যোৱা নাই। ধনী মানুহ যেতিয়ালৈকে থাকে, তেতিয়ালৈকে দুখীয়া মানুহো থাকিব। দুখীয়াক দুখীয়া কৰি ৰাখিহে ধনীবোৰ ধনী হ'ব পাৰে।

তোমাৰ চিঠিপঢ়ি বুজিলো, তুমি নিজ চকুৰেই দেখিছা কোনো মানুহ হঠাৎ বহুত ধন-সোণ, টকা-পইচাৰ মালিক হৈ পাৰিলে, কি হয়। এটা কথা মনত ৰাখিবা, আজি যোলশ বছৰ ধৰি সমগ্ৰ পৃথিৱীৰ মুছলমান মানুহবিলাক মক্কাত হজ কৰিবলৈ গৈ আছে—বছৰৰ পিছত বছৰ ধৰি। এনে তীৰ্থযাত্ৰীৰ সৰহ ভাগেই দুখীয়া মানুহ। তেওঁলোক আৰৱলৈ যায় সেইখন এখন ধন সোণেৰে উপচি থকা ধনী দেশ বুলি নহয়, ধন-সোণ গোটাবৰ কাৰণে নহয়। ধনী দুখীয়া নিৰ্বিশেষে এই মানুহবোৰ মক্কালৈ যায়—হজ কৰিবৰ কাৰণে, তীৰ্থ কৰিবৰ কাৰণে, পুণ্য আৰ্জিবৰ কাৰণে। আৰৱ যেতিয়া এখন তেনেই দুখীয়া দেশ আছিল, তেতিয়াও গৈছিল ; আৰু এতিয়া যেতিয়া পেট্ৰ'ডলাৰে আৰৱক এখন বৰ ধনী দেশ কৰি তুলিছে—তেতিয়াও।

আজিকালিৰ হজযাত্ৰীসকল মক্কালৈ যায় আৰৱ এখন ধনী দেশ বুলি নহয়, আৰৱত মক্কা আছে বুলিহে। কেতিয়াবা যদি আৰৱৰ তেলৰ সাগৰ শুকাই যায়, আৰৱৰ আজিৰ নিচিনা ধন সোণ, ঐশ্বৰ্য" সম্পদ নোহোৱা হৈ যায়, আৰৱ যদি

কেতিয়াবা আকৌ আগৰ কালৰ নিচিনা এখন গৰীব দেশ হৈ পৰে, তেতিয়াও পৃথিৱীৰ মুছলমান মানুহ বিলাক আগৰ কালৰ নিচিনাকৈয়ে, আজিকালিৰ নিচিনাকৈয়ে মক্কালৈ গৈ থাকিব। আৰবৰ মূল্য, আৰবৰ আকৰ্ষণ এখন সমৃদ্ধিশালী, ধনী দেশ বুলি নহয়। আৰবৰ মূল্য, আৰবৰ আকৰ্ষণ--তাত তীৰ্থক্ষেত্ৰ মক্কা আছে বুলি, মক্কা হজৰত মোহম্মদৰ জন্ম ঠাই বুলি, কৰ্মক্ষেত্ৰ বুলি, ইছলাম নামৰ এটা ধৰ্মৰ, এটা নতুন সভ্যতাৰ, এটা নতুন সংস্কৃতিৰ উৎপত্তিৰ কেন্দ্ৰস্থল বুলি। যদি কেতিয়াবা আৰবখন এখন দুখীয়া দেশ হৈ যায়, তেতিয়া আজিৰ ধন-সোণ বুটলিবলৈ তালৈ যোৱা, মানুহবোৰ নোযোৱা হ'ব। কিন্তু তেতিয়াও মক্কা তীৰ্থক্ষেত্ৰক এবাৰ দৰ্শন কৰিবৰ কাৰণে আজিৰ নিচিনাকৈয়ে পুণ্যাৰ্থী সকল গৈ থাকিব। কেতিয়াবা প্ৰাকৃতিক বা অন্য কোনো দুৰ্যোগৰ কাৰণে, ইব্ৰাহীমে হাজাৰ হাজাৰ বছৰ আগেয়ে সজোৱা, হজৰত মোহম্মদ ইছলামৰ আধাৰ কৰি নতুনকৈ নিৰ্মাণ কৰা মক্কাৰ মছজিদ যদি ভাগি থহি যায়, তেতিয়াও পৃথিৱীৰ মুছলমান মানুহবিলাক মক্কালৈ গৈ থাকিব। আল্লাৰ ঘৰৰ ভেটিৰ ধূলি-বালিখিনিকে চালাম জনাবৰ কাৰণে, হজৰত মোহম্মদৰ পদধূলি পৰা আৰৱৰ মাটি-বালিক চালাম জনাবৰ কাৰণে।

তোমালোক যিখন আৰবলৈ, যিখন মক্কালৈ, যি উদ্দেশ্যে গৈ আছাগৈ—সেইখন এখন নতুন মক্কা, এখন বেলেগ মক্কা। সেইখন পেট্ৰল, সোণ, হীৰা, ইউৰেনিয়ামৰ, পেট্ৰ'ডলাৰৰ মক্কা। এইখন মক্কা আৰু পৃথিৱীৰ অন্য এখন ধনী চহৰৰ মাজত কোনো পাৰ্থক্য নাই। কোনো তীৰ্থক্ষেত্ৰলৈ গৈ দুখীয়াবো দুখীয়াজনো হৃদয়ৰ সম্পদেৰে, আধ্যাত্মিক, ঐশ্বৰ্যৰে ঐশ্বৰ্যবান হৈ আহে। ধনী দেশলৈ গৈ ধনহে বুটলি বিচাৰি আনিব পাৰে, হৃদয়-মনৰ সম্পদ বিচাৰি নেপাবও পাৰে।

কথাখিনি তোমালৈ এই কাৰণেই লিখিছো—এটা কথা মনত ৰাখিবা—ঘৰ-বাৰী আপোন পৰিয়াল সকলোকে এৰি যিখন আৰবলৈ তোমালোক ধন ঘটিবলৈ গৈছা সেইখন আৰবৰ বুকুতে মক্কাতীৰ্থ আছে। পৃথিৱীৰ সকলো দেশৰ সকলো মুছলমানৰ যুগ যুগৰ সপোনৰ বয়তোল্লাহ আছে। সেইখন মক্কা আৰু পেট্ৰ'ডলাৰৰ ধনেৰে উপচি থকা আনখন মক্কা একেখন নহয়। আজিৰ জ্ঞান-বিজ্ঞানে যি নতুন জীৱনাদৰ্শ আৰু যি নতুন প্ৰমূল্য জনপ্ৰিয় কৰি তুলিছে, সি মিলনতকৈ সংঘৰ্ষ-সংঘাত, ত্যাগতকৈ স্বাৰ্থ, শান্তিতকৈ বিৰোধ আৰু অশান্তিহে বঢ়াই তুলিছে। পাৰস্যৰ কোনোবা এজন চুফী কবিয়ে হেনো দুশাৰী কবিতা লিখিছিল :

'একেখন ফটা কম্বলৰ তলতে
দহোটা দুঃখীয়া ফকীৰ
শান্তিৰে টোপনি যায়।
কিন্তু এখন বিশাল দেশেও,
এখন বিশাল সাম্ৰাজ্যয়ো
দুজন ৰজাক ধাৰিকবলৈ নোজোৰে।'

অর্থাৎ এখন দেশত দুজন ৰজা থাকিব নোৱাৰে

কোনোবাই হেনো ইয়াৰ দাৰ্শনিক ব্যাখ্যা দিয়ে এনে ধৰণে ঃ—

মানুহৰ গাৰ ছালখনৰ তলতে হাত, ভৰি আদি দহোটা অঙ্গ-প্ৰত্যঙ্গ নিৰ্বিবাদে, শান্তিৰে থাকিব পাৰে। কিন্তু মানুহৰ আত্মা আৰু অহংকাৰ বা অহংভাব একেখন বুকুৰ মাজতে একেলগে থাকিব নোৱাৰে।

কালে কালে, যুগে যুগে পৃথিৱীৰ দুখীয়া-দৰিদ্ৰ মানুহবোৰে শান্তিৰে বসবাস কৰি আহিছে। যত বিৰোধ বিবাদ ধনী বিলাকৰ মাজতেই। মই নকও যে শান্তিৰে থাকিব লাগিলে মানুহবোৰ দুখীয়া হৈ থাকিব লাগিব, মানুহ ধনী হওক, চহকী হওক, জ্ঞান বিজ্ঞানৰ সহায়ত মানুহ সুখ সমৃদ্ধি আৰু আৰামত থাকক—কিন্তু এটা নতুন বিশ্বদৰ্শন উলিয়াওক, এটা নতুন নীতি উলিয়াওক, যাৰ দ্বাৰা দুখীয়া বিলাকৰ নিচিনাকৈ পৃথিৱীৰ ধনী মানুহবিলাকেও মিলেৰে, শান্তিৰে, বিৰোধ-বিবাদ নোহোৱাকৈ ভয় আৰু অবিশ্বাসৰ পৰা মুক্ত হৈ একেটা পৰিয়ালৰ আপোন ভাই-ককাই যেন হৈ থাকিবলৈ শিকিব, থাকিব পাৰিব। এনে এটা বিশ্বজনীন বাতাবৰণ প্ৰতিষ্ঠা কৰিবৰ কাৰণে পৃথিৱীৰ প্ৰতিটো ধৰ্মই প্ৰেম আৰু শান্তিৰ, ত্যাগ আৰু সহিষ্ণুতাৰ, সাহস আৰু মানৱতাৰ উদাৰ আদৰ্শক জীৱনৰ চালিকাশক্তি কৰি গঢ়ি তুলিবলৈ আহ্বান জনাইছিল। আজিকালি বিশ্বশান্তি প্ৰতিষ্ঠাৰ কাৰণে নিউ ইকনমিক ডিচিপ্লিনৰ কথা কয়।

সমস্যা হৈছে বিশ্বশান্তি বেংকে আনিব, নে মন্দিৰ মছজিদ-গীৰ্জাই আনিব? মানুহৰ জীৱনক মূল্য দিবলৈ নিশিকিলে, মানুহৰ জীৱনক শ্ৰদ্ধা কৰিবলৈ নিশিকিলে, মানুহৰ পৃথিৱীখনৰ মানুহৰ পৃথিৱী কৰি ৰাখিব পৰা নেযাব।

এইবোৰ কথা হয়তো তোমালোকে এতিয়াই ভালকৈ বুজিব নোৱাৰিবা। লিখিছো এই কাৰণেই যে তোমালোকে পুৰণি মক্কা আৰু নতুন মক্কা দুয়োখন দেখা পাইছা। পুৰণি মক্কাৰ ভেটিটেতে নতুন মক্কাৰ নতুন অট্টালিকা গঢ়ি উঠা তোমালোকে দেখিছা। হজ কৰিবলৈ যাওঁতে গোটেই পৃথিৱীৰ পৰা অহা পঁচিশ লাখ মানুহৰ মুখৰ আৰু মনৰ একেটা প্ৰাৰ্থনা শুনিলা আৰু তাত তোমালোকেও যোগ দিলা। পুৰণি মক্কাই একতাৰ বান্ধোনেৰে সকলোকে বান্ধে, সকলোকে এক কৰে।

আৰু নতুন মক্কাত গোট খোৱা গোটেই পৃথিৱীৰ বিভিন্ন মানুহৰ প্ৰত্যেককে প্ৰাৰ্থনা সুকীয়া, প্ৰত্যেকৰে স্বপ্ন সুকীয়া, প্ৰত্যেকৰে স্বাৰ্থ সুকীয়া। কোনোৱেই নিজৰ স্বাৰ্থৰ, সীমাৰ বাহিৰলৈ গৈ এখন সাৰ্বজনীন সমাজ গঢ়ি তোলাৰ কথা চিন্তা নকৰে। অন্যৰ যি নহওক, নিজৰ অভীষ্ট সিদ্ধি হলেই তেওঁলোকৰ আৰু ভাবিবলগীয়া একো নোহোৱা হয়। মানুহৰ শান্তি, একতা, আৰু প্ৰেমৰ সমাজখন ৰজা-মহাৰজা আৰু পলিটিচিয়ানে ৰচনা কৰিব নোৱাৰে, পৃথিৱীৰ সৰু সৰু মানুহ-বোৰেহে পাৰে।

টকা-পইচা আৰ্জন কৰিবলৈ এৰি, নিজৰ ঘৰলৈ, নিজৰ দেশলৈ ঘূৰি আহিবলৈ

মই তোমাক কোৱা নাই। পবিত্র ঠাইলৈ গৈ, মানুহক প্ৰকৃততে কিহে ধনী কৰে, কিহে সুখী কৰে, কিহে জয়ী কৰে, সেই কথা বুজিবলৈ আৰু শিকিবলৈ যাতে যত্ন কৰা, তাৰ কাৰণেহে ইমানখিনি কথা লিখিলো। এইবোৰ কথা লিখাৰ কাৰণে আমনি নেপাবা।

গুলেজা ভালে আছে।

তাইক কি কম মই থিৰাং কৰিব পৰা নাই। বাট চাবলৈ কম নে, অন্য সিদ্ধান্ত কৰিবলৈ কম? কলেজত পঢ়ি এটা ডিগ্ৰী লোৱাটোৱেইতো এজনী ছোৱালীৰ কাৰণে শেষ কথা নহয়, আৰু বহু দিন অনিশ্চয়তাৰ ধুঁৱলী-কুঁৱলীৰ মাজত সোমাই থকাটোওতো বৰ সুখৰ কথা নহয়। মোলৈ লিখাৰ নিচিনাকৈ তাইলৈও এখন দীঘল চিঠি লিখিবলৈ সময় উলিয়াব নোৱাৰা জানো? তাই কলেজৰ বহুত শকত শকত কিতাপ পঢ়িব লাগে যদিও, তোমাৰ দীঘলীয়া চিঠি পঢ়িবলৈ তাই নিশ্চয় সময় উলিয়াব পাৰিব।

শেষ কৰিছো। মক্কাক কিহে মক্কা কৰি ৰাখিছে, এবাৰ চিন্তা কৰি চাবা। যি কাম উচিত বুলি ভাবা, তাক সমাপন কৰিবলৈ উচঁপিচাই থাকি সময় নষ্ট নকৰিবা। অনিশ্চয়তাই তোমাৰো অপকাৰ কৰিব পাৰে। আনবো ক্ষতি সাধন কৰিব পাৰে।

কাদিৰকো মোৰ চেনেহ জনাবা। তুমিও মোৰ মৰম আৰু আশীৰ্বাদ লবা।

আশাকৰোঁ কুশলে আছা।

তোমাৰ

গোঁহাই ছাৰ।

পুনঃ—আমাৰ ইয়াত শিৱৰাত্ৰিৰ দিনা শিৱদ'লৰ বাহিৰত বহা মেলাত প্লাষ্টিকৰ নটৰাজৰ পুতলা বেচাৰ দৰে, মক্কাতো বোলে হজৰ সময়ত বহা মেলাত জাপানী নে আমেৰিকান ভাল ভাল ৰেডিঅ' উলিয়ায়। পাৰিলে সৰু চাই মোলৈ টু-ইন ওৱান এটা লৈ আহিবাচোন। তাত মক্কাখন লাগি নাহে। মক্কাৰ বতাহ লগাৰ সোঁৱৰণি লাগি আহিব পাৰে। সময় পালে ইব্ৰাহীম আৰু তেওঁৰ ঘৰত থকা অন্যান্যয়ো ৰেডিঅ' শুনিবলৈ বেয়া নেপায়!

—গোঁহাই।"

গোঁহাই ছাৰে এইখন কি চিঠি লিখিছে মোলৈ? শালনী গাঁৱৰ কামালে ছাৰে লিখা এইবোৰ কথাৰ কি অৰ্থ বুজি পাব? মই আৰবতে থাকো বা ইংলণ্ডতে থাকো মই এটা সাধাৰণ মেহনতকাৰী শ্ৰমিক—এটা ভাত কাপোৰ আৰ্জন কৰি কোনোমতে অভাৱৰ কবলৰ পৰা নিজক আৰু পৰিয়ালক ৰক্ষা কৰিবৰ কাৰণে, যুঁজিবৰ কাৰণে ওলোৱা শ্ৰমজীৱী। মইতো কোনো বুদ্ধিমান, শিক্ষিত ৰাজদূত নহয়, ইনটেলেকচুৱেল, বুদ্ধিজীৱীনহয় আৰু ছাৰে কোৱা এই নতুন মক্কাখনত মই থকাৰনো হৈছে কিমানদিন? মই মাত্ৰ চকুৰে দেখিছো এখন নতুন দেশ; কেইখনমান নতুন আধুনিক চহৰ। লগ পাইছো জীৱন সংগ্ৰামত লাগি থকা নানা দেশৰ পৰা

অহা কিছুমান সদায়ব্যস্ত মানুহ। ভগা ভগা ইংৰাজী, ভগা ভগা উৰ্দু আৰু ভগা ভগা আৰবী ভাষাৰে কথা-বতৰা পাতি মই কিমানৰ মনৰ ভাব বুজিব পাৰিছো? মোক বা মোৰ সমস্যাকেই বা কিমানে বুজি পাইছে? মোৰ মনতো আছে নিজৰ দেশত, নিজৰ গাঁৱত, মানুহটো পৰি আছো ইয়াত। মোৰ মনৰ সংঘাত সমস্যাৰ কথা অইন কোনে বুজে, কোনে উপলব্ধি কৰে?

গোঁহাই ছাৰৰ চিঠিখন পাই কামালৰ এটা বুজিব নোৱাৰা কাৰণত আনন্দেৰে মনটো ভৰি উঠা যেন অনুভৱ হ'ল। ছাৰে অহাৰ দিনলৈকে ইটো-সিটো কথাৰে মোকতো গালিয়েই পাৰিলে। কিন্তু এই চিঠিখনৰ পৰা মনত লাগিছে যেন ছাৰে মোৰো কিবা মূল্য আছে বুলি ভাবে। জীৱিকাৰ কাৰণে কায়কষ্ট কৰি বিদেশত পৰি থকা এই সাধাৰণ মানুহটোৱেও যেন আমাৰ নিচিনা অন্য দুখীয়া মানুহৰ কাৰণে চিন্তা কৰিব পাৰে। কিবা অকণমান সহায় কৰি দিব পাৰে। ছাৰে লিখা সকলোবোৰ কথা মই বুজিব নোৱাৰো। কিন্তু পেট্ৰ'ডলাৰৰ বজাৰৰ মাজত হেৰাই নেযাবৰ কাৰণে সাৱধান কৰি দিবৰ কাৰণেই জানো এই দীঘলীয়া চিঠিখন মোলৈ লিখা নাই? এইখন চিঠিৰ কি উত্তৰ দিম মই? ছাৰে লিখা কথাবোৰৰ বিষয়ে মত-অভিমত জনাব পৰা, বিদ্যাবুদ্ধি, অভিজ্ঞতা মোৰ নাই। কিন্তু চিঠিখনে মোক এটা নতুন মনৰ বল দিছে। মই এখন চিঠি লিখিম—দীঘলীয়া চিঠি লিখিম। ছাৰলৈ নহয় গুলেজালৈ। খোলাখুলিকৈ লিখিম। গুলেজাই মোক বিশ্বাস নকৰাকৈ নেথাকে। গুলেজাই মোক ভুল নবুজে। চিঠিখন মই আজিয়েই লিখিম। মোৰ ভাষা ভুল হলে গুলেজাই খং নকৰে।

## চাৰি

মাজ ৰাতি।

চহৰখনৰ কোলাহল তেতিয়া যথেষ্ট কম হৈছে। অৱশ্যে ঘৰে-ঘৰে টি. ভি., ভি. চি. আৰ আৰু কেচেট প্লেয়াৰৰ বুকুৰ পৰা ওপচি অহা গীত বাদ্য আদিৰ এটা মিহলি কোলাহলৰ মৃদু ধ্বনি তেতিয়াও কেউকালে শুনা গৈছিল। কামালৰো মন গৈছিল ইউৰোপৰ কোনোবা এখন দেশৰ—পেৰিচ নে লণ্ডন—মাজৰাতিৰ কিবা নৃত্য বাদ্যৰ প্ৰগ্ৰেম এটা টি. ভি.ত চাবৰ কাৰণে। কোনোবা এটা চেনেলত সেই প্ৰগ্ৰেম ধৰিব পাৰি। আজিৰ মাজনিশাৰ প্ৰগ্ৰেমত ফ্ৰান্সৰ কোনোবা এজনী প্ৰখ্যাত নৰ্তকীৰ নাচ আছে। বহুতে সেই প্ৰগ্ৰেম চাবৰ কাৰণেই উদগ্ৰীৱ হৈ টি. ভি.ৰ কাষত বহি আছে।

কামালৰ দুৱাৰৰ কলিং বেলটো এটা মিঠা শব্দ কৰি বাজি উঠিল। কামাল

সামান্য উচপ্ খাই উঠিল। ইমান ৰাতি সাধাৰণতে অন্য কোনোৱে তাৰ কলিংবেল নবজায়, মাত্র—

সি দুৱাৰখন খুলিলে।

হয়, সি যি সন্দেহ কৰিছিল সেয়ে, এখন চিনাকি মুখ। এহাল চিনাকি চকু। এটা সেউজীয়া পেণ্ট আৰু এটা বগা চাৰ্ট পিন্ধা সেই আদহীয়া মানুহটো, আছৰফ।

গহীন মাতটোৰে আছৰফে সৰুকৈ ছালাম দিলে। "আচ্ছালামু আলাইকুম্।"

কামালেও একে ধৰণেই ছালামৰ জৱাব দিলে—"ৱ আলাইকুমচ্ছালাম।" তাৰপিছত উৰ্দুতে ক'লে, "ভিতৰলৈ সোমাই আহা।"

"আপুনি শুলে বুলি ভাবিছিলো, শোৱা নাছিল?"

"নাই শোৱা—" কামালৰ চমু উত্তৰ।

"আৰু কোনোবা আছেনেকি?"

"কোনো নাই, মই অকলে আছো। কোৱা কি হৈছে—?"

"আপোনাক অলপ মাতিছে।"

"কোনে?"

"বেগম চাহেবাই। নাজিয়াই—"

"ৰাতিটো বহুত হ'ল। ঘৰত অন্য কোনোবা আছেনেকি?" কামালে সুধিলে।

"অন্য কোনো নাই। আজি কেইবা দিনো ইয়ালৈ ক'ৰো কোনো অহা নাই। তেওঁ আছে আৰু মই আছো—"

"কিবা জৰুৰী কথা আছেনেকি?"

"সেই বুলিয়েইতো মোক ক'লে।" আছৰফে ক'লে।

কামালে অলপ চিন্তা কৰিলে। তাৰ পিছত ক'লে, "তুমি ব'লা। বেগম চাহেবাক কবা, অলপ পিছতে মই যাম।"

চালাম দি আছৰফ লাহে লাহে অলপ আঁতৰতে থকা ছেখৰ চতুৰ্থ পত্নী নাজিয়া বেগমৰ ধুনীয়া সৰু ঘৰটোৰ ফালে আগবাঢ়িল।

কামালৰ হাতৰ নতুনকৈ কিনা সৰু ঘড়ীটোত সময় কিমান হ'ল চালে। এক বাজি গ'ল।

মাজ ৰাতি।

কিন্তু ৰাতি হওঁক, দিন হওঁক, নাজিয়া বেগমে মাতিলে কামাল নগৈ নোৱাৰে। কামাল নাজিয়াৰ স্বামী ছেখৰ তলত কাম কৰা বন্দুৱা। ছেখৰ চাৰিজনী পত্নী। প্ৰত্যেকজনী নিজ নিজ ঘৰত সুকীয়া সুকীয়াকৈ থাকে। প্ৰত্যেকৰে নিজস্ব চাকৰ চাকৰণী আছে। গাড়ীৰ ড্ৰাইভাৰ আছে, দোকান-বজাৰ কৰা মানুহ আছে, কাৰবাৰ তদাৰক কৰা মানুহ আছে, বেংকত টকা জমা থোৱা আৰু বেংকৰ পৰা টকা অনা মানুহ আছে। যি জনী পত্নী যি দেশৰ, সেইজনীৰ লগত সেই দেশৰ পৰা

অন্য কর্মচাৰী, চাকৰ আদি ৰাখিছে। ছেখৰ ডাঙৰ দুজনী ঘৈণীয়েকৰ ল'ৰা-ছোৱালী আছে। ডাঙৰ জনীৰ ডাঙৰ ল'ৰাক ইংলেণ্ডত ৰাখি পঢ়াইছে। সৰুজনীৰ ল'ৰা-ছোৱালী নাই। আটাইতকৈ শেহতীয়া আৰু সৰু ঘৈণীয়েক নাজিয়া, ভাৰতৰ হায়দৰাবাদৰ ছোৱালী। গতিকে নাজিয়াৰ আজপৈচান ধৰিবৰ কাৰণে উৰ্দু, হিন্দী, ইংৰাজী জনা ভাৰতীয় মানুহ ৰাখিছে। এনে কৰিলে ছেখৰ পত্নীৰ কথা-বতৰা বুজাবলৈ, দোকান-পোহাৰ কৰাবলৈ আৰু চিঠিপত্ৰ লিখাবলৈ সুবিধা হয়।

ছেখৰ এই নুমলীয়া পত্নী নাজিয়াৰ লগত কামাল আছে আৰবলৈ অহাৰ পিছৰে পৰা। কাম বুলিবলৈ বিশেষ নাই। নাজিয়াৰ গাড়ীৰ নিজা ড্ৰাইভাৰ আছে। ভাত ৰান্ধনী আছে, আৰু ঘৰুৱা-পৰুৱা কাম কৰিবৰ কাৰণে বিবাহিত এহাল পুৰুষ তিৰোতা আছে—ভাৰতৰ পৰাই নিওৱা। নাজিয়াৰ কৰিব লগীয়া একো নাই। কেৱল ছেখৰ পত্নী হিচাপে ছেখে সজাই দিয়া ঘৰটোত থাকিব লাগে, খাব লাগে, শুব লাগে; গাড়ীৰে কেতিয়াবা ছেখৰ লগত, কেতিয়াবা অকলে ফুৰিবলৈ যাব লাগে, চিনেমা, টি. ভি. চাব লাগে। আৰু একো নাই, ছেখ মাজে মাজে আহি থাকেহি—এদিন বা দুদিন। বয়সস্থ মানুহ। ৭০ বছৰ পাৰ হৈছে। নাজিয়ে নেজানে আৰবী, ছেখে নেজানে উৰ্দু, ইংৰাজী—কেইটামান শব্দৰ বাহিৰে। নাজিয়াৰ কোনো সন্তান-সন্ততি নাই। শেষ নোহোৱা সময়, শেষ নোহোৱা আজৰি, অৱসৰ, শেষ নোহোৱা আৰাম আৰু শেষ নোহোৱা আমনি, অস্বস্তি, ৰ'ৰদম্। দিন নেযায়, ৰাতি নুপুৱায়—যেন এক বন্দিনী ৰাজকুমাৰী। সকলো কাম লগুৱা লিগিৰী, চাকৰ-চাকৰণীয়ে কৰে। নাজিয়াই নিজ হাতে কুটা এগছ দুডোখৰ কৰিব নেলাগে। এক জীয়ন্ত যন্ত্ৰণা, এক বন্দীত্ব—বুকুৰ মাজত ক্ষোভ আৰু প্ৰচণ্ড অভিযোগৰ জুই।

ছেখৰ মাহে কিমান আৰ্জন হয় নিজে ক'ব নোৱাৰে, বেঙ্কে জানে। তেওঁৰ আয়-ব্যয়ৰ হিচাপ ৰখা কৰ্মচাৰীয়ে জানে। ডলাৰ হওঁক, পাউণ্ড হওঁক, ৰিয়াল হওঁক—টকা হওঁক সেইবোৰৰ বুজ লবলৈ ছেখৰ সময় নাই। প্ৰত্যেকজনী ঘৈণীয়েককে ঘৰ, গাড়ী, কাপোৰ-কানি, টি. ভি., ৰেডিঅ' দিয়াৰ উপৰিও মাহে মাহে যিমান লাগে তাতকৈ বেছি টকা দিয়াতে ছেখৰ দায়িত্ব শেষ। বিশেষ মৰম যেনেকৈ কাকো নকৰে, তেনেকৈ এজনী ঘৈণীয়েককো বিশেষ মৰম নকৰে, কৰাৰ প্ৰয়োজন নহয়। নুমলীয়া বুলি আৰু নিঃসন্তান বুলি নাজিয়াক ছেখে কিছু বেছি মৰম কৰা যেন দেখুৱায়। কিন্তু ভাব-বিনিময়ৰ ডাঙৰ অন্তৰায় ভাষা। গতিকে ছেখৰ লগত থাকোতেই হওঁক বা অকলে থাকোতেই হওঁক, নাজিয়াৰ দিনৰাতি বিষন্ন নিৰৱতাৰ মাজেদি কাটি যায়।

কামালে আৰবী ক'ব নেজানে। কিন্তু ভুলে শুদ্ধেই উৰ্দু ক'ব পাৰে। মাদ্ৰাছাতে উৰ্দু সি পঢ়িছিল। তাৰ পিছত কলিকতা বোম্বাইলৈ 'আগৰ' 'আঁতৰ'ৰ ব্যৱসায় কৰিবলৈ আহি সি উৰ্দু কিছু বুজা হৈছিল আৰু ক'ব পৰাও হৈছিল।

যেতিয়া আৰবলৈ আহি তাৰ চাকৰি হ'ল ছেখৰ নম্মলীয়া পত্নীৰ চোৰাচিতা কৰা বজাৰ সমাৰ কৰা, ৰাতি ৰখীয়া কৰা ; প্ৰথমে কামাল হতভম্ব হৈ পৰিছিল। এইটো জানো তাৰ নিচিনা সক্ষম ডেকা এটাৰ উপযুক্ত চাকৰি ? নাজিয়াৰ স্বামী ছেখে অন্য বহুত ছেখে কৰাৰ দৰেই নিজে এজন ৰাজকুমাৰ বা প্ৰিন্স বুলি চিনাকি দি ভাল পায়। প্ৰমাণিত হওঁক বা নহওঁক, আৰবৰ ৰজাঘৰৰ বহু দূৰ সম্পৰ্কীয় লতা পতা বুলি যহাই ফুৰিব পাৰিলেও, এক শ্ৰেণীৰ, ধনী ছেখে থলুৱা মানুহৰ নহলেও অন্য দেশৰ পৰা যোৱা, আৰু আৰব দেশত থাকি জীবিকা আৰ্জন কৰা মানুহৰ পৰা শ্ৰদ্ধা-সম্মান নেপাই নেথাকে। সেই হিচাপে এজন প্ৰিন্স বা ৰাজ-কুমাৰ, বা ছেখৰ ঘৰুৱা কৰ্মচাৰী হিচাপে, এজন বিশ্বস্ত ভিতৰুৱা মানুহ হিচাপে কাম কৰিছো বুলি কৈ কামালে আনৰ পৰা কিছু মনোযোগ লাভ কৰিছিল। কিন্তু মনে মনে সি অকণো সন্তুষ্ট হ'ব পৰা নাছিল। সি কৰাটো অন্য একো চাকৰি নহয়, এজন ধনী মানুহৰ ঘৰৰ চাকৰৰ চাকৰি। অৱশ্যে এই কথাটো অন্যৰ কাৰণে সিমান চিন্তা কৰিব লগীয়া কথা নহয়। কি চাকৰি বা কি কাম কৰে তাতকৈ ডাঙৰ কথা কিমান টকা পায়। কামালে তাৰ কামৰ তুলনাত বহুত বেছি টকা পাইছে—মাহেকত প্ৰায় পাঁচ হেজাৰ টকা। তাৰ উপৰি আছে কাপোৰ-কানি বিশেষ বক্‌ছিছ্‌ আদি। ঘৰ ভাড়াও দিব নেলাগে। খোৱাটো অৱশ্যে নিজে ৰান্ধিবাঢ়ি খাব লাগে। যদিও ছেখ আহি ঘৰত থাকিলেহি যেতিয়া সাঙ্গোপাঙ্গ এদল লাগি আছে, তেতিয়া ভোজ চলি থাকে আৰু তেতিয়া ছেখৰ ঘৰৰ বনুৱা চাকৰ-কৰ্মচাৰী বিষয়া সকলোৰে খোৱা ছেখৰ ঘৰতে চলি থাকে।

কামালৰ কামকাজ, কথা-বতৰাত ছেখ সন্তুষ্ট, আৰু ছেখতকৈ বেছি সন্তুষ্ট ছেখৰ চাৰি নম্বৰ পত্নী নাজিয়া। বিশেষকৈ কামালৰ লগত উৰ্দু ভাষাৰে কথা-বতৰা পাতিব পৰাৰ কাৰণে আৰু কামালেও নাজিয়াক সন্তুষ্ট ৰাখিবৰ কাৰণে সকলো কাম বৰ পৰিপাটিকৈ আৰু মনোযোগেৰে কৰি দিয়াৰ কাৰণে নাজিয়া কামালক ওপৰত সন্তুষ্ট। কামাল নাজিয়াৰ অবাধ্য নহয়, অনুগত। আৰু নাজিয়ায়ো কামালক দোষ ধৰি, খুঁত ধৰি কোনো দিন ডাবি ধমকি নিদিয়ে আৰু দৰ্মহাখোৱা চাকৰ হিচাপে ব্যৱহাৰ নকৰি ঘৰুৱা আপোন মানুহ হিচাপেই ব্যৱহাৰ কৰে।

আৰু নাজিয়াই যেতিয়া জানিলে যে কামাল ভাৰতৰ ভিতৰতে অসমৰ এখন গাঁৱত এটা দুখীয়া কিন্তু ভাল পৰিয়ালৰ ল'ৰা আৰু তাৰ পঢ়াশুনাও আছে। আৰু সি 'আগৰ' 'আঁতৰৰ' কাৰবাৰো কৰিছিল, তেতিয়া নাজিয়াই তাক কিছু শ্ৰদ্ধা আৰু চেনেহৰ চকুৰে চাব ধৰিলে। আৰু নিজৰ ব্যক্তিগত কথাও তাৰ লগত আলচ কৰিবলৈও বেয়া নেপালে।

হায়দৰাবাদৰ ভিতৰুৱা গাঁৱৰ এটা অতি দুখীয়া কৃষক পৰিয়ালৰ পাঁচজনী ছোৱালীৰ ভিতৰৰ নাজিয়া তৃতীয়জনী ছোৱালী। নাজিয়াৰ মাক চুকাল। বাপেকৰ সামান্য খেতিৰ মাটি আছে। কিন্তু খেতি কৰি পৰিয়ালটো পুহিব

নোৱাৰে। সেই দেখি বাপেকে আনৰ ঘৰত কামলা কৰে, দিন হাজিৰা কৰে, নানা অভাৱ অনাটনৰ মাজেদি পৰিয়ালটো চলায়। যেনেতেনে ভাত মুঠিৰ যোগাৰ হলেও, কাপোৰ-কানি, বেমাৰ ঔষধ পাতি আদিৰ খৰছে কুলাব নোৱাৰে। ডাঙৰ ছোৱালীজনী গাঁৱৰে খেতিয়ক ল'ৰা এটালৈ বিয়া দিলে। দ্বিতীয়জনী ঘৰতে আছে, তাই বৰ বেছি কলী আৰু আগঢ়ী। সৰহীয়া দহেজ বা যৌতুক নিদিলে তাইক কোনেও বিয়া নকৰায়। যৌতুক দিবৰ কোনো উপায় বাপেকৰ নাই। গতিকে তাইক বিয়া দিব পৰা নাই।

নাজিয়া তৃতীয় ছোৱালী। লাহি গাৰ গঢ়ীত ছোৱালীজনী। নাকটো জোঙা, চকুহাল গাঢ় ক'লা ; গাৰ বৰণ মিঠা বৰণীয়া, বগা আৰু ৰঙাৰ মিহলি চেহেৰা। গাল দুখন পুৰঠ আৰু তেজাল। চুলি অন্য দক্ষিণ ভাৰতীয় ছোৱালীৰ নিচিনাই দীঘল, কিচ্ কিচ্ কৰে ক'লা আৰু কেঁকোৰা কেঁকুৰি। নাজিয়াৰ গা-গাঢ়ী আঁটিল আৰু শুৱনী। ওখও প্ৰায় চাৰে পাঁচফুট।

বাপেকৰ ঘৰত থাকোঁতে তায়ো নিজৰ আৰু অন্যৰ খেতি পথাৰত লাগি দিছিল। ঘৰুৱা ৰন্ধা-বঢ়া আদি কাঁমো কৰিছিল। বাপেকে তাইক আৰু অইন কেজনী ছোৱালীকো মক্তব এটাত আৰবী আৰু উৰ্দু পঢ়াইছিল। কিন্তু বেছি পঢ়াব নোৱাৰিলে। কোনোমতে কোৰাণ পঢ়িব পৰা, আৰু ডাঙৰ আখৰৰ উৰ্দু কিতাপ পঢ়িব পৰা হও'তেই পঢ়া এৰুৱাই দিলে আৰু নাজিয়া গাঁৱৰ অন্য ছোৱালীৰ দৰে ঘৰ পথাৰৰ কামত লাগিব লগীয়া হ'ল। তাই বৰ বেয়া নেপালে। সি'হতে সাধাৰণতে তেলেগু ভাষাৰে কথা কয়, মুছলমান পৰিয়ালবোৰে লগতে উৰ্দু'ও কয়। নাজিয়াই ইংৰাজী বৰ্ণমালাকেটা শিকিছিল। কিন্তু কোনো স্কুললৈ যাবলৈ সুবিধা পোৱা নাছিল। এনেই তাই বুদ্ধিমতী ছোৱালী আছিল, আৰু পৰিয়ালটো ধ্বংস হোৱাৰ পৰা ৰক্ষা পৰিবৰ কাৰণে কি কৰিব সেই বিষয়ে তাইৰ বয়সৰ ছোৱালী এজনীয়ে যি দৰে চিন্তা কৰিব পাৰে সেইদৰেই চিন্তা কৰিছিল।

আজি পাঁচ বছৰমানৰ আগতে কুৱেইটৰ এক ছেখ গৈ হায়দৰাবাদ চহৰৰ এটা দামী হোটেলত কেইদিনমান আছিলহি। আৰবী কুৱেইটৰ ছেখ মানেই ধন-সোণ, টকা-পইচা, দামী দামী কাপোৰ-কানি, আ-অলংকাৰ। নগৰৰ এক দালাল গৈ ঘৰতে নাজিয়াৰ বাপেকক লগ ধৰিলেগৈ আৰু এখন টেক্সীৰে আনি চহৰৰ ছেখ থকা হোটেল পোৱালেহি।

তাৰ দুদিনৰ পিছত তিনিখন গাড়ী গৈ নাজিয়াহঁতৰ ঘৰৰ আগত ৰ'লগৈ, গাড়ীৰ পৰা নমোৱা হ'ল দামী দামী শাড়ী আৰু কাপোৰ-কানি ভৰা নতুন নতুন বাকচ। ভি. আই. পি চুটকেচ্ এটা, নতুন ৰেডিঅ' এটা, টি. ভি আৰু এটা বহুত দামী অলংকাৰৰ বাকচত এবাকচ সোণ-ৰূপৰ অলঙ্কাৰ—বালা, চুড়ি, কাণফুল, হীৰা খটোৱা গলপতা আৰু ক'কালত পিন্ধা কৰধনী, আৰু নমোৱা হ'ল কেইবাটাও ডাঙৰ ডাঙৰ কাগজৰ বাকচত দামী দামী মিঠাই।

নাজিয়াৰ মাক নাই। গাঁৱৰ অন্যান্য তিৰোতা মানুহ আৰু জীয়াৰী-বোৱাৰী আহিল আৰু নাজিয়াক গা-পা ধুৱাই, নতুন কাপোৰ পিন্ধাই কইনা সজালে। পিন্ধা দূৰৰ কথা নাজিয়াই কোনো কালে তেনেকুৱা দামী শাড়ী, সোণৰ অলংকাৰ আদি চকুৱে পোৱা নাছিল। তাইৰ মুখখন ৰাঙলী হৈ উঠিল। আৰব দেশৰ ছেখে তাইক বিয়া কৰাবলৈ দৰা হৈ আহি চহৰৰ কোনোবা দামী হোটেলত আছেহি। এতিয়া তাইক কইনা সজাই মটৰত তুলি লৈ যাব। লগত যাব বাপেক আৰু অন্যান্য আপোন মানুহ আৰু গাঁৱৰে কিছু জীয়াৰী-বোৱাৰী। এই সুযোগতে সিহঁতে নিজাববৰ হায়দৰাবাদ চহৰখনো এবাৰ চাই আহিব আৰু সৌভাগ্যৱতী নাজিয়াৰ দৰাটোকো চাই আহিব।

নাজিয়াৰ সৌভাগ্য দেখি গাঁৱৰ অন্যান্য দুখীয়া মানুহৰ তাইৰ প্ৰতি ঈৰ্ষা উপজিছিল, যদিও, সেইভাব গোপনে ৰাখি সকলোৱে লাগি ভাগি ছেখৰ লগত নাজিয়াৰ বিয়াখন পাতি দিবলৈ খৰখেদা লগালে। কাৰোপৰা বাধা নাহিল। ইতিমধ্যে আৰু ভালেমান এনেকুৱা গাঁৱৰ দুখীয়া মুছলমানৰ ঘৰৰ ছোৱালী আৰবৰ ফালৰ ছেখে বিয়া কৰাই নিছে। এই ব্যৱস্থা কৰি দি কেইবাটাও দালাল হাজাৰ-হাজাৰ টকাৰ মালিক হৈছে ঃ তাৰে দুই এটাই গাড়ীও কিনিছে।

গা-ধুৱাওতে নাজিয়াই কন্দা নাছিল।

কাপোৰ পিন্ধাওতে নাজিয়াই কন্দা নাছিল।

আনকি ধৰি নি গাড়ীত তোলোতেও নাজিয়াই কন্দা নাছিল।

নাজিয়াই হুৰাওৰাৰে কান্দিলে তেতিয়া, যেতিয়া গাড়ীৰ চকা ঘূৰিল আৰু সিহঁত সিহঁতৰ জুপুৰী ঘৰটোৰ পদুলিমুখ এৰি আঁতৰি আহিল। হোটেল নোপোৱা পৰ্যন্ত তাই উচুপি উচুপি কান্দিয়েই থাকিল। অন্যেও নেকান্দি থাকিব নোৱাৰিলে।

হোটেলৰ এটা কোঠাত আছিল দৰা। আৰবৰ ফালৰ কোনোবা অচিনাকি ছেখ। আনটো কোঠাত আনি বহুৱালেহি কইনা নাজিয়াক। এজন চিৰরানী চাপকন পিন্ধা দাড়ীয়া, পাগুৰীমৰা মৌলবীয়ে নিকাহ পঢ়ালে। কোনোদিন চকুৰে নেদেখা, কোনোদিন নাম নুশুনা অজ্ঞাত কুলশীল এজন মানুহৰ হাতত সঁপি দিয়া হ'ল গাঁৱৰ এজনী অজলা দুখীয়া, সুন্দৰী, কুমলীয়া গাভৰু—পত্নী হিচাপে। কোনোবা তিৰোতা এজনীয়ে নিকাহ পঢ়াবৰ সময়ত নাজিয়াৰ ওৰণিখন মুখ ঢাকি টানি দিলে।

তেতিয়াও তাই কান্দি আছিল।

তেতিয়া নাজিৰ বয়স আছিল চৈধ্য বছৰ।

সকলোৰে মাজত মিঠাই বিলোৱা হ'ল। তাৰ পিছত সকলোকে হোটেলত পোলাও কোৰ্মাৰে দামী ভোজ খুওৱা হ'ল আৰু নাজিয়াক ছেখৰ কোঠালিলৈ নি স্বামীৰ হাতত গটাই দিয়াৰ পিছত, সকলো বিদায় লৈ কোঠাৰ বাহিৰ ওলাই

আছিল। ছেখৰ পক্ষ হৈ কইনা-ঘৰীয়া সকলোকে বিধে-বিধে দামী শাড়ী, চোলা, অলঙ্কাৰ, জোতা, চেণ্ডেল উপহাৰ দিয়া হ'ল। নাজিয়াৰ বাপেকৰ হাতত নগদ ধনৰ এটা টোপোলা, এবাকচ কাপোৰ-কানি, অলঙ্কাৰ পাতি আৰু কেইবাবাকচো দামী মিঠাই দিয়া হ'ল। জীৱনত কোনো কালে ইমান টকা, ইমান কাপোৰ-কানি চকুৰেও দেখিবলৈ নোপোৱা গাঁৱৰ গৰীব খেতিয়ক নাজিয়াৰ বাপেক কৰীম আলি বিস্মিত আৰু স্তম্ভিত হ'ল। নাজিয়াৰ দাম ইমান হ'ব পাৰে বুলি সি ভৱা নাছিল।

নগদ পঞ্চাশ হেজাৰ টকালৈ চৈধ্য বছৰীয়া জীয়েক নাজিয়াক আৰব দেশৰ ৬৫ বছৰীয়া এক বুঢ়াক বেছি দি টকাৰ টোপোলা, আৰু জোঁৱায়েকে দিয়া বস্তু-বাহানিৰ টোপোলা-টাপলি লৈ নাজিয়াৰ বাপেক নিজ গাঁৱলৈ, নিজ ঘৰলৈ ঘূৰি আহিল। কইনা ঘৰলৈ নিয়া গাড়ী কেইখনেই নাজিয়াৰ বাদে বাকী কইনা ঘৰীয়া সকলোকে আনি গাঁৱৰ ঘৰত থৈ গ'লহি।

প্ৰত্যেকৰে হাতে-হাতে ছেখে দিয়া দামী উপহাৰৰ টোপোলা। সকলোৰে মুখত একোটা অৰ্থশূন্য অৰ্কাৰণ হাঁহি। কোনোৱে বুজিব নোৱাৰিলে এনেকৈ গাঁৱৰ এজনী সৰু ছোৱালীক বিদেশলৈ বেচি দি গাঁওখন চহকী হ'ল নে দুখীয়া হ'ল। বহুতেই নিজৰ ভিতৰতে কোৱা মেলা কৰিলে : দহেজ দিব নোৱাৰাৰ কাৰণে, যৌতুক দিব নোৱাৰাৰ কাৰণে কত ছোৱালী ঘৰতে বুঢ়ী হৈছে,—বিয়া দিব পৰা নাই। কত ছোৱালীয়ে আত্মহত্যা কৰিছে। কত ছোৱালীক খুজি মেলি নিকাহ কৰি নি পিছত যৌতুকৰ ধন-সোণ নেপাই মাৰিয়াই মাৰিছে, জুইত পুৰি মাৰিছে। বুঢ়া হওক থেৰা হওক, কৰীমৰ জীয়েক নাজিয়াক যে এনেকৈ আৰবৰ ফাৰ্মৰ এক ছেখলৈ বিয়া দিব পাৰিলে, এইটো এলাপেচা কথা নহয়। নাজিয়াৰে কপাল ভাল। ছেখৰ নিকাহ কৰা পত্নী হিচাপে নাজিয়াই দুটা দিন দুটা ৰাতি ছেখৰ লগত হোটেলতে কটালে। ছেখ আচলতে কুৱেইটৰ ফাৰ্মৰ মানুহ। ছেখ দেখাই মেলাই মানুহজন ভাল, যদিও তেওঁৰ বয়স নাজিয়াৰ বাপেক কৰীমতকৈ দহ বাৰ বছৰ বেছি হ'ব। ছেখে দহোটামান উৰ্দু শব্দ জানে। ইধৰ আও, থিক হেই, আচ্ছা হেই, লাও, লে যাও ইত্যাদি। নাজিয়াই আৰবী শব্দ এটাও নেজানে—কোৰাণৰ মুখস্থ কথা চুৰা কেইটামানৰ বাহিৰে। ছেখ নাজিয়াৰ মুখলৈ আৰু নাজিয়াই ছেখৰ মুখলৈ নিৰ্বাক হৈ চোৱাৰ বাহিৰে আৰু ভাৱ-বিনিময়ৰ অন্য উপায় সিহঁতৰ নাছিল। নৱ বিবাহিতা পত্নীৰ প্ৰতি পালন কৰিব লগীয়া কৰ্তব্যৰ ক্ষেত্ৰতো ছেখৰ আচৰণত প্ৰথম ৰাতিয়েই নাজিয়াই বিবাহৰ সকলো বিস্ময়, সকলো আবেগ উন্মাদনা নোহোৱা হৈ যোৱা যেন অনুভৱ কৰিলে। তাই বুজিলে এই বৃদ্ধ ছেখৰ লগত জীৱন যাত্ৰা আৰম্ভ কৰা মানে এক তৃণ তৰুহীন মৰুভূমিৰ মাজেদি নিঃসঙ্গ মৰু-যাত্ৰা আৰম্ভ কৰা। তাই আৰু বুজিলে তাইৰ যৌৱনৰ এই অপমান তাইৰ বাপেকৰ তাইৰ পৰিয়ালৰ, সিহঁতৰ গাঁও খনৰ মুছলমীয়া দাৰিদ্ৰৰেই কৰুণ পৰিণাম। তাই

হৈছে নিলজ্জ দৰিদ্ৰতাৰ নিৰ্মম বলি। তাই নিৰৱে উচুপি উচুপি গাৰুত মুখ গুজি কেৱল কান্দিলে। ছেখে ন-কইনাৰ সাধাৰণ কান্দোন বুলি মূৰত হাত ফুৰাই নাজিয়াক সান্ত্বনা দিবৰ চেষ্টা কৰিলে।

দুদিন যোৱাৰ পিছত ছেখ আৰু নাজিয়া হায়দৰাবাদ এৰি, ভাৰত এৰি এৰ'প্লেনেৰে আহি আৰব দেশ পালেহি। ভাষা সকলোতে আৰবী গতিকে কুৰেইচো আৰব। আচহুৱা, অচিনাকি নতুন দেশত নাজিয়াৰ এটা আচহুৱা নতুন জীৱন আৰম্ভ হ'ল। এই নতুনকৈ, বিশেষকৈ ছেখৰ ঘৰৰ প্ৰাচুৰ্য্যৰ মাজত আনন্দেৰে গ্ৰহণ কৰি ল'বলৈ প্ৰস্তুত হওঁতেই, নাজিয়াই জানিব পাৰি মৰ্মাহত হ'ল যে ছেখৰ আৰু তিনিজনী ঘৈণীয়েক আছে আৰু কেইবাটাও ডেকা-গাভৰু ল'ৰা-ছোৱালী আছে।

নাজিয়াৰ জীৱনৰ সকলো সপোন খানবান হৈ ভাগি চিগি গ'ল। তেতিয়াও চৈধ্য বছৰীয়া নাজিয়াই এইবোৰ কি ঘটি গ'ল বা এইবোৰ কি ঘটিছে ভালকৈ একো বুজিব নোৱাৰিলে। প্ৰথমতে ছেখৰ ডাঙৰ ঘৈণীয়েক কেজনীয়ে নাজিয়াৰ বিষয়ে কিছু কৌতুহল প্ৰকাশ কৰিছিল। তাৰ পিছত ছেখে চতুৰ্থজনী ঘৈণীয়েক চপোৱাত কোনো বিশেষত্ব বা গুৰুত্ব নিদি, নিজ নিজ ভাগে নিৰ্বিকাৰ ভাবে চলিব ধৰিলে। ছেখ সদায় নিজ ব্যৱসায়-বাণিজ্য-ভ্ৰমণ লৈ বাহিৰে বাহিৰে ব্যস্ত থাকে। প্ৰত্যেকজনী ঘৈণীয়েকে পাব লগা ধন পইচা নিয়ম মতে পাই থাকে। চাৰিখন বেলেগ বেলেগ দেশৰ চাৰিজনী ৰূপহী ঘৈণীয়েক গোটাব পৰাটো ছেখৰ ডাঙৰ কৃতিত্ব। ছেখ যে এলা পেচা ধনী নহয়, ছেখো যে কিবা এজন প্ৰিন্স, ৰাজকুমাৰ—একেলগে চাৰিজনী ঘৈণীয়েক গোটাব পৰায়ে তাৰ প্ৰমাণ। ছেখৰ যি আৰ্জ্জন তাৰে আৰু চাৰিখন দেশৰ আৰু চাৰিজনী আনিব পাৰে। বয়সটো কোনো কথা নহয়। এই সকলো কথা নাজিয়ায়েই কৈছিল কামালক। এই অভাৱনীয় দুখ আৰু লাজৰ কথাবোৰ নাজিয়াৰ মনৰ মাজতে গুজৰি গুমৰি আছিল। ক'বলৈ কাকো পোৱা নাছিল। বিয়াৰ এবছৰৰ পিছত নাজিয়া এবাৰ হায়দৰাবাদলৈ গৈছিল। ঘৰত দহ দিন আছিল। তাইক বেচি পোৱা টকাৰেই সিহঁতৰ ভগা-চিগা, জৰাজীৰ্ণ ঘৰবাৰীবোৰ ভাল কৰা দেখি আৰু সিহঁত দুবেলা দুমুঠি খাই আগতকৈ ভালেৰেই থকা দেখি নাজিয়াই ভাল পালে আৰু তাইৰ নতুন জীৱনৰ নতুন অভিজ্ঞতাবোৰৰ কথা বহুত ক'লে, যদিও, তাইৰ জীৱনৰ চৰম ব্যৰ্থতা আৰু পৰাজয়ৰ কথা কওঁ কওঁ বুলি কাকো নক'লে। মোৰ জীৱনৰ স্বপ্নভঙ্গ হৈছে। ইহঁতৰ সপোন সপোন হয়েই থাকক, মই সেই সপোন নেভাঙো। মোৰ দুখ মোৰ নিজৰ হৈয়ে থাকক।

কিন্তু ঘটনাক্ৰমে কামালগৈ যেতিয়া আৰব দেশ পালেগৈ আৰু তাৰ পিছত এদিন কোনোবা এজেন্টে নি কামালক এই ছেখৰ ঘৰত চাকৰিত ভৰ্তি কৰি দিলেগৈ আৰু যেতিয়া ছেখে তাক সৰু ঘৈণীয়েক নাজিয়াৰ ব্যক্তিগত লগুৱা হিচাপে নিয়োগ কৰি নাজিয়াক চমজাই দিলে। নিজৰ দেশৰ উদং ক'ব জনা এটা ডেকা মানুহ ওচৰত

পাই নাজিয়া বৰ প্ৰসন্ন হ'ল।  ক্ৰমে কামালৰো প্ৰথমৰ সঙ্কোচৰ ভাব কমি আহিল। প্ৰিন্স ছেখৰ পৰিবাৰ নাজিয়াৰ লগৰো বুলি নহয়, এই ১৮/১৯ বছৰীয়া, ধুনীয়া মৰমীয়াল ভাৰতীয় ছোৱালীজনীৰ কাৰণে ইটো সিটো কৰি দিয়াটোৱেই তাৰ চাকৰি বুলি বুজি উঠাৰ পিছত, সি বহুত সহজ হৈ পৰিল। আৰু নাজিয়ে যেতিয়া ঘৰত অন্য কোনো নথকা আজৰি সময়ত কামালক বহুৱাই লৈ তাৰ ঘৰুৱা খবৰ-বাতৰি সুধি, সিও ভাৰতৰ এখন গাঁৱৰ এটা দুখীয়া পৰিয়ালৰ ভাগ্যান্বেষী, কৰ্ম-ক্ষম ডেকা বুলি জানিব পাৰিলে, তেতিয়াই নাজিয়াই তাক তাইৰ লগুৱা বা চাকৰ হিচাপে ব্যৱহাৰ নকৰি, মৰম আৰু সমবেদনাৰে ব্যৱহাৰ কৰা আৰম্ভ কৰিলে।

ক্ৰমে কামাল আৰু নাজিয়াৰ মাজৰ গৃহস্থালী আৰু লগুৱাৰ সম্বন্ধৰ কথাটো তলপৰি আহিল। তেতিয়া একো নুলুকুৱাই নাজিয়ায়ো নিজৰ দুৰ্ভাগ্যৰ সকলো কাহিনী কামালক ক'লে। নাজিয়াৰ জীৱনৰ দুখৰ কথাই কামালক মৰ্মাহত কৰিলে। সি অনুভৱ কৰিলে সি আৰু নাজিয়া একেই দাৰিদ্ৰ আৰ দুৰ্দশাৰ সন্তান। দুয়ো সমদুখী। নাজিয়াক বুঢ়া ছেখে বুটলি আনিছে দ্ৰয়িংৰুম সজাবৰ কাৰণে। মোৰ ঘৰত আৰবৰ, জৰ্দানৰ, পাকিস্তানৰ থকাৰ দৰে ভাৰতৰো এপাহ ফুল আছে—ইয়াকে লৈ গৰ্ব কৰিবৰ কাৰণে ছেখে নাজিয়াক আনি ৰাখিছেহি। টকা-পইচা, কাপোৰ-কানি, খোৱা-বোৱা, বিলাস, আৰাম একোৰে অভাৱ নাই নাজিয়াৰ। যিটো চৰম অভাৱ সি হৈছে ছেখৰ লগত দাম্পত্য জীৱনৰ চৰম কৰুণ ব্যৰ্থতা। বিয়া বা নিকাহ হোৱাৰ চাৰি বছৰ হ'বৰ হ'ল, নাজিয়া নিঃসন্তান আৰু বুঢ়া ছেখৰ লগত থাকি নাজিয়া কোনোদিন সন্তানৰ মাতৃ হ'ব নোৱাৰিব। সেইকথা সকলোতকৈ নাজিয়ায়ে বেছি ভালকৈ বুজে। এই আত্মগ্লানি আৰু দুখৰ কথা তাই কাকো জনাব নোৱাৰে। কিন্তু কামাল যেতিয়া আহি নাজিয়াৰ লগুৱা সোমালহি তেতিয়া এনেয়ে নাজিয়াই অনুভৱ কৰিলে যে এই ভাৰতীয় ডেকাটোক, এই সহানুভূতিশীল লগুৱাটোক নিৰ্ভয়ে, নিঃসঙ্কোচে তাইৰ সকলো দুখ বেদনাৰ কথা তাই কৈ দিব পাৰে, তাক নাজিয়াই বিশ্বাস কৰিব পাৰে, তাৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে। আনকি তাৰ পৰা তাই দিহাপৰামৰ্শও বিচাৰিব পাৰে।

অন্য দুৰ্বলতা নহয়, এটা সহানুভূতি। এটা নিঃস্বাৰ্থ মৰম কামালে অনুভৱ কৰিলে নাজিয়াৰ প্ৰতি। কাৰো মৰম নোপোৱা, স্বামীৰ মৰমৰ পৰা বঞ্চিত এই কম বয়সীয়া গাভৰুজনীক নিঃস্বাৰ্থভাৱে অকণমান মৰম কৰাটো যেন কোনো দোষৰ কথা নহয়। পাপ বা গুণাহৰ কথা নহয়—এই প্ৰত্যয় লৈ কামালে নাজিয়াৰ বিষন্ন মনটো আৰু অশান্ত হৃদয়খনক সন্তুষ্ট ৰাখিবৰ চেষ্টা কৰিলে। সি অনুভৱ কৰিলে যেন নাজিয়ায়ো তাৰ পৰা তাকেই বিচাৰে।

ছেখৰ ঘৰত বা ছেখৰ পৰিবাৰ নাজিয়াৰ ঘৰত তাৰ স্থান সম্পৰ্কে মুহূৰ্তৰ কাৰণেও পাহৰি নগৈ নাজিয়াৰ নিজ দেশৰ এক আত্মীয় হিচাপেই কামালে নাজিয়াক পৰিচৰ্যা কৰি গ'ল। সি উপলব্ধি কৰিলে যে নাজিয়াৰ অন্য একোৰে অভাৱ নাই;

একমাত্র অভাৱ অকপমান নিঃস্বাৰ্থ নিষ্কলুষ মৰমৰ। আৰু সেই মৰম গ্ৰহণ কৰিবলৈ নাজিয়া প্ৰস্তুত আছে যেতিয়া, কাৰ্পণ্য কৰাটো তাৰ কাপুৰুষালি হ'ব। অৱশ্যে নাজিয়াৰ ঘৰৰ অধীনস্থ এক লগুৱা হিচাপে নাজিয়াৰ লগত ৰক্ষা কৰিব লগীয়া দূৰত্বৰ কথা সি এক মুহূৰ্তৰ কাৰণেও পাহৰিবলৈ নিবিচাৰিলে আৰু মৰমৰ আকলুৱা নাজিয়াজনীয়ে যেতিয়া কৰ্তৃত্বেৰে নহয়, চেনেহেৰে তাৰ কাম আদায় কৰাটো প্ৰায় নিয়মত পৰিণত হ'ল, তেতিয়া কামালেও নাজিয়াৰ প্ৰতি অধিক আনুগত্য প্ৰকাশ কৰিবলৈ পিছু নুহুহকিল।

তদুপৰি কামাল আৰু এটা বিষয়ত সদায় নিজৰ কথা আৰু কামৰ বিষয়ে সচেতন আৰু সতৰ্ক হৈ থকাত অভ্যস্ত হৈ পৰিছিল—মক্কাত হজ কৰি অহাৰ পিছৰ পৰা। গৰীব হলেও, নিত্যনৈমিত্তিক নামাজ ৰোজাৰ নিচিনা পালনীয় সকলো ধৰ্মকাম নিয়মমতে পালন নকৰিলেও, বা কৰিব নোৱাৰিলেও, মইও এখন পবিত্ৰ দেশত আছো, মইও মক্কাত হজ কৰা এজন হজী। হজী হৈ চিন্তাৰে ভাৱনাৰে, কথাৰে, কামেৰে কোনো গুণাহৰ কাম কৰিলে, মোক আল্লাই কাহানিও মাফ নকৰে, মোৰ সকলো নেকী, সকলো পুণ্য নষ্ট পাব, বৰবাদ হ'ব। অৱশ্যে কামালৰ আগত ওলালে নাজিয়াই বোৰ্খা নিপিন্ধাৰ কাৰণে কামাল ক্ষুণ্ণ নহয়। এদিন প্ৰায় খোলা খুলিকৈয়ে কামালে নাজিয়াক কৈছিল, "তোমাৰ দুৰ্ভাগ্যৰ কাৰণে তুমি দায়ী নোহোৱা, তোমাৰ দুখীয়া পিতাৰ বা পৰিয়ালো দায়ী নহয়। তোমাৰ ধৰ্মও দায়ী নহয়, আৰু ময়ো দায়ী নহও। তোমাৰ জীৱনৰ এই পৰাজয়ৰ কাৰণে দায়ী বুঢ়া ছেখ। তোমাক কিনি অনা বুঢ়া ছেখৰ লেখ-জোখ নোহোৱা টকাহে দায়ী। মইও অসহায়, এই অপমানজনক অৱস্থাৰ পৰা তোমাক ৰক্ষা কৰিবৰ কাৰণে, মুক্ত কৰিবৰ কাৰণে এই একো কৰিব নোৱাৰো। আৰু তুমি জানো কিবা কৰিব পাৰিবা ?"

দৃঢ়ভাৱে নাজিয়াই কৈছিল "মই পাৰিম। তুমি জানাই, হেৰুৱাবলৈ মোৰ একো নাই। পাবলৈও মোৰ একো নাই। তুমি মোক সহায় কৰিবলৈ যদি আগবাঢ়ি আহা, আহিব পাৰা। মই এই অৱস্থাৰ পৰা নিজক ৰক্ষা কৰিবৰ ব্যৱস্থা কৰিম। বুঢ়া ছেখৰ জীৱনৰ কোনো ভবিষ্যত নাই। আছে স্বাভাৱিক বা অস্বাভাৱিক মৃত্যু—কালিলৈ বা পৰহিলৈ—পাঁচ বছৰ বা দহ বছৰৰ মূৰত। কিন্তু মোৰ আছে, মোৰ গোটেই ভৱিষ্যত জীৱনটো। আজি মোৰ ১৯ বছৰ বয়স হৈছে। মই সত্তৰ বছৰ জীয়াই থাকিবলৈ বিচাৰো। জীয়াই থকাত তুমি মোক সহায় কৰিব পাৰিবা ?"

নাজিয়াৰ কথাই কামালক কিছু চিন্তিত কৰিলে। সি সুধিলে "মই তোমাক কেনেকৈ সহায় কৰিম ?"

"সাত লাখ টকা দেন মোহৰত ছেখে মোক নিকাহ কৰিছিল। নিকাহৰ পিছতে সেই টকা ছেখে মোৰ হাতত জমা দিছিল। সেই টকা ইয়াৰে এটা বেঙ্কতে আছে। আৰু চাৰি পাঁচ লাখ টকাৰ গহনা-পাতি, কাপোৰ-কানি। এই ঘৰ-মাটিও মোৰ নামত দিয়া আছে।

বিস্ময়েৰে কামালে নাজিয়াৰ মুখলৈ চালে। এই সৰু, ধুনীয়া দুৰ্ভগীয়া ছোৱালীজনী ইমান ধন সম্পত্তিৰ মালিক, অথচ ইমান দুখীয়া, ইমান অসুখী। ইমান জীয়া যন্ত্ৰণা ভোগ কৰি আছে এই স্বাস্থ্যৱতী গাভৰু ছোৱালীজনীয়ে। এই দুখৰ পৰা ৰক্ষা কৰিবৰ কাৰণে এই ছোৱালীজনীক উদ্ধাৰ কৰিবৰ কাৰণে মই কি কৰিব পাৰো? মোৰ কি কৰিব লগীয়া আছে, ঘটনাক্ৰমে মই আহি পৰিলো তেওঁৰ সান্নিধ্যত। ঘটনাক্ৰমে ছেখ আৰু নাজিয়াই মোক বিশ্বাসত ললে, বিশ্বাস কৰিলে। এওঁলোক দুয়োজন এতিয়া মোৰ অন্নদাতা। এওঁলোকৰ কোনোবা এজনৰ বিশ্বাস ভঙ্গ হোৱাৰ কোনো কাম কৰাটো মোৰ বেইমানী হ'ব, অকৃতজ্ঞতা হ'ব। আৰু মইটো নাজিয়াক কৈয়ে দিছো—তেওঁৰ সকলো নিৰ্দেশ মই পালন কৰিম, সেইটো মোৰ কৰ্তব্য। কাৰণ মই তেওঁৰ বেতনভোগী চাকৰিয়াল। কিন্তু তেওঁৰ জীৱনৰ সমস্যাৰ সমাধান কৰাৰ দায়িত্ব মোৰ নহয়। মই নাজিয়াৰ ঘৰৰ কাষৰ ঘৰটোতে থাকিব পাৰো, কিন্তু মই নাজিয়াৰ জীৱনৰ মাজলৈ সোমাব নোৱাৰো। মই নাজিয়াৰ দুখৰ সমভাগী হ'ব পাৰো, কিন্তু মোৰ নিৰ্দিষ্ট দায়িত্ব আৰু কৰ্তব্যৰ সীমা অতিক্ৰম কৰিব নোৱাৰো। ছেখৰ বিৰুদ্ধে কোনো প্ৰকাৰৰ গোপন ষড়যন্ত্ৰতে মই লিপ্ত হ'ব নোৱাৰো। সেইটো চৰম বিশ্বাসঘাটকতা হ'ব, চৰম বেইমানী হ'ব।"

নাজিয়াই ক'লে, "তুমি ভয় খাইছা। মই লুকুৱাই চুৰকৈ কোনো কাম নকৰো। মোক ইছলামী ছৰা ছৰিয়তে দিয়া নিয়ম আৰু অধিকাৰ মতে সকলো কৰিম -"

"তুমি কি কৈছা মই বুজা নাই। ছৰা ছৰিয়তৰ কথা মই বৰ বেছি নেজানো। একো নেজানো বুলিয়ে ধৰা।"

"তোমাৰ সেইবোৰ জনাৰ কোনো দৰকাৰ নাই।"

"তেনেহলে তুমিনো কি কৰিব খুজিছা আৰু মোকনো কি কৰিবলৈ ক'ব খুজিছা?"

"মই আল্লা-ৰছুলৰ আটাইতকৈ অপ্ৰিয় আৰু ঘৃণনীয় কামটো কৰিব খুজিছো, নাজিয়াৰ সৰু মাতটোত দৃঢ়তা। তাই আত্মস্থ।

নাজিয়াৰ কথা শুনি কামাল উচপ খাই উঠিল। কি কৈছে নাজিয়াই? কি কৰিবলৈ ওলাইছে নাজিয়া? যিটো কাম আল্লা আৰু ৰছুলৰ না পছন্দ, অপ্ৰিয় সেই কথা জানিও তাই তেনে বেয়া কাম কৰাৰ চিন্তা কৰিছে। আৰু তাত সহায় কৰি দিবলৈ বিচাৰিছে মোৰ সহযোগীতা!

"তোমাৰ কথা মই স'চাকৈয়ে বুজিব পৰা নাই, নাজিয়া, তুমি বুজাই কোৱা, তুমি কি কৰিব খুজিছা -"

"তুমি এটা মতা মানুহ। মাইকী মানুহৰ মনৰ কথা তুমি একো নুবুজা। কোনো ছোৱালীৰ লগতে তোমাৰ চিনা জনা হোৱা নাই কিজানি। শুনা, মই

বুজাই কৈছো—যিখন বিয়া বিয়া নহয়, যিখন নিকাহ নিকাহ নহয়—কেৱল ফাঁকি, কেৱল প্ৰৱঞ্চনা, কেৱল এটা প্ৰহসন, সেই বিয়া সেই নিকাহ, সেই ফাঁকি মই ভাঙি দিবলৈ ওলাইছো। এনেকৈ মই শেষ নোহোৱা, দৈহিক মানসিক অশান্তিত ভুগি থাকিব নোৱাৰো—জানি শুনি মোৰ জীৱনটো ধ্বংস হৈ যাবলৈ দিব নোৱাৰো—"

"তাৰ মানে—তাৰ মানে ?"

"তাৰ মানে তালাক—ডাইভৰ্চ—বিবাহ বিচ্ছেদ—মোৰ কথা বুজিছানে ?"

কামালে চিঞৰি উঠিল "তালাক! তুমি কি কৈছা নাজিয়া ? তুমিয়ে কৈছা যে তালাক আল্লা আৰু ৰছুলৰ না-পছন্দ, বৰ অপ্ৰিয় !"

"হওক, এটা সত্তৰ বছৰীয়া বুঢ়াৰ লগত এজনী চৈধ্য বছৰীয়া অজলা ছোৱালীৰ বিয়া বা নিকাহ কিয় আল্লা ৰছুলৰ না পছন্দ নহ'ল ?"

"তুমি সিদ্ধান্ত কৰি পেলাইছানে কি ? ছেখ চাহেব জানো মান্তি হ'ব ?"

"মান্তি হোৱা নোহোৱাটো তেওঁৰ কথা। ছৰিয়তে বিবাহিত জীৱনত মনৰ শান্তি নহলে তালাক লোৱাৰ অধিকাৰ নাৰীক দিছে।"

"এইটো তোমাৰ আৰু ছেখ চাহেবৰ মাজৰ কথা। মোৰনো তাত কি কৰিব লগা আছে ? তোমালোকৰ এই ব্যক্তিগত সমস্যাৰ মাজলৈ মোক কিয় টানিছা নাজিয়া ?"

নাজিয়া আৰু তাৰ মাজত থকা গৃহস্থলী আৰু লগুৱাৰ সম্পৰ্কটো প্ৰায় পাহৰি গৈ কামালে সুধিলে।

নাজিয়াই ক'লে, "তুমি চিন্তা নকৰিবা। তোমাৰ ওপৰত নিৰ্ভৰ কৰিছো এই কাৰণেই যে তুমিও মোৰে নিচিনা গৰীবৰ সন্তান। গৰীবৰ সন্তান নোহোৱা হলে মই তোমাক বিশ্বাস নকৰিলোহেঁতেন। মোৰ সকলো কথা তোমাক নকলোহেঁতেন। মই নোকোৱা হলে অন্য হাজাৰ জনৰ দৰে তুমিও ভাবি থাকিলাহেঁতেন যে মই ইমানবোৰ ধন সম্পত্তিৰ গৰাকী যেতিয়া, ময়ো বৰ সুখী।"

"কিন্তু ছেখ চাহেব জানো মান্তি হ'ব ?"

"তাৰ কাৰণে মোৰ চিন্তা নাই। তোমাৰ সহায় বিচাৰিছো অন্য এটা কথাৰ কাৰণেহে—"

"কোনটো—"

"আহচানক তুমি চিনি পোৱা নহয় ?"

"কোন আহচান, ছেখ চাহেবৰ ভতিজাক ?"

"ও সেই আহচান—"

"মাজে-মাজে ইয়ালৈ অহা দেখো। তেওঁৰ কথা কিয় কৈছা বুজা নাই।"

"বৰ লাজবিজৰ কথা। কিন্তু তোমাক নকলে তুমি নুবুজিবা।"

কামালে নাজিয়াৰ মুখলৈ চালে। এইটোনো আকৌ কি কথা—?

"আহচানে মোক বিয়া কৰাবলৈ বিচাৰে।"

"কি।"

"উচপ্ খাই নুঠিবা। সি কম্ নদায়েকৰ পৰা তালাক লব লাগে আৰু যথা সময়ত তাৰ লগত বিয়া হ'ব লাগে—।"

"তুমি তাৰ খুড়ীয়েক নোহোৱা ?"

"মই তাৰ কি হওঁ নহওঁ সেইটো তেনেই অদৰকাৰী কথা। তাৰো টকা আছে। সিও দিব আঠ দহ লাখ টকা মোহৰানা—" নাজিয়াৰ ওঁঠত এটা জান নেজান হাঁহি বিৰিঙি উঠা যেন দেখিলে কামালে।

বিনীতভাৱে কামালে ক'লে, "মই স'চাকৈয়ে এই কথাবোৰ একো বুজা নাই। এবাৰ ক'লা ছেখৰ লগত হোৱা তোমাৰ বিয়া বিয়াই নহয়। সেই বাবে তালাক লৈ আঁতৰি যাব খুজিছা। আৰু এতিয়া কৈছা আহ্চানে তোমাক বিয়া কৰাব খোজে—"

দুয়োটা কথা স'চা। কিন্তু মইতো কোৱা নাই যে আহ্চানৰ লগত বিয়া হ'বৰ কাৰণে ছেখক এৰি যাব খুজিছো—"

"তেন্তে কি কৰিবলৈ বিচাৰিছা ?"

"তোমাকতো কৈছিলোৱেই—ছেখৰ লগত হোৱা বিয়া খন বিয়া নহয়। অন্য মানুহক বুৰ্বক বনোৱাৰ এটা অনুষ্ঠান আছিল সেইটো। তাৰ পৰা মই বাহিৰ ওলাই আহিম। কিন্তু ছেখৰ পৰা মুক্ত হোৱা মানেই মই নতুন বিপদৰ জালত সোমাই পৰা। আহ্চানেই কেৱল নহয়, আৰু আছে মোক বিয়া কৰওঁতা। সেয়েহে মই ছেখৰ বিবাহিতা পত্নী হিচাপে এতিয়াও আছো। সকলো দিহা কৰি থোৱা আছে—মই তালক লম। তাৰ লগে লগে তুমি মোক ইয়াৰ পৰা আমাৰ দেশলৈ লৈ যাব লাগিব, তুমি চিন্তা নকৰিবা। আমাৰ দুয়োজনৰ প্লেনৰ টিকেট মই আগতে-য়াকৈ কৰাই থম।"

"কিন্তু মোৰ লগত তুমি কেনেকৈ যাবা ? মানে, তোমাৰ লগত মই কেনেকৈ যাম ?"

"মোকতো তুমি মৰম কৰা। মোৰ কাৰণে তুমি এটা সৰু মিছা কথা ক'ব নোৱাৰিবা ?"

কামালে নাজিয়াৰ মুখলৈ চালে। তাৰ পিছত ক'লে, "মোলৈ যদি তোমাৰ অকণমানো মৰম আছে মোক কোনো মিছা কথা ক'বলৈ নকবা—।"

"মোক ৰক্ষা কৰিব লাগিলে তুমি মোৰ কাৰণে এটা মিছা কথা ক'ব লাগিব—পাৰিবা ?"

"কি ক'ব লাগিব—কোৱা।"

"তুমি ক'ব লাগিব—এয়াৰপৰ্টত বা অন্য য'তে কোনোবাই সোধে, তুমি ক'ব লাগিব যে—"

কামালৰ চকুত শঙ্কিত, কৌতুহলী চাৱনি।

"তুমি ক'ব লাগিব যে 'নাজিয়া তোমাৰ ভনী, নিজা ভনী। আৰু তুমি মোৰ ককাই, নিজা ককাই—' কোৱা ক'ব পাৰিবা ;"

কামালৰ চকু দুটা সেমেকি উঠিল। বাকৰুদ্ধহৈ সি নাজিয়াৰ উত্তেজনাত ৰঙা পৰা মুখখনৰ ফালে চাই ৰ'ল।

অলপ সময় নিৰৱতাৰ মাজেদি পাৰ হ'ল, তাৰপিছত থোকাথুকি মাতেৰে নাজিয়াই ক'লে, "চুপ্ চাপ্ থাকিলা কেলেই, কামাল ভাই ?"

কামালে এইবাৰ ক'লে "মোৰ আৰু এজনী ভনী আছে,তাইৰ নাম গুলেজা—"

সেইদিনাৰ কথা-বতৰা সিমানতে শেষ হৈছিল। বিদায় লৈ কামাল নিজৰ থকা ঘৰলৈ গুচি আহিছিল। প্ৰায় চিঞৰিয়েই নাজিয়াই কৈছিল—"তুমি একো কৰিব নেলাগে তুমি মাথোন সাজু থাকা, মই সকলো কৰিম। তাৰ পিছত মই তোমাক জনাম। মোৰ নিচিনা এজনী দুখীয়া ছোৱালীক নিজৰ ভনী বুলি ক'বলৈ বেয়া পাবানেকি ?"

এইটো ঘটনাৰ কথা কামালে কাকো নকলে। কি কৰিব নকৰিব সি নিজেও ঠিক কৰিব নোৱাৰা-যেন পালে। সি মাত্ৰ বাট চাই থাকিল স'চাকৈয়ে নাজিয়াই কে ৱা তালাক লয়-তাৰ কাৰণে।

## পাঁচ

নাজিয়াৰ কোঠাৰ দুৱাৰ বন্ধ আছিল। কিন্তু কলিংবে'ল টিপাৰ লগে লগে দুৱাৰ মেলি দিয়া হ'ল। কামাল ভিতৰ সোমাই গ'ল আৰু অন্য দিনাৰ দৰেই নাজিয়াক চালাম দিলে। চালামৰ জবাব দি নাজিয়াই ক'লে, "ভিতৰলৈ সোমাই আহা কামাল ভাই, মোৰ ৰুমলৈকে আহা।"

কামাল ভিতৰলৈ গ'ল।

কোঠাটো এয়াৰ কণ্ডিচণ্ড। মজিয়াত দামী কোমল নীলাভ এখন পাৰ্চিয়ান কাৰ্পেট। তাৰ ওপৰত সুদৃশ্য আৰু আধুনিক ডিজাইনৰ এটা ফাৰ্নিচাৰ চেট—চকী, মেজ আদি। বোধহয় ফ্ৰান্স বা ইটালীত তৈয়াৰ কৰা বস্তু। এইটো নাজিয়াৰ শোৱা কোঠা —আহল-বহল কোঠাটোৰ একাষে আছে বহল পালেং—তাৰ ওপৰত তোষক, গাৰু আৰু ধুনীয়া, বহল এখন ফুলাম বেড্‌ক'ভাৰ। সেইখন হয়, ইৰাণৰ নাইবা ফ্ৰান্সৰ, নাইবা ভাৰতৰ।

কামালে এবাৰ কোঠাটোৰ চাৰিওফালে চকু ফুৰালে। উজ্জ্বল ঈষৎ-নীলাভ,

লাইটৰ পোহৰে কোঠাটো স্বপ্নিল কৰি তুলিছে। পোহৰহে দেখা যায়। লাইটবোৰ দেখা নেযায়।

নাজিয়া নিজৰ বিছনাখনতে বহি আছিল। পিছফালৰ বেৰখনৰ বিপৰীতে নাজিয়াক এখন কোনো শিল্পীয়ে অঁকা ছবি যেন লাগিছিল। কামলে চাই নেথাকি নোৱাৰিলে। এই ঘৰ দুৱাৰৰ গৰাকী এই নাজিয়াক সি অহাৰ দিন ধৰি দেখি আহিছে। কিন্তু এনেকুৱা এটা পৰিৱেশত, এনেকুৱা এটা ৰূপত কাহানিও দেখা নাই।

নিৰ্দেশ দিয়াৰ ধৰণেই, সৰু মিহি মাতটোৰে নাজিয়াই ক'লে, "মোৰ মুখৰ ফালে কি চাই আছা? বহা চকী খনতে বহা।"

কামাল নাজিয়াৰ ফালে মুখ কৰি চকীখনতে বহিল।

"তুমি কি কৰি আছিলা?

শুইছিলানে কি?" নাজিয়াই সুধিলে।

"মই এখন চিঠি লিখিবলৈ লৈছিলো।"

"ইমান ৰাতি। এতিয়াতো ৰাতি তিনি পৰ হ'ল। ইমান জৰুৰী চিঠিনে? কালৈ লিখিবলৈ লৈছিলা?"

"চিঠিখন জৰুৰীয়েই। গুলেজালৈ লিখিবলৈ লৈছিলো।"

"গুলেজালৈ? তেওঁ তোমাৰ কেনেকুৱা ভনীয়েৰ?"

এইবাৰ কামালে ক'লে—"তুমি যেনেকুৱা ভনী—"

"তাৰ মানে, নিজা সহোদৰ ভনী নহয়?"

"মোৰ নিজা ভনী নাই।"

"ক'ত থাকে, কি কৰে, সেই ভনীজনীয়ে?"

"মই ইয়ালৈ অহাৰ পিছত তাৰ টাউনৰ কলেজ এটাত নাম লগাই পঢ়িছে বুলি গম পাইছো। মাক-বাপেক কোনো নাই—একদম অকলশৰীয়া!"

"তাইলৈহে কি জৰুৰী চিঠি লিখিবলৈ লৈছিলা? সদায় লিখা?"

"মাজে-মাজে লিখো। মোৰ বাহিৰে তাইলৈ চিঠি লিখোতা আৰু কোনো নাই।"

অলপ বৈ কামালে ক'লে, "তুমি সিদিনা মোক যি বোৰ কথা কৈছিলা সেইবোৰ কথা কাৰোবাক জনাম নে নজনাম একো থিৰাং কৰিব পৰা নাছিলো। আচলতে মই কি কৰিম তাকে থিৰ কৰিব পৰা নাছিলো।"

"গুলেজাৰ অভিমত জানিবৰ কাৰণে তেওঁলৈ চিঠি লিখিবলৈ লৈছিলা?"

"নহয়, মোৰ সিদ্ধান্তৰ কথা জনাবৰ কাৰণেহে চিঠিখন লিখিব খুজিছিলো।"

"মোৰ প্ৰস্তাৱৰ সম্পৰ্কে তুমি কি সিদ্ধান্ত কৰিলানো?"

"মই গুলেজাক জনাব খুজিছো যে মই যি জনী ছোৱালীক এক ভয়াবহ মানসিক যন্ত্ৰণাৰ পৰা উদ্ধাৰ কৰিবলৈ আগবাঢ়িছো সেই ছোৱালীজনীও মোৰ এজনী ভনী—".

নাজিয়াৰ চকু মুখ উজ্জ্বল হৈ উঠিল। তীব্ৰভাৱে নাজিয়াই কামালৰ মুখৰ ফালে চাই সুধিলে, "তোমাৰ আৰু মোৰ এই নতুন সম্পৰ্কটোৰ কথা গুলেজাক চিঠি লিখি জনোৱাৰ কিবা প্ৰয়োজন আছে জানো ?"

"আছে। তোমাৰ আৰু মোৰ অন্য এটা সম্পৰ্ক আছিল, সেই কথা গুলেজাক মই জনাইছিলো। মই জনাইছিলো যে আৰবলৈ আহি মই এজনী মৰমীয়াল ৰাণীৰ অৰ্থাৎ ছেখপত্নীৰ পৰিচাৰক হিচাপে নিযুক্ত হৈ কাম কৰি আছো। কিন্তু এতিয়া মই জনাবলগীয়া হৈছে যে মই এজনী ভনীৰ উদ্ধাৰৰ দায়িত্ব কান্ধ পাতি ল'বলৈ আগবাঢ়িছো আৰু সেই কাম বৰ সহজ নহয়, বিপদজনক।"

"বিপদজনক বুলি ভাবিছা যদি কিয় দায়িত্ব লবলৈ ওলাইছা ?" নাজিয়াই সুধিলে।

সেই প্ৰশ্নৰ উত্তৰ নিদি কামালে ক'লে, "আছৰফে ক'লে যে তুমি মোক বিচাৰিছা। কিবা কবানেকি ?"

"ওঁ কথা এটা ক'বৰ কাৰণেই ইমান ৰাতি তোমাক মোৰ ইয়ালৈ মতাই আনিছো। আমাৰ ছেখ আৰু ভতিজাক আহচান ইংলেণ্ডলৈ গৈছে। ক'ব পাৰা কিজানি ?"

"পাৰো।"

"তেওঁলোক সেইফালে এমাহমান থাকিব কিজানি। তেওঁলোক দূৰত থাকোতেই আমি এই দেশ এৰিম। মই তালাক নামা তৈয়াৰ কৰাইছো।"

"তালাক লোৱাৰ কাৰণ কি দিছা, বা দিম বুলি ভাবিছা ?"

"কাৰণ দুটা দিছো, প্ৰথম :—

ছেখ চাহাবে মোক নিকাহ কৰি ছৰিয়তি আইন মতে মোৰ স্বামী হৈছে। কিন্তু তেওঁ মোৰ সন্তানৰ পিতৃ হ'ব নোৱাৰে—তেওঁ বৃদ্ধ। গতিকে তেওঁৰ লগত থাকিলে মই নিঃসন্তান হৈ বৈ যাব লাগিব।"

"আৰু দ্বিতীয় কাৰণ ?"

"দ্বিতীয় কাৰণ তাৰ লগত জড়িত। তেওঁৰ আৰু তিনিজনী পৰিবাৰ আছে আৰু তেওঁৰ কেইবাটাও ল'ৰা-ছোৱালী আছে। মোক নিকাহ কৰিলে যদিও মোক প্ৰতি মনোযোগ দিবলৈ তেওঁ অকণো সময় নেপায়। তেওঁ কেৱল টকা দিয়ে দায়িত্ব শেষ কৰা বুলি ভাবে। মই সদায় অকলশৰে থাকিব লাগে। নিঃসঙ্গতা আৰু অৱহেলাৰ ফলত মই এক নিৰন্তৰ মানসিক যন্ত্ৰণাৰ পৰা কষ্ট খাই থাকিব লগীয়া হৈছে।"

"তালাক লোৱাৰ পিছত তুমি কলৈ যাবা, কি কৰিবা, কিবা জনাইছানে কি ?"

"সেইবোৰ জনাবৰ দৰকাৰ নাই। কাজীৰ ওচৰত তালাক নামা দাখিল কৰি আমি গুচি যাম। মানে আমি গুচি যাম।"

"মোক তোমাৰ লগত যাবলৈ লগ লৈছা যে, মই তোমাৰ লগত কলৈকে যাব লাগিব ? তোমাক বোম্বাইত বা হায়দৰাবাদত থৈ আহিলেই নহ'বজানো ?"

"মই ইয়াত নেথাকিলে তুমি কাৰ লগত থাকিবা ? নাজিয়াই ক'লে ।"

"অন্য কাৰোবাৰ লগত — ।"

মাতটো অলপ টান কৰি নাজিয়াই ক'লে, "তোমাৰ বিয়াখনত কিমান টকা খৰচ পাৰিব ? এক লাখ টকাই নহ'বজানো ?"

"মই এতিয়া বিয়া কৰোৱাৰ কথা ভবা নাই", কামালে ক'লে ।

"তেনেহলে তিনি পৰ ৰাতি নিজৰ সিদ্ধান্তৰ কথা জনাই দীঘলীয়া চিঠি লিখিবলৈ ওলাইছিলা কিয় ? মোৰ লগত তুমি গলে তোমাৰ ভনী গুলেজাৰ বাহিৰে অন্য কাৰোবাৰ চিন্তা বা সন্দেহ কৰিবৰ কাৰণ থাকিব জানো ? তুমি জানো গুলেজাক বিয়া নকৰাবা ।"

"এইবোৰ কথা তুমি মোক কিয় সুধিছা মই বুজা নাই নাজিয়া । আমি দুখীয়া মানুহ । মোৰ টকা-পইছা নাই । গুলেজাৰ মাক-বাপেক নাই, ভাই-ককাই নাই, টকা-পইছাও নাই ।"

'কিন্তু গুলেজালৈ ৰাতি দুপৰত চিঠি লিখা ককায়েক এটা আছে । মোৰ খবৰ কৰোতা আৰু কোনো নাই । তুমি আৰু আৰবলৈ ঘূৰি আহিব নেলাগে । মই নেথাকিম । তোমাৰ এই বয়সত কাৰোবাৰ মৰম লাগে । গুলেজাই তোমাক সবুৰেপৰা মৰম কৰি আহিছে । তুমি গৈ বিয়াখন কৰাই লোৱাগৈ জানিছা । মই বাৰু টকা একলাখমান দিম ।"

"আমি কেতিয়ামানে যাম বাৰু ?'

"দুই এদিনতে যাম । তুমি সাজু হোৱা । ইয়াৰ কিবা বজাৰ কৰিব খোজা যদি কৰি মেলি লোৱা । তোমাৰ লগৰ ল'ৰাজন —কাদিৰ—তেওঁক ক'বা তেওঁ আহি তুমি থকা মোৰ ঘৰটোতে থাকিবহি, মই ৰখীয়া হিচাপে দৰমহা দি থাকিম এই ঘৰবাৰী মোৰ—"

কামালে ক'লে, "বেয়া নাপাবা নাজিয়া, মই স'চাকৈয়ে বুজিব পৰা নাই এই মূল্যবান ঘৰবাৰী, ঐশ্বৰ্য-সম্পদ, বিলাস, আৰাম সকলো এৰিথৈ তুমি কিয় ঘূৰি যাবলৈ ওলাইছা । ইয়াৰ পৰা গৈ জানো তুমি ক'ৰবাত সুখী হ'ব পাৰিবা ?"

নাজিয়াই ক'লে, "মই যদি দাল-দুৰিদ্ৰৰ ঘৰৰ ছোৱালী নহলোহেঁতেন ? এই ঐশ্বৰ্য-বিভূতি এৰি যাবলৈ নিশ্চয় বেয়া পালোহেঁতেন । সুখ-দুখৰ কোনো কথা নাই । মোৰ জীৱন প্ৰাৰম্ভ কৰিছিলো শূন্যত, আৰু শেষো হৈ যাব শূন্যত । মোৰ বিদ্ৰোহ মোৰ নিজৰ বিৰুদ্ধে, অইন কাৰো বিৰুদ্ধে নহয় । এতিয়া তুমি শুবাগৈ নে, লিখিবলৈ লোৱা চিঠিখন লিখাত লাগিবাগৈ ?"

"ৰাতি শেষেই হৈ আহিল । তুমি শোৱা নাজিয়া, নিজৰ বিৰুদ্ধে হলেও ঢোপনি খতি কৰি বিদ্ৰোহ কৰিব নালাগে ।"

নাজি বিছনাখনত ওপৰলৈ মুৰকৈ পৰিল আৰু ক্লান্তভাৱে ক'লে, "কামাল ভাই, মোৰ ওচৰলৈ আহাচোন।"

চকীৰ পৰা নামি কামাল নাজিয়াৰ বিছনাৰ কাষলৈ আহিল আৰু ক'লে,— "তোমাৰ টোপনি আহিছে শুই থাকা নাজিয়া।"

"টোপনি আহিলেও মোৰ চকু দুটা মুদ নেখায়। মেল খাই থাকে। তুমি কোঠাৰ লাইটবোৰ নুমাই দিয়াচোন আৰু পুবৰ খিৰিকিখন খুলি দিয়া। আৰু যোৱাৰ আগতে তোমাৰ হাতেৰে মোৰ চকুদুটা মুদাই দি যাবাচোন।"

ৰাতি শেষ হৈ আহিছিল। কিছু আঁতৰতে থকা মছজিদটোৰ পৰা আজানৰ মিঠা সুৰটো পুৱাৰ কোমল বতাহত ওপঙি আহিছিল।

কামালে কোঠাৰ লাইটবোৰ নুমাই দিলে আৰু পুবৰ বহল খিৰিকিখন খুলি দিলে। সোণালী হিৰণ্যগৰ্ভা পুবৰ আকাশৰ বুকুৰ কোমল পোহৰবোৰ কোঠাটোৰ ভিতৰলৈ সোমাই আহিল।

কামাল টোপনি যোৱা নাজিয়াৰ কাষলৈ আহিল।

নাজিয়াৰ টোপনি আহিছে কিন্তু চকু দুটা সম্পূৰ্ণ মুদ যোৱা নাই। অলপ যেন মেল খাই আছে।

সি সৰুকৈ মাতিলে, "নাজিয়া"—

নাজিয়াৰ টোপনি আহিছেনেকি ?

কামালে লাহে লাহে হাতেৰে নাজিয়াৰ টোপনিতো মেল খাই থকা চকু দুটা আলফুলকৈ মুদাই দিলে। সি দেখিলে নাজিয়াৰ দুয়োটা চকু তপত লোতকেৰে ভৰি পৰিছে। সি তাইৰ চকু দুটা হাতৰ তলুৱাৰে মোহাৰি দিলে। অলপ সময় সি থিয় দিয়াতে থিয় দি নাজিয়াৰ মুখৰ ফালে চাই থাকিল।

খিৰিকিৰ মাজেদি অহা প্ৰভাতৰ সূৰ্যৰ পোহৰ এখিনি আহি নাজিয়াৰ মুখত পৰিছেহি।

সি আঁতৰি আহিব খুজিছিল।

হঠাৎ নাজিয়াই তাৰ হাতখনত ধৰি ক'লে, "কামাল ভাই, মছজিদৰ ফজৰৰ আজান— দিয়া শেষ হ'ল নহয়। ৰাতি পুৱাইছে। তুমি ফজৰৰ নামাজ পঢ়ি যোৱাগৈ যোৱা। মন্নো ফজৰৰ নামাজ পঢ়িম তাৰ পাছত শুম। ৰাতিটো শেষ হলেই নহয়।"

নাজিয়া বিছনাৰ পৰা উঠি আহিল আৰু কামালৰ হাতখন এৰি নিদিয়াকৈয়ে তাকো লগতে খিড়িকিখনৰ কাষলৈ টানি অনাদি আনিলে।

দুয়ো খিড়িকিখনৰ কাষতে থিয় হ'ল আৰু বাহিৰৰ পৃথিৱীখনৰ ফালে চালে—চাই থাকিল।

এটা নতুন দিনৰ পোহৰেৰে গোটেই পৃথিৱীখন তোঁতিয়া ভৰি পৰিছে। কোমল বতাহ জাকত ক'ৰবাৰ দুৰণীয়া ফুলৰ গোন্ধ।

নাজিয়া আৰু কামাল দুয়োটাৰে বুকুত গভীৰ বিস্ময়—।

পৃথিৱীখন বৰ ধুনীয়া হৈছে। আকাশৰ বেদনা-নীল কোমলতাৰ ওপৰত বিয়পি পৰিছে সোণালী প্ৰভাতৰ স্বৰ্ণৰেখা। ফুলৰ গোন্ধৰ লগত মিহলি হৈ উৰি আহিছে কাৰোবাৰ বুকুৰ মাজৰ গভীৰ প্ৰশান্তিৰ কোমল নিশ্বাস।

———